# জীৱন তৰংগত ঈশান বৰুৱা

দীপান্বিতা বৰা



নতুন অসম
ভাষা-সাহিত্যৰ বিশিষ্ট প্ৰকাশক
উদ্যোগপাম, বামুণীমৈদাম
গুৱাহাটী-২১



প্ৰকাশক : শ্ৰীজ্যোতিপদ দেৱ চৌধুৰী
নতুন অসম, উদ্যোগপাম, বামুণীমৈদাম, গুৱাহাটী-২১
প্ৰথম প্ৰকাশ : ডিচেম্বৰ ২০০৫
বেটুপাত : বেণু মিশ্ৰ
বেচ : ২৫০ টকা (দুশ পঞ্চাশ টকা মাত্ৰ)
ছপা : বাণীপ্ৰকাশ মুদ্ৰণী প্ৰাঃ লিঃ
উদ্যোগপাম, বামুণীমৈদাম, গুৱাহাটী-২১

---

**JIBAN TARANGAT ISHAN BARUA** . A life sketch with 50 years cultural activities of Sri Ishan Barua written by Miss Dipannita Bora of Sibsagar (Assam) and Published by J P Choudhury, Natun Asam, Industrial Estate, Guwahati-21

*1st Edition Dec' 2005* *Price : Rs. Two hundred and fifty only*




ঈশান বৰুৱা বৰদেউতাই

তেখেতৰ সাংস্কৃতিক জীৱনৰ পঞ্চাশ বছৰ

পূৰ্ণ কৰা উপলক্ষে

তেখেতৰ হাততেই

ভক্তি আৰু মৰমৰ চিন স্বৰূপে

এই পুথিখনি

অৰ্পণ কৰিলোঁ।

— দীপান্বিতা বৰা —

# প্ৰস্তাৱনা

'অভিনয়' মই উপলব্ধিহে কৰিব পাৰো। যি মোৰ মনৰ মাজত শৈশৱৰে পৰা বৰ্তমানলৈকে ক্ৰিয়া কৰি থকা অন্তৰংগতাই চুই যোৱা দৃশ্য আৰু শ্ৰব্যৰ কিছুমান মিশ্ৰিত ছবি। যেতিয়াই এই কলাৰ প্ৰতি আকৃষ্ট হওঁ তেতিয়াই ইয়াৰ মাদকতাত আত্মহাৰা হৈ পৰো। কি আছে ইযাৰ চমৎকাৰিত্বত! মোহচ্ছন্নতাই কিদৰে আগুৰি আছে- হাজাৰ জনতাৰ হৃদয়। শিল্পীসকলক বাঃ বাঃ দিয়াৰ উৎসাহৰ বাদে .... ।

অভিনয়ৰ কথালৈ অহাৰ লগে লগে অতীতৰ পৰা ভাঁহি আহে সেউজীয়া কিছুমান সুৱাস। একে সময়তে বাৰে বাৰে বাজি উঠে দূৰৈৰ পৰা ভাহিঁ অহা আমাৰ ওচৰৰ নামঘৰত ভাওনাৰ আখৰাৰ বচন, ভাৱৰীয়াৰ পদচলনা, গায়ন-বায়নৰ খোল-তালৰ তৰংগৰ ধ্বনিয়ে মোৰ বুকুৰ মাজত সঞ্চাৰিত হোৱা আনন্দ আৰু বেদনাৰ হাহাকাৰৰ দৃশ্যাৱলী দাপোণত অংগী ভংগী কৰি ৰূপান্তৰিত মই যেন এক ভাৱৰীযা। কিন্তু বাস্তৱত মই জানো অভিনযৰ জোখেৰে মোৰ প্ৰতিভা হয়তো নাই। মই মাথো উপলব্ধি কৰিব পাৰো, কল্পনা কৰিব পাৰো। 'অভিনয়' যি তেওঁ নহয়েই তথাপি সেযা হৈ ধৰা দিছে, কি আচৰিত। তুমি অথচ তেওঁ হৈ গৈ আছা - সেযাটো মোহনীযতা!

তেতিযা মোৰ বযস হয়তো ছয়-সাত বছৰ মান। 'অভিনয়' শব্দৰ লগত পৰিচিত হোৱাই নাই। ভাও মানে জানিছিলো আমাৰ বৰদেউতাই লোৱা ভাওনাৰ ৰূপবোৰ। আমাৰ শিৱসাগৰত থকা 'শংকৰ মন্দিৰ' নামঘৰৰ ভাওনা তেতিয়া সকলোৰে আকৰ্ষণৰ থলী। বৰদেউতাই যেতিয়াই তাত অংশ লয় আমি জানো, সেইকেইদিন তেওঁৰ দেহত তৰণি নাই। খাওঁতে শোওঁতে মাত্ৰ ভাওনাৰ বচন। দূৰৈৰ পৰা চাই ৰওঁ কিনো আছে এইবোৰত? আমাৰ আকৰ্ষণৰ বস্তু ভাওনাত বৰদেউতাই পৰিধান কৰিবলগীয়া মণি, কাণফুলি, মুকুট ইত্যাদিবোৰ। যিমানেই ভাওনাৰ দিন ওচৰ চাপি আহে

আমি ভয় কৰা হওঁ বৰদেউতাক। সেয়া যেন আমাৰ মৰমৰ বৰদেউতা নহয় অন্য এজন পুৰুষ, তেওঁ লাহে লাহে যেন পৰিণত হৈছে ঘোপা চাৱনিৰে ৰুদ্ৰ মূৰ্ত্তি ধৰা দুৰ্দান্ত, অত্যাচাৰী ৰজা বা অসুৰলৈ। ভাওনাৰ দিনা সাজ ঘৰলৈ আমি ভয়তে নোযোৱা হৈ যাওঁ কিজানি আমাক খেদি আহিব, মাৰিব। নামঘৰৰ ভিতৰতো কঁপি উঠো। ৰাইজৰ কৰতালিত নিজস্ব একাগ্ৰতাৰে বৰদেউতাই অভিনয় কৰিছিল। যেতিয়াই মই তেওঁৰ অভিনয় চাওঁ বাৰে বাৰে মোৰ কণমানি মনটো শিয়ৰি উঠিছিল তেওঁ বাৰু ইমান বেয়া কিয় হয়? আমাৰ বৰদেউতা কেতিয়াও ইমান বেয়া হ'ব নোৱাৰে। এবাৰ মনত পৰে বৰদেউতাৰ অভিনয় চাই ভয়তে কান্দি দিয়াৰ কথা। সকলোৱে পাৰ্য্যমানে বুজাইছিল সেয়া ভাওহে! সাজ ঘৰত ৰূপসজ্জা সলাই তেখেতে মোক কোলাত তুলি লৈছিল। পিছত বুজিছিলো আমাৰ বৰদেউতাক কিহে ইমান আকৰ্ষণ কৰিছিল, ইমান বেয়া ভাওবোৰ তেখেতে কিয় লৈছিল। সেয়াইটো মোৰ মনৰ মাজত শৈশৱতে দাগ কটা বৰদেউতাৰ ভাও আৰু বৰ্তমান বুজি পোৱা অভিনয়ৰ দক্ষতাৰ এখন সেউজীয়া দলিচা!



আমি হাইস্কুলত থাকোঁতেই গুৱাহাটী দূৰদৰ্শন যোগে কুলদা কুমাৰ ভট্টাচাৰ্য্যৰ 'তেজাল ঘোঁৰা' নামৰ এখন ব্যতিক্ৰমী ধাৰাবাহিক সম্প্ৰচাৰ হৈছিল, যিখন ধাৰাবাহিকে আমাৰ সকলোৰে মন স্পৰ্শ কৰিছিল, ঘাইকৈ তাত অভিনয় কৰা শিল্পী সকলৰ প্ৰতিটো চৰিত্ৰই। তাৰ মাজতো এটা চৰিত্ৰই বৰ্তমানো আমাক চুই যায়। যাৰ বাবে আমি ভাবি ল'বলৈ বাধ্য হৈছিলো চৰিত্ৰটোৰ দৰে বাস্তৱতো কিজানি মানুহজন তেনেকুৱাই। মুখৰ অৱয়ৱ, চকুৰ চাৱনিত ফুটি উঠিছিল দাম্ভিকতাৰ পৰিচয়। যিদৰে আমি ভাবো পৰেশ বৰুৱা, ওমৰেশ পুৰী আদিৰ অভিনয় চাই। 'তেজাল ঘোঁৰা'ৰ পিচতে দূৰদৰ্শন যোগে আকৌ সম্প্ৰচাৰিত হ'ল আন এখন জনপ্ৰিয় ধাৰাবাহিক 'ত্ৰিকাল'। সকলোৱে মাত্ৰ উপভোগ কৰিছে ইয়াৰ মাদকতা। এবাৰ ভাতখোৱা টেবুলত ভাতৰ পাতত বহি বিভিন্ন বিষয়ৰ

কথাৰ লগতে দূৰদৰ্শনৰ অসমীয়া ধাৰাবাহিকৰ কথা ওলোৱাত মা, দেউতাৰ আগত কৈছিলো- 'তেজাল ঘোঁৰা'ত থকা মানুহজনক চাবলৈ মন নাযায় বুলি। কথাষাৰৰ প্ৰত্যুত্তৰত দেউতাই কোৱা কথাষাৰে আজিও আমাৰ মনত ক্ৰিয়া কৰে। "আচলতে, তুমি বুজিয়েই পোৱা নাই অভিনয় কাক কয়। চৰিত্ৰটোৰ লগত মানুহজন অৰ্থাৎ অভিনেতাজনক বিচাৰ কৰিলে বুজি পাবা অভিনয় মানে প্ৰকৃততে কি? প্ৰকৃততে মানুহজন খুউব ভাল, কেৱল অভিনয়ৰ খাতিৰতে অভিনয় কৰিছে। কুলদা কুমাৰ ভট্টাচাৰ্য্যৰ নিৰ্বাচন সঠিক নিৰ্বাচন। গভীৰতাৰে উপলব্ধি কৰিলে বুজিবা অভিনয়ৰ চৰিত্ৰ আৰু অভিনেতা"! সেই তেতিয়াৰে পৰা 'তেজাল ঘোঁৰা' আৰু 'ত্ৰিকাল'ৰ দাম্ভিক চৰিত্ৰৰ অভিনেতা ঈশান বৰুৱা নামটোৱে আমাক আকৰ্ষিত কৰিলে। লাহে লাহে বুজন শক্তিয়ে শিকাই গ'ল অভিনয় মানে কি? বাস্তৱত একোজন সৎ, সুন্দৰ মানুহে কিদৰে দুৰ্দান্ত খলনায়কৰ চৰিত্ৰ ৰূপায়ণ কৰি আমাৰ মনত বাস্তৱ আৰু অভিনয়ৰ চৰিত্ৰৰ মাজত পাৰ্থক্য নাইকিয়া কৰি দিয়ে। আজি আমি পাৰ্য্যমানে উপভোগ কৰো দক্ষতা, সাধনা আৰু প্ৰতিভা।



অভিনয় যাৰ অভিনৱত্বত সীমাহীন উপলব্ধি। যি মোক অহৰহ আগ্ৰহ বঢ়াই তোলে একোজন শিল্পীৰ প্ৰতি কৌতূহলতাৰ। ঈশান বৰুৱা নামটোৰ লগত প্ৰথম পৰিচয় মাত্ৰ গুৱাহাটীৰ দূৰদৰ্শন যোগে সম্প্ৰচাৰিত ধাৰাবাহিক-'তেজাল ঘোঁৰা' আৰু 'ত্ৰিকাল'ৰ যোগেদি। যি জন শিল্পীৰ অভিনয় দেখাৰ পৰাই মই শিকিছিলো অভিনয়ক অন্তঃ দৃষ্টিৰে চাবলৈ। শিল্পীজনৰ অভিনয় দেখিয়েই তেখেতৰ প্ৰতি কৌতূহল হৈছিল অৱশ্যে তেতিয়া তেখেতৰ বিষয়ে বিশেষ একো নাজানিছিলো। ব্যক্তিগত চিনাকি হোৱাৰো সুযোগ নাছিল। মই বাৰে বাৰে ভাবিছিলো ঈশান বৰুৱা মানুহজন বাস্তৱত বাৰু কেনেকুৱা? লাহে লাহে তেখেতৰ শিল্পী জীৱনৰ খ্যাতিৰ উমান পাইছিলো। তথাপি নানান কথাৰ বিষয়ে জানিবলৈ খুউব মন গৈছিল।

যেতিয়াই মই তেখেতৰ মুখখন দূৰদৰ্শনৰ পৰ্দাত দেখিছিলো তেতিয়াই মোৰ অত দিনৰ চিনাকি মুখখন বাৰে বাৰে কৌতূহলতাৰে চাবলৈ যতন কৰিছিলো। অনাতাঁৰত শিল্পীজনক নেদেখাকৈয়ে কণ্ঠ শুনিয়েই ক'ব পাৰিছিলো, এইয়া যে তেখেতৰ ব্যতিক্ৰমী কণ্ঠস্বৰ। যি কণ্ঠস্বৰৰ মাদকতাত নিহিত আছে হৃদয় গলাব পৰা একোটা স্বৰ। মই আশা কৰিছিলো অভিনেতাজনক কেতিয়াবা ব্যক্তিগতভাৱে লগ পোৱাৰ। ১৯৯৭ চনৰ ১৮ মাৰ্চ তাৰিখে মোৰ সৌভাগ্য হৈছিল, ককা লক্ষ্যধৰ চৌধুৰীৰ বাসগৃহত। শিল্পী ঈশান বৰুৱাক সোঁ-শৰীৰে দেখা মাত্ৰকেই মোৰ চকুৰ আগত ভাহি আহিছিল অত দিনৰ চিনাকি 'তেজাল ঘোঁৰা'ৰ দাম্ভিক সুৰঞ্জন চৌধুৰী চৰিত্ৰটোলৈ। যি চৰিত্ৰই অভিনেতাজনৰ প্ৰতিয়েই কৌতূহল সৃষ্টি কৰিছিল কিন্তু তাৰ বিপৰীতে সেইদিনা মই আবিষ্কাৰ কৰিছিলো মোৰ কাণত অত দিনে বাজি থকা হৃদয় গলাব পৰা কণ্ঠস্বৰৰ গৰাকীজনৰ আৰু আছে এক সহজতে আকৰ্ষিত কৰিব পৰা সুন্দৰ ব্যক্তিত্ব। যি খন্তেকতে আমাৰ হৃদযত সুবাস সিঁচি থৈ গ'ল। ককা আৰু মোৰ লগত কথাপাতি তেখেতে বিদায় লৈছিল কিন্তু আমাৰ মনত পুনৰ শিল্পীজনে কৌতূহল বঢাই তুলিলে। যাৰ বাবে আমি ককাক বাৰে বাৰে সুধিছিলো - ঈশান বৰুৱাৰ বিষয়ে। ককাযো মোৰ কৌতূহলত, মই জনা শিল্পীজনৰ প্ৰতিভাতকৈযো বহু কথা কৈ গৈছিল যি বোৰ কথা অতদিনে মোৰ অজ্ঞতাতেই আবদ্ধ আছিল - অসমৰ নাট্য আন্দোলনত পঞ্চাশৰ দশকৰ পৰা যি সকল নাট্যপ্ৰেমী উদ্যমী যুৱকে অহৰহ লাগি আছে তাৰ ভিতৰত বিশেষ উল্লেখযোগ্য ঈশান বৰুৱা, ঘাইকৈ 'প্ৰগতি শিল্পী সংঘ' আৰু 'কামৰূপ নাট্য সমিতি'ৰ সৈতে তেখেতৰ নামটো ওতঃপ্ৰোতভাৱে সাঙোৰ খাই আছে। ঈশান বৰুৱাক বাদ দি অসমীয়া কবিতাৰ আবৃত্তি জগতখনৰ কথা ভাবিব নোৱাৰি আৰু নানান কথাৰ পেৰাটো আমাৰ আগত তুলি ধৰিছিল য'ত আছিল শিল্পী ঈশান বৰুৱাৰ পঞ্চমুখত গদ্ গদ্ জ্যেষ্ঠজনৰ আশীষ নিৰ্মালিৰ একাংশ। কথাৰ মাজতে ককাই নিজৰ ব্যক্তিগত এলবামটো আনি দেখুৱাইছিলহি। ১৯৮৬ চনত শিল্পীজনে অভিনয় কৰা 'দাতাকৰ্ণ' নাটকখনৰ কৃষ্ণৰ ফটোখন। সেই সময়ত ককাক ধন্যবাদ দিবলৈ যেন 'ভাষাৰ অভাৱ ঘটিছিল। নিমিষতে মই এজন শিল্পীৰ বিষয়ে বহু তথ্যই

গোটাই পেলাইছিলো। শ্ৰদ্ধা আৰু কৃতজ্ঞতাৰে ভৰি পৰিছিল মোৰ হৃদয়। মোৰ যেন জানিবলৈ বহু কথাই বাকী ৰ'ল। আশা কৰিছিলো অনেক কথা.. ..।

সুৱাস মিশ্ৰিত কথাবোৰ বুকুত বান্ধি এদিন ঘৰলৈ আহিছিলো আৰু যেতিয়াই ককালৈ লিখিলো তাত প্ৰথমেই প্ৰকাশ কৰিছিলো গুণগ্ৰাহী হিচাবে ঈশান বৰুৱা মানুহজনক লগপাই হোৱা অনুভৱৰ টুকুৰা সমূহ। ইতিমধ্যে সেই সময়খিনিতে মই 'ব্ৰহ্মপুত্ৰ পাৰৰ কবিতা'ৰ কেছেটটোত থকা 'মিনিৰ খবৰ' কবিতাটোৰ আবৃত্তি শুনি শিল্পীজনৰ অনন্য কণ্ঠৰ মাদকতাত আপ্লুত হোৱাৰ সুযোগ পাইছিলো। মই বাৰে বাৰে ভাবিছিলো সেই সুন্দৰ ব্যক্তিত্বৰ গৰাকীজনৰ সান্নিধ্যৰ সুবাস দুনাই যেন পাব পাৰো। এদিন কিছু শংকা আৰু শ্ৰদ্ধা মিশ্ৰিত ভয়েৰে আমাক কৌতূহল সৃষ্টি কৰা মানুহজনলৈ লিখিছিলো এখন চিঠি। উত্তৰ বা আহে নে নাহে! উত্তৰেই নহয়, আহিছিল মোৰ জীৱনৰ শ্ৰেষ্ঠ সম্পদ স্নেহাশীষ সম্বলিত আশাভৰা কিছুমান শুভকামনাৰ টোপোলা। মোৰ আনন্দৰ সীমা নাছিল। আচৰিত! আচৰিত! সদাব্যস্ত কৰ্মজীৱনৰ মাজতো এজন ব্যক্তিয়ে কিদৰে বিলাব জানিছে হৃদয়ৰ ভাষা! আজিও আপ্লুত হওঁ যেতিয়া তেখেতে আমাৰ শিৱসাগৰৰ ঘৰলৈ গৈছিল। কৃতজ্ঞতা, সৌজন্যতাৰ দৰে গুণবোৰ উপলব্ধি কৰা এই শিল্পীজনৰ সুখময় সান্নিধ্যৰ স্মৃতি মই ক'ত থওঁ! ক'ত নথওঁ! যি আমাৰ মাজত সিঁচি দিছে আত্মীয়তাৰ জাল।

এদিন আমাৰ ভাৱবোৰ বাস্তৱত পৰিণত হৈছিল। আমি নিজৰ বাবেই গুৱাহাটী মহানগৰীলৈ আহিছিলো। এখন অনাত্মীয় চহৰত আত্মীয়তাৰ সোৱাদ বিচাৰি ফুৰা আমিবোৰে পুনৰ লাভ কৰিলো শিল্পী ঈশান বৰুৱাৰ সান্নিধ্যৰ সুবাস। চিনিছিলো তেখেতৰ বিচৰণ ভূমি 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'ৰ পৰা 'প্ৰগতি শিল্পী সংঘ'লৈ। তথাপি জানিবলৈ যেন বহু বাকী আছে। আমাৰ আগ্ৰহ বাঢ়িছিল শিল্পীজনৰ বিষয়ে অনেক কথাৰ.....!

সময়ৰ লগে লগে আমাক মুগ্ধ কৰা ব্যক্তিজনক কাষতে পাই আনন্দৰ সীমা নাছিল। আমি সুযোগ পালেই তেখেতৰ আগত মেলি

ধৰিবলৈ যত্ন কৰিছিলো তেখেতৰেই প্ৰতিভাসমূহৰ গুণানুকীৰ্ত্তন। কিন্তু এই ক্ষেত্ৰত তেখেতৰ ভূমিকা মাথো মৌনতা। তেতিয়া তেখেতৰ তেজগোঁৰা, উজ্বল মুখখনত কোনো ভাৱৰ উদ্বেগ নহয়। কথাৰ মাজতো নিজকে প্ৰচাৰ কৰাৰ প্ৰৱণতা নথকা মানুহজনৰ প্ৰতিচ্ছবিখন অনায়াসে মেল খাই গৈছিল। ঈশান বৰুৱা অনাড়ম্বৰভাৱে সৰল এই কথা বুজো, সেয়ে হয়তো ড' ভবেন্দ্ৰ নাথ শইকীয়াৰ দৰে বিশিষ্ট চিত্ৰ পৰিচালকে 'সন্ধ্যাৰাগ'ত নন্দন দাসৰ চৰিত্ৰ ৰূপায়ণৰ নিৰ্বাচন, যি আজি পঁচিশ বছৰৰ পিছতো বিবেচিত হৈছে সঠিক আৰু উত্তমৰূপে। যিমানেই আমি তেখেতক ওচৰৰপৰা পালো প্ৰতিবাৰেই আৱিষ্কাৰ কৰাৰ সুযোগ পাইছো শিল্পী ঈশান বৰুৱা ব্যক্তি হিচাবে তেখেত কিমান আৰ্কৰ্ষণীয়। আমাক অতিকৈ সন্মোহিত কৰি ৰাখিছে তেখেতৰ চাৰিত্ৰিক বৈশিষ্ট্যই। ব্যক্তিগত জীৱনটো নিখুঁত মানুহজনৰ প্ৰতিটো কৰ্মই কিমান পৰিপাটি, সুন্দৰ। কৰ্মোদ্যম শক্তি নিহিত তেওঁৰ অবিৰত যাত্ৰাত মাথো আশাৰ বতৰা। জনপ্ৰিয়তাৰ শিখৰে শিখৰে উৰি ফুৰাৰ হাবিয়াস কোনো দিনে নথকাৰ বাবেই ইমান প্ৰতিভা থাকিও .. .....। অভিনযৰ প্ৰতি থকা আন্তৰিকতাই মাথো তেখেতৰ উপজীব্য। মোৰ দৃষ্টিৰে বিশ্লেষণ কৰিলে তেখেত এক শক্তি। য'ত সিঁচৰতি পোহৰ ..... পোহৰ .......! প্ৰেৰণাৰ অমল উৎস!

এদিন কথাৰ মাজতে আপোনা-আপুনি মোৰ মুখৰ পৰা ওলাই গৈছিল বৰদেউতা, (যি বিশেষ সম্বন্ধৰে তেখেতক মই সম্বোধন কৰো) আপোনাৰ বিষয়ে আপোনাৰ মুখেৰেই মই জানিব খোজো। এদিন সংক্ষিপ্তকৈ হ'লেও ক'বনে? কথাযাৰ কৈয়ে তেখেতৰ মুখখন পঢ়িবলৈ যত্ন কৰিছিলো য'ত মোৰ বাবে বা কি উত্তৰ নিহিত হৈ আছে। সেই সময়ত তেওঁ এষাৰেই কৈছিল -'তুমি পৰহিলৈ আহিবাচোন তেতিয়া এই বিষয়ে কথা হ'ম!' তেখেতৰ পৰা বিদায় লৈ অহাৰ পৰা পুনৰ তেখেতক লগপোৱালৈকে সময় খিনিৰ ভিতৰত মোৰ মনৰ মাজত নানা কথাই ভীৰ কৰিবলৈ লৈছিল। মনে মনে মই অনুতপ্ত হৈছিলো- মই কি কৈ পেলালো। মইতো কোনো সাংবাদিক বা লেখক নহয়, তাতে মোৰ বয়সেই বা কিমান এই প্ৰশ্ন কৰিবলৈ। অতি মাত্ৰা মোৰ চৰিত্ৰত প্ৰকাশ পাইছে নেকি? অৱশ্যে তাৰ লগে লগে আন এটা দিশো 'পুহি ৰাখিছিলো,

মই মোৰ কৌতূহলৰ বাবেহে এজন শিল্পীক জানিব খুজিছো অভিনয়, আবৃত্তি, 'প্ৰগতি শিল্পী সংঘ', 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'ৰ কথাবোৰ। এই ক্ষেত্ৰত তেখেতে যিয়েই কয় বা নকয় তাতেই সন্তুষ্ট থকাটো মোৰ কৰ্ত্তব্য। প্ৰশ্ন কৰাৰ অধিকাৰ নাথাকিব ইত্যাদি ইত্যাদি।

সময়ত নানা কথাৰ ভীৰ মগজুত বান্ধি তেখেতৰ ঘৰলৈ গৈছিলো'। কিন্তু খন্তেকতে মোৰ সকলো ভাবনা আঁতৰাই তেখেতে খুলি দিছিল মই আশা কৰাতকৈ অনেক কথাৰ পেৰাটো। য'ত আছিল বিচিত্ৰ জীৱন যাত্ৰাৰ মাজেদি উপনীত হোৱা আজিৰ ঈশান বৰুৱা মানুহজন। মোৰ অতদিনৰ কৌতূহলবোৰ লাহে লাহে খোল খাই আলাপত পৰিণত হৈছিল। মোক সঁহাৰি দিয়া কথাটোতেই বুজিছিলো মোৰ প্ৰতি থকা তেখেতৰ বিশ্বাস আৰু সহৃদযতা। আনন্দ পাৰ ভাঙি বৈ আহিছিল। ইয়াতকৈ এজন অনুজৰ বাবে শ্ৰেষ্ঠ উপহাৰ কি হ'ব পাৰে! নেদেখাজনক পাৰ্য্যমানে ধন্যবাদ দিওঁ, যি এক যোগসূত্ৰৰ সুৱাসতেই গভীৰতাৰ পৰা গভীৰতমলৈ জুমি চাবলৈ সুযোগ দিছে এক সুন্দৰ ব্যক্তিত্বক। কৃতজ্ঞতাৰে ভৰে মোৰ মা, দেউতালৈ যি মোক শৈশৱতে পৰিচয কৰাই দিছিল অনুভৱৰ পৃথিৱীখনৰ লগত।

বৰদেউতাৰ সঁহাৰিত বিভিন্ন সময়ত তেখেতক লগ পাইছিলো। তেখেতৰ কৰ্মব্যস্ত জীৱনৰ মাজতো চানকাঢ়ি তেখেতে কৈ গৈছিল মই জনা নজনা অনেক কথা। মোৰ সামান্য মগজুৰ কোঠালিত আৱদ্ধ কৰি অনা কথাবোৰ আছিল তেখেতৰ আত্ম কথাৰ লগতে অতীতৰ সুবাস মিশ্ৰিত প্ৰতিচ্ছবিৰ কিছুমান স্মৰণীয় টুকুৰা। তেখেতৰ আশীৰ্বাদতে গভীৰতাবে উপলব্ধি কৰাৰ সুযোগ পাইছো জীৱনৰ শাশ্বত প্ৰৱাহৰ কথা। যি মোৰ বাবে অভিনৱ প্ৰাপ্তি। সময়ৰ সোঁতত সকলো হেৰাই যোৱাৰ উপক্ৰম ঘটাৰ আগতেই তেখেতৰ অনুমতি সাপেক্ষে লিখিবলৈ যত্ন কৰিছো সেই কথাবোৰ। য'ত নিহিত আছে মোক মুগ্ধ কৰা সুন্দৰ ঈশান বৰুৱা মানুহজনৰ কথা। যি সকল তেখেতৰ সান্নিধ্যৰ পৰা বঞ্চিত তেখেতসকলেও জানক, বুজক এজন শিল্পীৰ বিপৰীতে ব্যক্তিৰ জীৱন যাত্ৰাৰ এধাৰি আনন্দ আৰু অশ্ৰু মিশ্ৰিত প্ৰৱাহ ।

ঈশান বৰুৱা বৰদেউতাৰ ওপৰত একাধিক বাতৰি কাকতত সাক্ষাতকাৰ

প্ৰকাশ কৰিছোঁ। তেতিয়াই এটা কথা মনলৈ আহিছিল যে এনে সংঘাতপূৰ্ণ শিল্পী গৰাকীৰ জীৱনৰ ওপৰত এখন পূৰ্ণাঙ্গ গ্ৰন্থ লিখিব নোৱাৰি নেকি? কিন্তু এজনৰ জীৱনৰ ভিত্তিত এখন গ্ৰন্থ ৰচনা কৰিবলৈ যোৱাৰ আগতে সেই গৰাকী ব্যক্তিৰ অনুমতি ল'বই লাগিব। সেয়েহে বৰুৱাদেৱক এই বিষয়ে সোধাত প্ৰথমতে তেখেতে মিচিকিয়াই হাঁহি কৈছিল — 'মোৰ ওপৰত গ্ৰন্থ প্ৰকাশৰ সময় এতিয়াও হোৱা নাই, মোতকৈও গুণী-মানী ব্যক্তি আছে। তেখেতসকলৰ ওপৰত লিখা।' ইতিমধ্যে 'নতুন অসম'ৰ স্বত্বাধিকাৰ শ্ৰীজ্যোতিপদ দেৱ চৌধুৰীযেও এই গৰাকী শিল্পীৰ জীৱনৰ ভিত্তিত এখনি গ্ৰন্থ প্ৰকাশৰ আগ্ৰহ প্ৰকাশ কৰে। সেয়ে এইবাৰ আমি দুয়ো বৰুৱাদেৱক জোৰ দিওঁ। কলেজীয়া জীৱনত দুই শ্ৰেণী ওপৰত পঢ়িছিল যদিও দেৱচৌধুৰী ডাঙৰীয়া বৰুৱাদেৱৰ বন্ধুৰ দৰে। তেখেতৰ অনুৰোধ এইবাৰ বৰুৱাদেৱে পেলাব নোৱাৰিলে। তেখেতে মান্তি হ'ল। তাৰ পিছৰ পৰাই আৰম্ভ হ'ল বৰদেউতাৰ লগত মোৰ একাধিক বৈঠক। যাৰ ফলশ্ৰুতিত আজি 'জীৱন তৰঙ্গত ঈশান বৰুৱা' খনিয়ে ছপাৰ মুখ দেখিলে। গতিকে প্ৰথমেই ঈশান বৰুৱা আৰু জ্যোতিপদ দেৱ চৌধুৰী দেৱক মোৰ হিয়াভৰা কৃতজ্ঞতা জনালোঁ। বাণী প্ৰকাশ মুদ্ৰণীৰ সমূহ কৰ্মচাৰীয়ে সময় মতে পুথিখন ছপা আকাৰে আপোনালোকৰ হাতত তুলি দিবলৈ সক্ষম হোৱা বাবে তেখেতসকলকো মোৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ। পুথিখনৰ পাণ্ডুলিপি চাই শুধৰাই দিয়াৰ বাবে গল্পকাৰ, ঔপন্যাসিক অশ্বিনী বেজবৰুৱাদেৱলৈ মোৰ অন্তৰভৰা কৃতজ্ঞতা আগবঢ়ালোঁ।

গ্ৰন্থ এখন লিখাৰ এয়ে মোৰ প্ৰথম প্ৰয়াস। সেয়েহে বৈ যোৱা কিবা অজানিত ভুল-ত্ৰুটিৰ বাবে আৰু মই নিজকে ভৱিষ্যতলৈ শুধৰাই লোৱাত সহায় হোৱাৰ বাবে মোক উপদেশ দিয়াৰ সম্পূৰ্ণ অধিকাৰ আপোনাসৱৰ আছে। □

যোগমায়া দেৱী পথ
ফুকন নগৰ, শিৱসাগৰ
১ ডিচেম্বৰ, ২০০৫

দীপান্বিতা বৰা

# এক

প্ৰথম দিনা বৰদেউতাৰ সৈতে কথাপাতিবলৈ বহি ভাবিছিলো আজি তেখেতে যিটো বিষয়েই উত্থাপন কৰে মোৰ বাবে অত্যন্ত জৰুৰী। তথাপি মানুহৰ জীৱন উৎসৰ আঁতডাল জন্ম, পৰিৱেশ, বংশ-পৰিয়ালৰ লগতে নানা আনুসংগিক কথাই পৰিচালিত কৰে। মই বুজো বৰদেউতাৰ প্ৰতিটো বৈচিত্ৰ্যতাৰ মাজত সেই মৰ্য্যাদা বিৰাজমান। সেয়ে তেখেতৰ মুখেৰেই শুনিবলৈ ব্যগ্ৰ হৈছিলো। মোৰ অনুসন্ধিৎসু মনৰ কোঠালি খুলি তেখেতে অতীত ৰোমন্থন কৰিছিল মই আশা কৰা দৰে জীৱনৰ আঁতডালেৰে।

বৰদেউতাই কৈছিল—

"মোৰ জন্ম বিপ্লৱৰ জুইৰ মাজত
যেতিয়া পূব আকাশত
জ্বলিছিল স্বাধীনতাৰ প্ৰথম সূৰ্য্য
মোৰ জন্ম তেতিয়াৰ দিনৰ।"

'এৰা, মোৰ জন্ম দ্বিতীয় মহাসমৰৰ কাহিলি পুৱাত। ১৯৩৯ চনৰ নৱেম্বৰ মাহৰ ২৫-২৬ তাৰিখে। যিটো কথা লৈ মোৰ পৰিবাৰৰ লগত প্ৰায়েই মৰমৰ কাজিয়া হয়। ইংৰাজী হিচাপে নিশা বাৰ বজাৰ পিছত হ'লে পিচৰ দিন ধৰা নিয়মৰ বাবে ২৬ তাৰিখে আৰু অসমীয়া হিচাপে সূৰ্য্যোদয় সূৰ্য্যাস্তৰ লগত দিন  ধৰা নিয়মৰ বাবে ২৫ তাৰিখ। সেই দিনা বোলে ৰাস পূৰ্ণিমা আছিল। আমাৰ দেউতা  প্ৰয়াত ঈশ্বৰ প্ৰসাদ বৰুৱা ব্ৰিটিছৰ কালৰ এজন বিচাৰপতি আছিল আৰু মা প্ৰয়াত কাঞ্চনলতা বৰুৱা যোৰহাটৰ প্ৰসিদ্ধ ৰায়বাহাদুৰ দেৱীচৰণ বৰুৱাৰ জীয়ৰী। মোৰ জন্মৰ সময়ত দেউতা শিৱসাগৰ জিলাৰ জিলা বিচাৰপতি থকা সূত্ৰে মোৰ জন্ম যোৰহাটৰ কছাৰী পথাৰৰ দক্ষিণ পশ্চিম দিশে থকা বিচাৰপতিৰ বাসভৱনৰ ওপৰ মহলাৰ কোঠালিটোত। সেয়েহে মোৰ ল'ৰালি কালটো যোৰহাটতে অতিবাহিত হৈছিল। পাঁচজন

ল'ৰা আৰু দুজনী ছোৱালীৰ ভিতৰত মই সৰ্ব্ব কনিষ্ঠ। মোৰ জন্মৰ আগতেই ডাঙৰ বাইদেউ লতিকাৰ বিয়া হৈ গৈছিল। ডাঙৰ ককাইদেউ কৃষ্ণ প্ৰসাদ কলিকতাৰ প্ৰেচিডেন্সি কলেজৰ স্নাতক শ্ৰেণীৰ ছাত্ৰৰ লগতে মোৰ আন কেইজন ককাইদেউ হৰপ্ৰসাদ, অমৃত প্ৰসাদ, শংকৰ প্ৰসাদ সেই সময়ত বিভিন্ন পৰ্য্যায়ৰ ছাত্ৰ আৰু ৰেণুকা বাইদেউ তেতিয়া যোৰহাট বালিকা হাইস্কুলৰ ছাত্ৰী আছিল। এখন ভৰা ঘৰৰ সৰ্ব্ব কনিষ্ঠ সন্তান, মই জন্মৰ পিছৰ পৰাই সকলোৰে পৰা অন্তৰ উজাৰি মৰম পাইছিলো। মোৰ জন্মৰ কিছু বছৰৰ পিছতে দেউতাই যোৰহাটৰ পৰাই জিলা বিচাৰপতি হিচাবে অৱসৰ গ্ৰহণ কৰাত আমি যোৰহাটৰ তৰাজানত থকা নিজা বাসভৱনলৈ স্থানান্তৰিত হওঁ। মই বুজি উঠা দিনৰ পৰা যোৰহাটৰ ঘৰখনৰ স্মৃতিয়ে এই বয়সতো মাজে মাজে আমনি কৰেহি। আমাৰ তৰাজানৰ ঘৰটো এক বিশাল ঠাইৰ সোঁ-মাজতে সজা হৈছিল। দক্ষিণ দিশে মুখ কৰি সজা ঘৰটোৰ সন্মুখত এখন ডাঙৰ ফুলনি তাত নানা তৰহৰ ফুল। দক্ষিণ দিশ আৰু পশ্চিম দিশে দুখন গেট। গেট দুখনৰ পৰা অহা দুয়ো দিশৰ বাট দুটা গাড়ী থোৱা বাৰাণ্ডাখনত সংযোগ হৈছিল। তাৰ পৰা চিৰিয়েদি উঠিয়েই ডাঙৰ বাৰাণ্ডাখন। বাৰাণ্ডাখন পাৰ হৈয়ে বহাকোঠা আৰু তাৰ সোঁৱে বাঁওৱে অন্যান্য কোঠাবোৰ। পূব দিশৰ এমূৰে দেউতাৰ অফিচ কোঠা। তাৰ লগতে লগা দুটা শোৱনি কোঠা। আগফাল আৰু পিছ ফালে বাৰাণ্ডা। পশ্চিম দিশৰ এমূৰে পঢ়া কোঠালি। তাৰ পিছত দুটা শোৱনি কোঠা। বহা কোঠাটো পাৰহৈ ভিতৰৰ বাৰাণ্ডাখনৰ লগতে আছিল খোৱা-বোৱা কৰা কোঠাটো। এই কোঠাৰ কাষৰ টিন দিয়া দীঘল বাৰাণ্ডাখন পাৰ হ'লেই ৰান্ধনি ঘৰ। তাৰ পশ্চিম দিশে গুদাম ঘৰ আদি। ৰান্ধনি ঘৰটোৰ পূব দিশে আছুতীয়াকৈ এটা বৃহৎ গোসাঁই ঘৰ। সন্মুখৰ ফুলনিখনত আন আন ফুলৰ উপৰিও স্থলপদ্ম, তগৰ, বকুল গছ আদিয়ে শোভা বঢ়াইছিল। যুদ্ধৰ সময়ত খন্দা ট্ৰেন্সটোৰ দক্ষিণ দিশে এজোপা কদম গছো আছিল। চৌহদটোৰ উত্তৰ-পশ্চিম দিশে এটা মজলীয়া আয়তনৰ পুখুৰী আৰু তাৰ তিনিও ফালে নানা তৰহৰ নেমুটেঙাৰ গছ। একাষে নিমগছ। তাৰ কাষতে হাঁহ-পাৰৰ গড়াল আৰু কাষতে গোহালি আৰু তাৰ মাজে মাজে শাকনি বাৰী। পুখুৰীটোৰ পূব দিশে এখন কলৰ বাৰী। ফুলনিখনৰ পশ্চিম দিশে গাড়ী থোৱা ঘৰৰ একাষে বনকৰা মানুহ থকাৰ বাবে কোঠালিসমূহ আছিল।

বহাঘৰটোৰ কাষতে থকা কোঠালিটোত বিভিন্ন ধৰণৰ সংগীতিক বাদ্যযন্ত্র দেখাৰ কথা এতিয়াও মনত পৰে। এই বাদ্যযন্ত্রবোৰ মোৰ দুয়োজনী বাইদেউৱে বিয়াৰ আগতে ব্যৱহাৰ কৰিছিল। পশ্চিম ফালৰ পঢ়া কোঠালীটোৰ গাতে লাগি থকা কোঠালিটোত আমাৰ সৈতে দেউতাৰ তৃতীয়জন ভায়েক প্রফুল্ল প্রসাদ বৰুৱা আছিল। তেখেতক আমি সকলোৱে 'প খুড়া' বুলি মাতিছিলো। তেখেতে জীৱনত বিয়া-বাৰু নকৰাই এক প্রকাৰ সন্যাসেই লৈছিল যদিও গেৰুৱা বসন পৰিধান কৰা নাছিল আৰু আমিষ ভোজনেই গ্রহণ কৰিছিল। তেখেতৰ কথা মা, দেউতাৰ পৰা শুনা মনত পৰে ১৯৪৩ চনত যোৰহাটত হোৱা প্রবল ভূঁইকঁপত তেখেত শুই থকা কোঠালিৰ এফালৰ দেৱাল এখন ভাগি গাত পৰা সত্ত্বেও সামান্য আঘাতৰ বাদে তেখেতৰ একোকে হোৱা নাছিল।

একেবাৰে সৰুকালিৰ দুই-এটা কথা সুন্দৰকৈ মনত পৰে। বাল্যকালত ঘটা কিছুমান সংঘাতপূর্ণ কথা হয়তো মগজুৰ কোনোবা কোঠালিত চিৰদিন সংৰক্ষিত হৈয়ে থাকে। দ্বিতীয় মহাযুদ্ধৰ সময়ত বোধকৰো মোৰ বয়স তিনি-চাৰি বছৰৰ ভিতৰত হ'ব। আমাৰ তৰাজানৰ ঘৰৰ সন্মুখত থকা বিশাল বাগিচাখনৰ মাজভাগত যুদ্ধৰ সময়ত প্রায় মানুহৰ ঘৰত থকাৰ দৰে একোটা বিশাল ট্রেন্স আছিল। শত্রুপক্ষৰ বিমানৰ উমান পালেই চহৰখনৰ কোনো এক বিশেষ স্থানৰ পৰা ছাইৰেণ বজোৱা হয় আৰু ছাইৰেণৰ শব্দ শুনাৰ লগে লগে ঘৰখনৰ সকলোখিনি সদস্য সেই ট্রেন্সত সোমাবলৈ দৌৰ মাৰিছিল। তেনে পৰিস্থিতিত মায়ে মোক দাঙি লৈ দৌৰ মৰাৰ মাজতো কোনোবা ফাঁকেৰে আকাশখনলৈ চাইছিলো। যুদ্ধ সম্পর্কে ধাৰণা কৰিবলৈ যদিও মোৰ বয়স হোৱা নাছিল তথাপি বিশাল আকাশখনৰ ৰূপবোৰে .. ।

তাৰ পিছৰ সময়খিনিতে মোৰ সৰু বাইদেউ ৰেণুকাৰ বিয়া হয় অসমৰ স্বনামধন্য বুৰঞ্জীবিদ ৰায়বাহাদুৰ কনকলাল বৰুৱাৰ পুত্র ননিলাল বৰুৱাৰ সৈতে। ভিনিদেউ চাকৰি সূত্রে বিহাৰত থকাৰ বাবে বাইদেৱো তেখেতৰ লগত যায়গৈ। তাতে মোৰ ডাঙৰজনী ভাগিনৰ জন্ম হৈছিল। তাইৰ জন্মৰ আগে আগে মা-দেউতাৰ লগত ৰেলেৰে পূর্ববংগ (এতিয়াৰ বাংলাদেশ)ৰ মাজেৰে মণিহাড়ীঘাট হৈ আমি বিহাৰলৈ গৈছিলো। আমি গৈ থকা ৰেলখন কোনোবা ষ্টেচনত গৈ ৰৈছিল। এনেতে বিপৰীত ফালৰ পৰা মহাযুদ্ধৰ আমেৰিকান

আৰু নিগ্ৰো সৈন্য কঢ়িয়াই অনা আন এখন ৰেলগাড়ী সেই ষ্টেচনতে আহি ৰ'লহি। আমি ৰেলৰ কোঠাৰ ভিতৰতে বহি আছিলো, খন্তেকতে কেইজনমান গোড়া সৈন্য আহি খিড়িকীৰে হাত ভৰাই মোক মৰম কৰিবলৈ ব্যাকুল হৈ পৰিল। মায়ে খুউব ভয় খাইছিল কিজানিবা সিহঁতে মোক .....! আচলতে, তেওঁলোকে মৰম প্ৰকাশ কৰিবলৈহে বিচাৰিছিল, মায়ে কিন্তু বুজি পোৱা নাছিল। দেউতাই পিছত সকলো বুজাই দিছিল।

বিশিষ্ট চাহখেতিয়ক ৰায়বাহাদুৰ দেৱীচৰণ বৰুৱাৰ এখন ৰক্ষণশীল ঘৰত মোৰ মাৰ জন্ম হৈছিল। সৰুৰে পৰা মা বোলে বুদ্ধিত যথেষ্ট পাৰ্গত হোৱা সত্বেও সেই সময়ত কন্যা সন্তানক ঘৰৰ পৰা উলিয়াই বিদ্যালয়ত পঢ়ুওৱাৰ দৰে পৰিৱেশ এটা গঢ় লৈ নুঠাৰ বাবেই তেওঁ উচ্চ শিক্ষাৰ পৰা বঞ্চিত হৈছিল। তথাপি ককাই নিজৰ ছোৱালীক পঢ়ুৱাবৰ বাবেই স্থাপন কৰিছিল তৰাজানৰ পাৰত এখন বালিকা বিদ্যালয়। এই বিদ্যালয় খনেই এতিয়া 'দেৱীচৰণ বৰুৱা বালিকা বিদ্যালয়' হিচাপে জনাজাত। এইখন বিদ্যালয়ৰে প্ৰথম ছাত্ৰী আছিল মোৰ মা কাঞ্চনলতা আৰু মাৰ লগ হ'বৰ বাবে কেইগৰাকীমান ছাত্ৰী। প্ৰাইমাৰী বিদ্যালয় শেষ কৰাৰ পিছতে মাৰ শিক্ষা জীৱনৰ সামৰণি পৰিছিল। ভাবিলে আচৰিত লাগে কুৰি শতিকাৰ প্ৰথম ভাগত অসমৰ স্ত্ৰী শিক্ষাৰ অৱস্থা কেনে আছিল। এনেকৈয়ে হয়তো বহুতো যোগ্যা কন্যা উচ্চ শিক্ষাৰ পৰা বঞ্চিত হোৱাৰ অনেক উদাহৰণ আছে।

বিহাৰৰ মজফৰপুৰত থকা বাইদেউহঁতৰ ঘৰৰ ওপৰৰ ছাৰ্চলাইটৰ দৰে বৃহৎ লাইটটোৰ কথা, বেছি গৰম পৰিলে আমি গৈ ঘৰৰ চাঁদৰ ওপৰত শোৱাৰ কথা এতিয়াও মনত পৰে। এদিন মা আৰু দেউতাৰ লগত ফুৰিবলৈ গৈ কিছু অংশ ৰেল লাইনৰ কাষে কাষে আহি থাকোঁতে হঠাৎ ৰেলগাড়ী এখন আহি পৰাত কেনেকৈ আমি দৌৰি দৌৰি দলং এখনৰ কাষত বৈছিলোগৈ ইত্যাদি কথাবোৰ আজিও মনৰ কোনোবা কোঠালিত সঞ্চিত হৈয়ে আছে।

বিহাৰৰ পৰা ঘূৰি অহাৰ কিছুদিনৰ পিছতে মোৰ শিক্ষা জীৱন আৰম্ভ হৈছিল।" কথাষাৰ কৈয়ে ৰবদেউতা অলপ থমকি ৰোৱা মোৰ চকুত পৰিছিল পুনৰ তেখেতে কৈছিল "তোমাৰ কিজানি আমনি লাগিছেই আজিলৈ আৰু থাকক নেকি? অত পৰে মৰ্য়ে কথাবোৰ কৈ গ'লো অথচ তুমি এষাৰো একোকে নক'লা।" ভাবিছো, ৰবদেউতাই মোৰ মনৰ সঞ্চিত প্ৰশ্নবোৰৰ উত্তৰ দি গ'লেই

যেতিয়া মইনো কি কম! এতিয়া আগ্ৰহেৰে বাট চাইছো পৰৱৰ্তী পৰ্য্যায় শুনিবলৈ!

দ্বিতীয় বাৰ বৰদেউতাৰ জীৱনৰ কথা শুনিবলৈ যাওঁতে তেখেতে এৰি অহা কথাবোৰৰ আঁতডাল জোৰা লগাই ক'বলৈ আৰম্ভ কৰিলে- 'যোৰহাট তৰাজানৰ বুঢ়াগোহাঁই পুখুৰীৰ পাৰত থকা প্ৰাইমাৰী স্কুলখনতেই মোৰ শিক্ষা জীৱন আৰম্ভ হৈছিল। জীৱনত প্ৰথম বিদ্যাৰম্ভৰ দিনবোৰৰ কথা কেনেকৈ পাহৰো! সেই সময়ৰ পৰাই মই কল্পনা কৰি ভাল পাইছিলো। আমাৰ স্কুলৰ কাষতে থকা বুঢাগোহাঁই পুখুৰীটো তেতিয়া অসংখ্য বিশাল আকাৰৰ শাল, শ'ল মাছৰে ভৰা আছিল। বিদ্যালয়ৰ পৰা আহোঁতে-যাওঁতে সেই মাছবোৰৰ খেলা পাৰৰ পৰা চোৱাটো মোৰ বাবে কিমান আনন্দৰ মুহূৰ্ত আছিল! কাষেদি পাৰ হৈ যোৱা কোনোবাই কৈ যোৱা মনত পৰে—' পানীৰ কাষলৈ নাযাবি ৰজাদিনীয়া পুখুৰী, মাছবোৰ কালিকা লগা' ইত্যাদি কথাবোৰ। তথাপি সেইবোৰ কথালৈ মোৰ কোনো ভ্ৰূক্ষেপেই নাছিল।

আমি পঢ়ি থকা সময়ত বিদ্যালয়ত আজিৰ দৰে উন্নত বিজুলী পাংখাৰ ব্যৱস্থা নাছিল। ব্ৰিটিছ কালত কাৰ্য্যালয়ত থকাৰ দৰে একোখন 'পাংখা'হে আছিল। এই পাংখাসমূহ ডাঠ কাপোৰ চিলাই কৰি ওলমি থকা পৰ্দাৰ দৰে। প্ৰতিটো শ্ৰেণীৰ কোঠালিত শিক্ষক আৰু ছাত্ৰই সমূহীয়াকৈ বা পাবৰ বাবে একোখন পাংখাৰ ব্যৱস্থা আছিল। এডাল দীঘল ৰছীৰে এই পাংখাসমূহ সংলগ্ন কৰি ৰখা হয় আৰু শ্ৰেণীৰ বাহিৰত সেই ৰছীডাল টানিব পৰাকৈ সুবিধা ৰাখি এখন বেঞ্চ পাৰি থোৱা হৈছিল। গৰমৰ দিনত আমি ছাত্ৰসকলে চাৰিজনকৈ পালপাতি এই ৰছীডাল টানিছিলো শ্ৰেণীত বতাহৰ প্ৰয়োজনত। আমাৰ মাজলৈ যেতিয়াই এই কামৰ ফৰমাইচ্ আহিছিল আমাৰ হিয়া আনন্দৰে নধৰা হৈছিল। বিদ্যালয়লৈ ফলি, মাটি পেঞ্চিল আৰু ফলিত লিখাবোৰ মচিবলৈ বঁহত গছৰ কোঁহ নিয়াৰ কথা এতিয়াও মনত পৰে।

বুঢ়াগোহাঁই পুখুৰীৰ পাৰতে পুৰণি কলীয়া তৰাজান নাট্যমন্দিৰ। বিদ্যালয়ৰ পৰা আহোঁতে-যাওঁতে নাট্যমন্দিৰ কেতিয়াবা খোলা থাকিলে ভিতৰ সোমাই চাইছিলো, নাটৰ আখৰা চলি থাকিলেতো কথাই নাই। হয়তো শৈশৱৰ এইবোৰ কথাই পিছলৈ মোক এই বিষয়ৰ প্ৰতি আগ্ৰহী হ'বলৈ অনুপ্ৰাণিত কৰিছিল। সেই সময়ত মোৰ ওপৰৰ জন ককাইদেউ শংকৰে নাটত অভিনয়

কৰিছিল আৰু তাৰে চেলু লৈ অভিনয়-আখৰা চাবলৈ সন্ধিয়া ককাইদেউৰ পিছ লৈছিলো। এইদৰে আখৰা চাবলৈ যাওঁতে সেই সময়ৰ বিভিন্নজন নামী অভিনেতাৰ অভিনয় চোৱাৰ কথা মনত পৰে। তৰাজান নাট্যমন্দিৰটো অভিনেতা, পৰিচালক প্ৰাঞ্জল শইকীয়াহঁতৰ পুৰণা ঘৰৰ একেবাৰে সন্মুখতে। প্ৰাঞ্জলৰ দেউতাক প্ৰয়াত দ্বিজেন্দ্ৰ নাথ শইকীয়া এজন সু-অভিনেতাৰ উপৰিও এজন সুদক্ষ স্মাৰক। সৰুতে আখৰা চাবলৈ যাওঁতে তেখেতৰ স্মাৰক বচনবোৰে আমাৰ শিশু মনক চুই গৈছিল।

মই প্ৰাথমিক বিদ্যালয়ত পঢ়ি থাকোতেই আমাৰ সৰু বাইদেউ ৰেণুকাৰ (পুনু) দ্বিতীয় সন্তানটো তৰাজানৰ ঘৰতে জন্ম হৈছিল। ইতিমধ্যে ডাঙৰ ভাগিনজনী খেলিব পৰাৰ লগতে কেঁচুৱা ভাগিনটোক অলপ ডাঙৰ কৰি বাইদেউ নিজৰ ঘৰলৈ গৈছিল গৈ। ভাগিনটোৰ ডেৰ বছৰৰ পাছত হঠাৎ ৰেণুকা বাইদেউৰ টান নৰিয়া আৰম্ভ হ'ল। ভিনিদেৱে উন্নত চিকিৎসাৰ লগতে মা, দেউতাৰ কাষত থাকিলে সোনকালে সুস্থ হৈ উঠিব বুলি ভাবিয়েই ভাগিন-ভাগিনীৰ সৈতে বাইদেউক আমাৰ ঘৰত থৈ গৈছিলহি। কিন্তু সকলো আশা চূৰমাৰ কৰি চিকিৎসকে এদিন ঘোষণা কৰিলে তেওঁক বচোৱা টান।— সেই দিনা ৰাতিপুৱাৰে পৰা ঘৰৰ সকলোৰে মুখবোৰত শোকৰ ছাঁ। মই আৰু ভাগিন-ভাগিনীজনীয়ে যাতে সেই দৃশ্যবোৰ প্ৰত্যক্ষ নকৰোঁ, তাৰবাবে আমাক পঠাই দিছিল কাষতে থকা মামা হেৰেম্ব প্ৰসাদ বৰুৱাৰ ঘৰলৈ। আমি ঘৰৰ পৰা যোৱাৰ আগতে ঘৰখনত আলোচনা হোৱা কথাবোৰে এতিয়াও মোক দহি নিয়ে। 'বাইদেউ অলপ পিছতেই ঢুকাব'।

মামাৰ ঘৰত যদিও আছিলোঁগৈ তথাপি বাইদেউ অলপ পিছতেই ঢুকাব কথাষাৰে মোৰ বুকুখনত বৰকৈ খুন্দিয়াইছিল। মামাহঁতৰ বিশাল ফুলনিখনৰ এমূৰে থকা পাইপবোৰৰ ওপৰত মই ভাগিনহঁতক লৈ বিষণ্ণমনেৰে বহি আছিলো। মামাৰ ল'ৰা-ছোৱালী, দাদা-বাইদেউহঁতে তেনেকৈ বহি থকা দেখি কি হৈছে সোধাত বাধা নামানি শোকত ফেঁকুৰি উঠিছিলো আৰু কৈছিলো- 'পুনু বাইদেউ অলপ পাছতেই ঢুকাব'! এই কথাকেইটা মোৰ বাবে কিমান বেদনা গধূৰ আছিল।

যোৰহাটতে বাইদেউৰ কাজ কৰ্ম হৈ যোৱাৰ পিছত কণমানি মাতৃহাৰা ভাগিন-ভাগিনীজনীক লৈ ভিনিদেউ গুৱাহাটীলৈ ঘূৰি আহিছিল। মোৰ সতে

বয়সৰ ব্যৱধান কম থকা ভাগিনহঁত গুচি অহাত মনটো সেমেকি উঠিছিল। কন্যাৰ মৃত্যুৱে গভীৰভাৱে চুইযোৱা মা, দেউতাৰ দুখ উপশমৰ পথ দেখুৱাইছিল ভাগিন-ভাগিনী দুটাই, যাৰ বাবে তেওঁলোকে মোকো লগত লৈ গুৱাহাটীলৈ আহিছিল।

ইযাৰ আগতে বিহাৰলৈ মা-দেউতাৰ লগত যাওঁতে মই সৰু আছিলো। দুই-এটা ঘটনা আগতে কৈ আহিছোৱেই তথাপি আনবোৰ কথাচোন মনত নপৰেই। কিন্তু এইবাৰ গুৱাহাটীলৈ অহাৰ প্ৰতিটো কথাই মনত পৰে। সেই সময়ৰ গুৱাহাটীখন যে এতিয়া সপোনৰ দৰেই ক'ৰবাত হেৰাই গ'ল। আমি আহি উজান বজাৰ অঞ্চলত থকা ডাঙৰ বাইদেউৰ শহুৰেক কমল কাকতি ডাঙৰীযাৰ ঘৰত আছিলোহি। সেই সমযত গুৱাহাটীত যাতায়াত বাহনবোৰৰ ভিতৰত ঘোঁৰাই টনা বাগীৰহে প্ৰচলন আছিল। আজিৰ দৰে চিটিবাছ, ৰিক্সাৰ নাম নিচান নাছিলেই। এই বাগীবোৰ বন্ধখিনি দোলা এখনৰ দৰে। ভিতৰত চাৰিজন যাত্ৰী বহিব পাৰে। গাড়ীখনৰ সন্মুখত ঘোঁৰাৰ চহিচজন বহে। তেৱেঁই ঘোঁৰা দুটাক নিযন্ত্ৰণ কৰি গাড়ীখন চলাই নিয়ে। দুটা ডাঙৰ চকা থকা গাড়ীখনৰ পিছফালে মালবস্তু বান্ধি নিব পৰা সুবিধাও আছিল। এনে ধৰণৰ ঘোঁৰাগাড়ী উজান বজাৰ অঞ্চলৰ মাজেদি পাৰ হ'লে দুই-চাৰিজন দুষ্ট ল'ৰাই গাড়ীখনৰ পিছফালে ওলমি আমনি কৰা আৰু সিহঁতক আঁতৰাবলৈ চহিচজনে চাবুকডালেৰে ওলোটাকৈ লাহেকৈ কোব মৰা দৃশ্যটো এক গতৰ দৰেই আছিল। ৰাস্তাৰে পাৰহৈ যোৱা বাগীবোৰৰ ঘোঁৰাৰ খুৰাৰ খট্‌খট্‌নি আৰু জুনুকাৰ শব্দই আমাৰ শিশুমনক চুই গৈছিল। তেজী ঘোঁৰাক সজাই-পৰাই চহিচজনে ব্যৱহাৰ কৰা দৃশ্য এক আকৰ্ষিত মুহূৰ্ত। তেনে ঘোঁৰা গাড়ীত উঠি বিভিন্ন ঠাই ফুৰাৰ স্মৃতি মনৰ পৰা বিছিন্ন কৰা জানো সম্ভৱ?"

এই খিনিতে বৰদেউতাই এটি অতি গুৰুত্বপূৰ্ণ কথা কৈছিল। যি কথা উল্লেখ নকৰিলে হযতো মোৰ ভুল হ'ব- আমি জাতিটোৱেই সংৰক্ষণশীল নহয়। কোনো এটা পুৰণি বস্তুকেই সংৰক্ষণ কৰাৰ গুণটো আমি শিকাই নাই। আজি গুৱাহাটী নালাগে অসমৰ কোনো এঘৰ অভিজাত পৰিয়ালত অস্তিত্ব বুলিবলৈ এনে এখন ঘোঁৰা গাড়ীৰ অংশ বিশেষো পাবলৈ নাই। আনকি ড° ভবেন্দ্ৰ নাথ শইকীয়া ডাঙৰীয়াই তেখেতৰ 'অগ্নিস্নান' কথাছবিত ব্যৱহাৰ কৰিবৰ বাবে অসমৰ বাতৰি কাকতত বিজ্ঞাপন দিও বিফল হৈ তেনে এখন

ঘোৰাবাগী কলিকতাৰ পৰা কিনি আনিব লগা হৈছিল। এতিয়াও সেই ঘোঁৰাগাড়ীখন তেখেতৰ বেলতলাৰ বাসগৃহত সংৰক্ষিত হৈ আছে। বৰ্তমান যান্ত্ৰিকতাৰ যুগত গুৱাহাটীবাসীৰ মনবোৰো সংকোচন হ'বলৈ ধৰিলে। শিলপুখুৰী অঞ্চলৰ পুৰণি মৰম লগা প্ৰত্যেকটো ঘৰৰ সন্মুখৰ দৃশ্য বৰ্তমান দোকান বজাৰৰ বাবে সেই অঞ্চলটোৰ বিশেষত্ব সমূহেই হেৰাই যাবলৈ ধৰিলে।"

মোৰ মনত আছে তাৰ পিছতে তেখেত পুনৰ ঘূৰি আহিছিল নিজৰ কথালৈ আৰু কৈছিল- "গুৱাহাটীলৈ মা-দেউতাৰ লগত ভাগিনহঁতক চোৱাৰ অৰ্থে আহোঁতে এই ঠাইখনৰ সামান্য ছবিখন মোৰ মনৰ মাজত ৰৈ গৈছিল। লাহে লাহে বাইদেউ ঢুকুৱাৰ শোকবোৰ সময়ৰ লগত মিলি গ'ল, আমি প্ৰত্যেকে প্ৰত্যেকৰ কামবোৰত নিয়োজিত হ'লো। এনেতে এক আনন্দকৰ বতৰা সমাগত হ'ল - ডাঙৰ ককাইদেউ কৃষ্ণপ্ৰসাদৰ বিয়া। ককাইদেউ তেতিয়া অসমৰ বাহিৰত বেংকৰ চাকৰিয়াল। ঘৰখনৰ জ্যেষ্ঠপুত্ৰ আমাৰ ডাঙৰ ককাইদেউলৈ নবৌ আহিব এই কথা ভাবি উলাহে নধৰা হৈছিল। নবৌ আছিল যোৰহাটৰ স্বাধীনতা সংগ্ৰামৰ এগৰাকী অগ্ৰণী সেনানী কুলধৰ চলিহা ডাঙৰীযাৰ মাজু জীয়াৰী অঞ্জলি। আমাৰ মজিন্দাৰ বৰুৱা বংশৰ পৰম্পৰা মতে পুৰুষ সকলক উত্তৰী(লগুণ) দিয়াৰ নিয়ম আছে। ককাইদেউৰ ক্ষেত্ৰতো বিযাৰ আগদিনা উত্তৰী দিয়া হৈছিল। অৱশ্যে সময়ৰ লগে লগে এতিয়া এইবোৰ নিয়ম লোপ পাবলৈ ধৰিছে।

নবৌৰ দেউতাক কুলধৰ চলিহা ডাঙৰীয়া কলেজত আমাৰ দেউতাৰ সহপাঠী আছিল। ১৯০১ চনত স্থাপিত হোৱা কটন কলেজৰ প্ৰথম চাম ছাত্ৰৰ ভিতৰত তেওঁলোক দুজনো আছিল।

সময়ত অঞ্জলি নবৌ আমাৰ ঘৰৰ বোৱাৰী হৈ আহিল। অপৰূপা নবৌ গৰাকী যেন সাক্ষাৎ সৰগৰ পৰী! ৰাতিপুৱা গা-পা ধুই নবৌৱে যেতিয়া গোসাঁই ঘৰৰ কামবোৰ কৰিবলৈ যায় লগে লগে ময়ো লাগি যাওঁ। মোৰ শিশুকালত এই গৰাকী নবৌৱে গভীৰভাবে ৰেখাপাত কৰিছিল। তেখেতৰ অসাধাৰণ ৰূপ-লাবণ্য আৰু ব্যক্তিত্বই আজিও মোৰ হৃদয়ত মাতৃতুল্যা আসন অধিকাৰ কৰি আছে। বিয়াৰ অলপ দিন পিছত ককাইদেউৰ কৰ্মস্থলীলৈ নবৌ গ'লগৈ। আমাৰ মনবোৰো নবৌৰ অনুপস্থিতিত উৰুঙা উৰুঙা লাগিছিল।

এইখিনি সময়তে মোৰ বাবে অতি গুৰুত্বপূৰ্ণ কথাটো আছিল দেশৰ প্ৰথম স্বাধীনতা দিৱস উদ্‌যাপন কাছাৰী পথাৰত চাবলৈ ককাইদেউৰ লগত যোৱাটো। বিশাল কাছাৰী পথাৰখনত স্বাধীনতাৰ পতাকা উৰুওৱা চাবলৈ ৰাইজ ঠাহ খাই পৰিছে। দেশৰ স্বাধীনতাত উৎফুল্লিত মন। কুলধৰ চলিহা ডাঙৰীয়াই মঞ্চৰ ওপৰত শেষ মুহূৰ্তত ভলণ্টিয়াৰসকলক উপদেশ দিয়াত ব্যস্ত আছিল। সভাত তেতিয়া কি কৈছিল এতিয়া মোৰ মনত নাই তথাপিও সেই দৃশ্যৰাজী আজিও হৃদয়ত কঢ়িয়াই লৈ ফুৰিছো!

সেই সময়ত পৃথিৱীৰ আন ঠাইৰ লগত সংযোগ স্থাপনৰ একমাত্ৰ মাধ্যম আছিল ৰেডিঅ'টো। ১৯৪৮ চনৰ জানুৱাৰী মাহৰ ৩০ তাৰিখৰ সন্ধিয়া দেউতাই ৰেডিঅ'ত বাতৰি শুনি আছে। হঠাৎ দেউতাই চিঞৰ এটা মাৰিলে। গৈ দেখোঁ দেউতা মাটিত বহি মূৰে কপালে হাত দি আছে। সকলোৱে দেউতাক কি হৈছে বুলি সোধাত দেউতাই চলচলীয়া চকুৰে ক'লে 'মহাত্মাজীক গুলীয়াই হত্যা কৰিলে'। আজীৱন ব্ৰিটিছ শাসকৰ তলত চাকৰি কৰি অহা, স্বাধীনতা সংগ্ৰামৰ সময়তো দেউতাক দেশদ্ৰোহী আখ্যা দিয়া, জীৱিত কালত মহাত্মা গান্ধী আৰু গান্ধীবাদৰ বিৰুদ্ধে কিতাপ লিখা সেইজন দেউতাৰ অন্তৰৰ ভিতৰত গান্ধীজীৰ দৰ্শনৰ প্ৰতি থকা শ্ৰদ্ধাৰ বিষয়ে গান্ধীজীৰ মৃত্যুৰ খবৰ পোৱা মুহূৰ্তত ফুটি উঠিছিল।

এইখিনি সময়ত এটি চৰিত্ৰই শিশু মনটিক বৰকৈ ৰেখাপাত কৰিছিল। দেশে স্বাধীনতা লাভ কৰা, গান্ধীজীক হত্যা কৰা পিচতো আমি প্ৰায়েই দেখা চৰিত্ৰটো হ'ল 'মুখুৰী বাই'ৰ। তেখেতে অনবৰতে খদ্দৰৰ মেখেলা চাদৰ, দীঘল হাতৰ চোলা আৰু মূৰত গান্ধী টুপি পৰিধান কৰি ; এডাল চুৰ বাঁহৰ কামিত জাতীয় কংগ্ৰেছৰ পতাকা কান্ধত লৈ বাটে বাটে 'গান্ধীৰ জয়' ভাৰত মাতাৰ জয় ধ্বনিৰে আপোনমনে গৈ থকা প্ৰায়েই দেখিছিলো। মা-দেউতাৰ পৰা গম পাইছিলো 'মুখুৰী বাই' স্বাধীনতা আন্দোলনৰ সক্ৰিয় ভলণ্টিয়াৰ আছিল। দেশৰ কামত লাগি থাকোঁতেই তেওঁৰ স্বামী আৰু একমাত্ৰ সন্তানৰ অলপ দিনৰ অসুখতে মৃত্যু হয়। তাৰ পিচৰ পৰা মুখুৰী বাইৰ মগজুৰ বিকৃতি ঘটে আৰু দেশ স্বাধীন হৈ যোৱাৰ পিচতো এইদৰে আপোন মনে 'গান্ধীজীৰ জয়' 'ভাৰতমাতাৰ জয়' ধ্বনিৰে আলিবাটে আলিবাটে চিঞৰি গৈ থাকে।

১৯৪৮ চনত মই তৰাজান প্ৰাইমেৰী স্কুলত তৃতীয় শ্ৰেণী শেষ কৰি

যোৰহাট শংকৰদেৱ ছেমিনাৰী স্কুলৰ চতুৰ্থ শ্ৰেণীত ভৰ্ত্তি হওঁ। ১৯৪৮ চনৰ পৰা ১৯৫০-৫১ চনৰ ভিতৰৰ সময়খিনি মোৰ শৈশৱৰ লগতে উপলব্ধিৰ পৃথিৱীখনত আকস্মিক আহি পৰা আনন্দ আৰু অশ্ৰুৰ সমষ্টি আছিল। ১৯১৩ চনতে উপেন্দ্ৰ নাথ বৰুৱাই প্ৰতিষ্ঠা কৰা জৰ্জ ছেমিনাৰীয়েই পিছলৈ শংকৰদেৱ ছেমিনাৰীলৈ ৰূপান্তৰিত হয়। মই নাম লগোৱা সময়তো এই স্কুলখন য'তেই আছিল বৰ্তমানো তাতেই আছে। আমাৰ প্ৰধান শিক্ষক আছিল উপেন্দ্ৰ নাথ বৰুৱা ডাঙৰীয়াৰ জ্যেষ্ঠ পুত্ৰ বিমান বৰুৱা ছাৰ। এক অসাধাৰণ ব্যক্তিত্বৰ অধিকাৰী বিমান বৰুৱা ছাৰৰ সান্নিধ্য যি এবাৰ পোৱা নাই তেওঁৰ জীৱনটোৱেই মিছা বুলিব পাৰি। আমাৰ জীৱনটো গঢ় দিয়াৰ গুৰিতে আছিল বিমান বৰুৱা ছাৰ। ছাৰ স্কুলৰ পদূলিত ভৰি থোৱা মাত্ৰকে গোটেই পৰিৱেশটোৱেই কাঁহ পৰি জীন যোৱাৰ দৰে হৈছিল। শ্ৰেণীত পাঠদান বা পাঠগ্ৰহণৰ সময়ত বাৰাণ্ডাৰে তহল দিয়া ছাৰক দেখাৰ লগে লগে শিক্ষক আৰু ছাত্ৰ উভয়ে মনোযোগী হোৱাৰ দৃশ্য এতিয়া পাবলৈয়ে নাই। আমি বুজিছিলো সময়ৰ প্ৰতি সদা স[illegible]তন ছাৰ স্কুলত ভৰি দিয়া মানে দহ বাজিবলৈ পোন্ধৰ মিনিট থকা। সহজ [illegible]ৰল, নিয়মীয়া উচ্চতাৰ ধুতি আৰু কামিজৰ ওপৰত কোট পিন্ধি ভৰিত [illegible]মচুৰে সৈতে বিমান বৰুৱা ছাৰ এক অসাধাৰণ ব্যক্তিত্বৰ অধিকাৰী আছিল।

আমি স্কুলৰ পৰা আহোঁতে যাওঁতে চোলাধৰা অঞ্চললৈ সোমোৱা পথৰ কাষতে থকা নিজা ঘৰৰ বাৰাণ্ডাত থকা চকীখনত বিমান বৰুৱা ছাৰৰ দেউতাক উপেন্দ্ৰ নাথ বৰুৱা ডাঙৰীয়াক প্ৰায়েই বহি থকা দেখিছিলোঁ। দীঘল দাড়িৰে সৈতে তেখেতক সাইলাখ কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ দৰেই লাগিছিল।

সৰুৰে পৰা মই সংগীত শুনি ভাল পাওঁ। মোৰ মনত পৰে আমাৰ ঘৰত ওখ বাকছৰ আৰ্হিৰ কাষৰ ফালে চাবি দিব পৰা হেণ্ডেল থকা নীলা ৰঙৰ এইছ.এম.ভি.ৰ এটা গ্ৰামোফোন আছিল। য'ত কমলা কুৱঁৰীৰ গীতৰ পৰা আৰম্ভ কৰি কবি গণেশ গগৈদেৱৰ 'জেৰেঙাৰ সতী' নাটকৰ বিভিন্ন পালাৰ লগতে বৰগীত, বনগীত, পাৰ্ব্বতী প্ৰসাদ বৰুৱাৰ গীতৰ ৰেকৰ্ড শুনি মোৰ কণমানি মনটো নিজম পৰি গৈছিল।

স্বাধীন অসমৰ প্ৰথমজন মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈ। গুণীৰ গুণ বুজা এইজন বহল মনৰ সুপ্ৰশাসক বৰদলৈদেৱে অসম চৰকাৰৰ ফালৰ পৰা অসমৰ প্ৰথমজন 'উদ্যোগীকৰণ ন্যায়াধীশ' হিচাপে দেউতাক নিযুক্ত কৰে।

দেউতা প্ৰায়েই এই সংক্ৰান্তত গুৱাহাটীলৈ আহিব লগাত পৰিছিল। অৱসৰৰ পিছত ঘৰতে থাকিব লগা হোৱা মানুহজন পুনৰ কামৰ মাজত সোমাই পৰিল। সেই সময়ত আমাৰ এখন 'হিলমেন' গাড়ী আছিল। এই গাড়ীখনতেই উঠি দেউতা বিভিন্ন ঠাইলৈ অহা যোৱা কৰিছিল।

গুৱাহাটীৰ উজান বজাৰ অঞ্চলৰ ফটিক চন্দ্ৰ বৰুৱা পথত দেউতাই কুৰিৰ দশকতে অসম আৰ্হিৰ এটা ঘৰ সজাইছিল। পুৰণি আৰ্হিৰ এই ঘৰটোৰ সন্মুখত থকা চাৰিটা গোল ডাঙৰ খুটাই ঘৰটোক এক বেলেগ গাম্ভীৰ্য্য প্ৰদান কৰিছে। সৰুতে এই খুটা কেইটাই কিয় জানো মোক আকৃষ্ট কৰিছিল! সেই সময়ত আমি যোৰহাটত থকাত, এই ঘৰটো ভাড়া দি থোৱা হৈছিল। মা-দেউতাই সৰুতে কোৱা মনত পৰে আমি যোৰহাটত থাকোঁতে গুৱাহাটীৰ ঘৰটোত বোলে চকীদাৰ এজন ৰখীয়া হিচাপে ৰাখি কোঠাবোৰ বন্ধ কৰি থোৱা আছিল। ভিতৰত ব্যৱহৃত সা-সামগ্ৰী যেনেকৈ থোৱা আছিল তেনেকৈয়ে আছিল। কিন্তু দ্বিতীয় মহাসমৰ আৰম্ভ হোৱাৰ লগে লগে ঘৰটো মিলিটাৰীয়ে অধিগ্ৰহণ কৰাত বহু বয়-বস্তু হানি হ'ল। কাষৰ বাসিন্দাসকলে হেনো মা-দেউতাক কৈছিল ঘৰৰ ভিতৰৰ কাঁহী-বাটিবোৰ শূন্যলৈ দলিয়াই মিলিটাৰীবোৰে ৰঙ পাইছিল আৰু মাজে মাজে আলাসতে এইবোৰ গুলীয়াই চূৰ্ণ-বিচূৰ্ণ কৰি পেলাইছিল।"

বৰদেউতাৰ সজীৱ কাহিনীবোৰ শুনি এক আমেজত মত্ত হৈ থাকোঁতেই তাৰ মাজতে তেখেতে উল্লেখ কৰা কিছুমান কথা মনত পৰিছে- "শৈশৱৰ কথাবোৰ কৈ শেষ কৰিম বুলি ভাবিলেও কেনেকৈ তাহানিৰ কথাবোৰে মোক আগুৰি ধৰেহি? মই নিজেই নাজানো মোৰ মাজত ইমানবোৰ কথা অত দিনে ক'ত থুপ খাই আছিল! শৈশৱ মানে বুজো এক ৰঙীন প্ৰতিচ্ছবি য'ত আন কোনো কথাই প্ৰাধান্য নাপায়, পৱিত্ৰতা মাথো চাৰিওফালে পৱিত্ৰতা! মোৰ শৈশৱৰ প্ৰথম ছোৱা গতানুগতিক হ'লেও মাজতে আহি পৰা আকস্মিক পৰিৱৰ্তনে মোৰ অনুভৱৰ পৃথিৱীখনেই সলনি কৰি থৈ গ'ল। আজি মই যি হৈছো সকলো শৈশৱৰ প্ৰতিচ্ছবিৰ ফলশ্ৰুতিতে। পিছত সকলোবোৰ কথা আহি পৰিবই। এতিয়া মই ভাবো ভগৱানে যি কৰিলে ভালৰ বাবেই কৰিলে। ন'হলে আজি মই ভিন্ন ৰূপত......!" ভাবিছো সেইদিনা বৰদেউতাই মোৰ আগত কিমান মুক্ত হৈ কথাবোৰ কৈছিল! তাৰ পিছতে তেখেতে পুনৰ ঘূৰি

গৈছিল নিজস্ব শৈশৱৰ কাহিনীবোৰলৈ—"আমি সৰু কালিৰে পৰা দেউতা, মাৰ মুখেৰে শুনিছো দেউতাৰ ঠিক তলৰে এজন ভায়েক অৰ্থাৎ আমাৰ এজন মাজু খুড়া আছিল। কুৰিৰ দশকতে তেওঁ সন্যাসী হৈ অসমৰ বাহিৰলৈ গুচি গৈছে। তেওঁ সন্যাসী হোৱাৰ পিছতো এটা কাহিনী আছে। তেখেতৰ নাম ত্ৰিগুণা প্ৰসাদ বৰুৱা। উত্তৰ গুৱাহাটীৰ পৰা অহা-যোৱা কৰি তেখেতে গুৱাহাটীৰ সোনাৰাম হাইস্কুলত শিক্ষকতা কৰিছিল। তেখেত জাতীয় কংগ্ৰেছৰ বিদ্ৰোহাত্মক গোটটোৰো সদস্য আছিল। দুজন ব্ৰিটিছ বিষয়াৰ হত্যাৰ সংক্ৰান্তত তেখেতৰ নামটোও সন্নিৱিষ্ট কৰাত তেখেতে আত্মগোপন কৰে। ব্ৰিটিছ চৰকাৰে মাজুখুড়া আৰু দুজনমানক ধৰি দিব পাৰিলে পুৰস্কাৰ ঘোষণা কৰিলে। সেই সময়ত অসমৰ বাহিৰলৈ যোৱা ৰেল সমূহ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে থকা আমিন গাঁৱৰ পৰা চলাচল কৰিছিল। তেতিয়াই মাজুখুড়াই সন্যাসীৰ বেশ ধৰি আমিনগাঁৱৰ পৰা ৰেলত উঠি অসমৰ বাহিৰলৈ গুচি যায়। এইধৰণে তেখেত বিভিন্ন সন্যাসীৰ লগত হৃষিকেশ, হৰিদ্বাৰ আদিত কটাওঁতে সঁচাকৈয়ে সন্যাস ধৰ্মৰ ফালে তেখেতৰ মনটো ঢাল খায় আৰু সঁচাকৈয়ে পূৰ্ণ অৰ্থত এজন সন্যাসী হৈ পৰে। এটা সময়লৈকে তেখেতে দেউতাৰ লগত চিঠিৰে যোগাযোগ ৰাখিছিল। এবাৰ দেউতাই এখন চিঠি পালে যে সন্যাসীৰ দল এটা লক্ষ্মণঝোলালৈ যাব। তাৰ কিছুদিন পিছত খবৰ কাকতত এটা খবৰ ওলাল লক্ষ্মণঝোলালৈ যোৱা এটা বৃহৎ সন্যাসীৰ দলে বাটত হোৱা ভূমিস্খলনত মৃত্যু বৰণ কৰিছে। মাজুখুড়াই হয়তো এই খবৰটোৰ সুবিধা গ্ৰহণ কৰি ঘৰৰ লগত সম্পূৰ্ণ যোগাযোগ বিচ্ছিন্ন কৰি পেলালে। আমি বুজি উঠাৰ পৰা শুনিছো আমাৰ এজন মাজুখুড়া আছিল তেখেতে ভূমিস্খলনত মৃত্যুবৰণ কৰিছে।

আমাৰ নবৌৰ দেউতাক কুলধৰ চলিহাদেৱে লোকপ্ৰিয় গোপীনাথ বৰদলৈ ডাঙৰীয়াৰ কাৰ্য্যকালত প্ৰথমখন অসম বিধান সভাৰ অধ্যক্ষৰ গুৰু দায়িত্ব পালন কৰিছিল। ১৯৫০ চনত চলিহাদেৱে সৰ্ব্বভাৰতীয় অধ্যক্ষ অধিৱেশনত যোগদান কৰিবলৈ ৰাজস্থানলৈ যায়। অধিৱেশনৰ শেষত দুই এঠাইলৈ যাওঁ বুলি 'বেৱাৰ' চহৰলৈ যাওঁতে তাতে দুই-এপদ সামগ্ৰী কিনিবলৈ দোকান এখনত সোমাওতে দোকানৰ কেইবাফালেও থকা ডাঙৰ আইনাত তেখেতে দেখিলে এজন সন্যাসীয়ে হাতত কমণ্ডলু আৰু ভিক্ষাৰ জোলোঙা লৈ দোকানখনলৈ ভিক্ষা বিচাৰি আহিছে আৰু তাৰ আশে পাশে থকা লোক

সকলে সাষ্টাঙ্গে প্ৰণাম কৰি আগৰে পৰা যুগুতাই থোৱা ভিক্ষা তেখেতক প্ৰদান কৰিছে। কুলধৰ চলিহাদেৱে প্ৰথমতে দোকানৰ আইনাত আৰু পিছত প্ৰত্যক্ষ কৰি অপৰিসীম ব্যক্তিত্বৰ গহীন মাতেৰে হিন্দীতে ভক্তসকলক কুশলবাৰ্ত্তা লোৱা সন্যাসী গৰাকীক যেন চিনি পালে। যদিও তেখেতসকলৰ পথ বেলেগ বেলেগ আছিল। তথাপি স্বাধীনতা সংগ্ৰামৰ সময়ছোৱাত একেলগে কাম কৰি কাৰাবৰণ কৰা ত্ৰিগুণা প্ৰসাদ বৰুৱায়ো যেন কুলধৰ চলিহাদেৱক চিনি পাই দোকানৰ পৰা বেগেৰে ওলাই গ'ল। চলিহাদেৱেও দোকানৰপৰা ওলাই গৈ সন্যাসীৰ পিছ ল'লে আৰু আগভেটা দি প্ৰশ্ন কৰিলে, তেখেত ত্ৰিগুণা প্ৰসাদ বৰুৱা হয় নে নহয়? সন্যাসীজনে হিন্দীতে ক'লে যে তেখেত ত্ৰিগুণা প্ৰসাদ বৰুৱা নহয় স্বামী সৰস্বতীনন্দহে। চলিহাদেৱে সন্যাসীজনৰ প্ৰকাশ ভংগী আৰু মাতত অধিক প্ৰতীয়মান হৈ নানা কথাৰে বাৰে বাৰে জোৰ দি সুধিলে তেখেত ত্ৰিগুনা প্ৰসাদ বৰুৱাই। শেষত সন্যাসীজনেও সত্য স্বীকাৰ কৰি উত্তৰ দিলে তেখেতেই ত্ৰিগুণা প্ৰসাদ বৰুৱা। কথাবোৰৰ পিছত চলিহাদেৱে দেউতালৈ টেলিগ্ৰাম যোগে জনালে ত্ৰিগুণা প্ৰসাদ বৰুৱা জীৱিত আৰু তেখেত ঘূৰি আহি সকলো বিবৰি ক'বহি। তেতিয়া আমাৰ ঘৰখনত এই বতৰাই সকলোকে উৎফুল্লিত কৰি তোলাৰ কথা এতিয়াও মনত পৰে। ১৯৫০ চনৰ প্ৰথম কেইমাহমানৰ ভিতৰতে মাজুখুড়া যোৰহাটলৈ আহে। তেখেত যোৰহাট আহি পোৱা দিনটোৰ কথা কেনেকৈ বাৰু পাহৰো! স্বামীজী খুড়া গুৱাহাটীৰপৰা যোৰহাটলৈ উৰাজাহাজেৰে আহিব। আমি সকলো যোৰহাটৰ ৰৌৰিয়া বিমানকোঠৰপৰা তেখেতক আগবঢ়াই আনিবলৈ গৈছো। উৰাজাহাজ আহি পোৱাৰ পিছত সম্পূৰ্ণ গেৰুৱা বসন, হাতত কমণ্ডলু লৈ সন্যাসী বেশেৰে, গহীন গম্ভীৰ খোজেৰে, মজলীয়া উচ্চতাৰ, মুখমণ্ডলত আধা পকা দাড়িৰে মূৰ দোঁ খাই যোৱা ব্যক্তিত্বৰ অধিকাৰী স্বামীজীজনেই যে আমাৰ হেৰাই যোৱা খুড়াজন এই কথা ভাবি মোৰ মাত হৰি গৈছিল। আটাইতকৈ আচৰিত হৈছিলো সাধু সন্যাসী মাজু খুড়াজনে দেউতাক লগপোৱাৰ লগে লগে ভৰি চুই সেৱা কৰাত। দুয়ো ভাই ককাইৰ বহু বছৰৰ পিছত হোৱা মিলনে দুয়োৰে চকুত লোতকৰে ভৰাই তুলিছিল। আমাৰ তৰাজানৰ ঘৰটোত খুড়াৰ বাবে আছুতীয়াকৈ কোঠাৰ ব্যৱস্থা কৰা হৈছিল যাতে তেখেতে কোনো অসুবিধা নাপায়। আমাৰ সৈতে অলপ দিন কটায়

আৰু অসমৰ বিভিন্ন ঠাইত থকা আত্মীয়সকলক লগ ধৰি পুনৰ খুড়া ৰাজস্থানৰ 'বেৱাৰ'ত থকা আশ্ৰমলৈ গুচি যায়।

১৯৫০ চনৰ ১৫ আগষ্ট। দিনটোত বিস্তৃত কাৰ্য্যসূচীৰে চতুৰ্থ স্বাধীনতা দিৱস পালন কৰা হৈছিল। সেইদিনা লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱৰো আদ্যশ্ৰাদ্ধ আছিল। ইয়াৰ আগতে অৰ্থাৎ পাঁচ আগষ্টৰ দিনা তেখেতে ইহলীলা সম্বৰণ কৰিছিল। সন্ধিয়া তেতিয়া সাতমান বাজিছে। মোৰ ওপৰৰজন ককাইদেউ শংকৰ ওলাই গৈছে স্বাধীনতা দিৱসৰ সন্ধিয়াৰ কোনো কাৰ্য্যসূচীলৈ। ঘৰখনত মা, দেউতা আৰু মই। আনবোৰ ককাইদেউ তেতিযা চাকৰি সূত্ৰে যোৰহাটৰ বাহিৰত। হঠাতে এটা প্ৰচণ্ড জোঁকাৰণি অনুভৱ কৰা হ'ল। প্ৰথম অৱস্থাত একো ধৰিব পৰা হোৱা নাছিল। যেতিয়া এই জোঁকাৰণি এটাৰ পিছত আনটো চলিয়েই থাকিল তেতিয়াহে ধৰিব পৰা হ'ল— এয়া ভূমিকম্প। আমিঁ আটায়ে বাহিৰৰ মুকলি ঠাইলৈ দৌৰ মাৰিছিলো। জোঁকাৰণি ইমানেই প্ৰবল আছিল যে আমাৰ ঘৰৰ পিছফালৰ পুখুৰীৰ পানী ছিটিকি ওলাই আহিছিল। চাৰিওফালে হুৱাদুৱা লাগিছিল। জোঁকাৰণিৰ পিছত জোঁকাৰণি! সেইদিনা যেন পৃথিৱীখন স্থিৰ নহ'বই! লগে লগে নিলগত শুনা গৈছিল কিবা ফুটাৰ শব্দ। একোকে ধৰিব পৰা হোৱা নাছিল কি হৈছে। জোঁকাৰণিৰ প্ৰতাপত মাটিত খামুচিহে থাকিব পৰা হৈছিল। এনে সময়তে শংকৰ ককাইদেউ কেনেকৈ জানো ঘৰ পাইছিলহি। সেইদিনা আমাৰ খোৱা-বোৱা একোকে নহ'ল, কাৰণ পুনৰ ঘৰৰ ভিতৰলৈ-যোৱা মানে ভুঁইকঁপৰ ভয়।

আমাৰ পুখুৰীৰ মাছবোৰ ভুঁইকঁপৰ জোঁকাৰণিত যেনিয়ে পাই তেনিয়ে ওলাই গ'ল, বহুত মৰিলো। দুই তিনিদিনলৈ কিছু সময়ৰ অন্তৰে অন্তৰে ভুঁইকঁপ আহিয়ে আছিল। ভুঁইকঁপৰ কেইদিন সকলোৰে চকুত টোপনি নাছিল। লাহে লাহে চিন্তাৰ সাম কাটিছিল ক্ৰমে ক্ৰমে। যোৰহাট চহৰৰ আশে পাশে বিস্তৰ ক্ষতি হৈছিল। আমাৰ মূল ঘৰটোৰ একো ক্ষতি নহ'লেও চৌহদৰ বিভিন্ন ঠাইত পকী দেৱাল ভাগি পৰিছিল। ঘৰখনত সকলোৰে চিন্তা হৈছিল আন ঠাইত থকা ঘৰৰ বাকী সদস্যবোৰৰ বা খবৰ কি? তেতিয়া ক্ষন্তেকতে খবৰ ল'বলৈও কোনো উন্নত যোগাযোগৰ ব্যৱস্থা নাছিল। কোৱা শুনিছিলো এইবাৰৰ ভুঁইকঁপৰ ধৰণটোৱেই অলপ বেলেগ আছিল। এই জোঁকাৰণি হেনো ভূগৰ্ভতে নাথাকি ওপৰলৈ ফুটি ওলাই আহিছিল। কথাটো নোহোৱাও নহয়। ভুঁইকঁপৰ

দুদিনমান পিছতে যোৰহাটৰ আশে পাশে ঠাইবোৰ দেখুৱাবলৈ দেউতাই আমাক লৈ যোৱাৰ কথা এতিয়াও মনত পৰে। কেন্দুগুৰিৰ ওচৰত খেতি পথাৰৰ এটুকুৰা ঠাই বিশফুটমান ওপৰলৈ উঠি যোৱা দেখিছিলো। খেতিৰ ধানবোৰো সেই মাটিৰ ওপৰতে আছিল। বহু ঠাইত মাটিবোৰ ফাট মেলিছিল। বালিবাটৰ ঘৰবোৰৰ ভিতৰত প্ৰায় খিড়িকীৰ সমানলৈকে বালি আৰু মাটিৰে ভৰি পৰিছিল। চাৰিওফালে এক হাহাকাৰ আৰু অভাৱে দেখা দিছিল। তেতিয়া ভাবিছিলো হয়তো জোঁকাৰণিটো ভূগৰ্ভৰ পৰা ওপৰলৈ উঠি অহাৰ বাবেই আমাৰ পুখুৰীটোৰ মাছবোৰ যেনিয়ে পাই তেনিয়ে ওলাই গৈছিল। লাহে লাহে ককাইদেউহঁতৰ লগতে বাইদেউহঁতৰো খবৰবোৰ আহিবলৈ ধৰিছিল, সকলো সুকলমে আছে। উজনি অসমত ভুঁইকঁপৰ জোঁকাৰণি যিমান প্ৰৱল আছিল নামনি অসমৰ আশে পাশে ইয়াৰ প্ৰৱলতা কম আছিল। ভুঁইকঁপৰ পিছত প্ৰাকৃতিক নানা খবৰে ৰাইজক ভয় খুৱাইছিল। ব্ৰহ্মপুত্ৰৰ পানী বাঢ়িবলৈ লৈছে আৰু পানীয়ে অসংখ্য গছ-গছনি, কাঠ আদি উটুৱাই লৈ আহিছে। শুনিছিলো অসমৰ উত্তৰ-পূবৰ পাহাৰীয়া অঞ্চলবোৰ ভূমিকম্পই খহাই পেলোৱাত সেই অঞ্চলবোৰত আৱদ্ধ হৈ থকা পানীবোৰ গছ-গছনিৰে সৈতে উটি অহাৰ বাবেই হেনো ব্ৰহ্মপুত্ৰৰ পানী বাঢ়িবলৈ লৈছিল। ইতিমধ্যে মোৰ ওপৰৰজন ককাইদেউ শংকৰে কলেজীয়া শিক্ষাৰ বাবে শ্বিলঙলৈ যাত্ৰা কৰিছিল।

প্ৰাকৃতিক দুৰ্যোগ ভূমিকম্পই সাম কাটিলে, লাহে লাহে ক্ষয়-ক্ষতিবো মেৰামতি হ'ল, কিন্তু পঞ্চাশ চনৰ পিছৰ অৰ্দ্ধত ঘটা এটা ঘৰুৱা ভূমিকম্পই আমাৰ ঘৰখনক বৰকৈ ক্ষতি কৰিলে, আনকি আমি স্থানান্তৰিতও হ'লো !"

বৰদেউতাই কথাখিনি কৈয়ে অলপ থমকি ৰোৱা মোৰ চকুত পৰিছিল। মই জানো তেখেতে কিমান জুকিয়াই লৈ এটাৰ পিছত এটাকৈ কথাবোৰ ক'বলৈ আৰম্ভ কৰিছিল। জীৱনৰ পাৰহৈ যোৱা ছবিবোৰ দাঙি ধৰোতে ময়ো যেন সেই সময়বোৰলৈ গতি কৰিছিলো।

বৰদেউতাই পুনৰ কৈ গৈছিল সেই ঘটনাটোৰ বিষয়ে -'মোৰ তৃতীয়জন ককাইদেউ অমৃত তেতিয়া শ্বিলঙত 'নিয়োগ বিনিময় কাৰ্য্যালয়ৰ' পৰিচালক হিচাবে চাকৰি কৰি আছিল। ১৯৫০ চনৰ শেষৰ ফালে তেওঁ যোৰহাটলৈ আহোঁতে শ্বিলঙৰ এখন মহাবিদ্যালয়ৰ অধ্যক্ষা আৰু তেখেতৰ বন্ধু এজন আহি আমাৰ তৰাজানৰ ঘৰতে আছিলহি। আমাৰ চুবুৰীৰে এজন

লোক বাংলা সাহিত্য প্ৰেমী আছিল। অসমৰ এগৰাকী স্বনামধন্য কবিৰ জীয়াৰী সেই গৰাকী অধ্যক্ষাৰো অসমীয়া, বাংলা সাহিত্যত বুৎপত্তি থকাৰ হেতু আমাৰ ওচৰ চুবুৰীয়াজন তেওঁৰ সৈতে সাহিত্য আলোচনাত ব্যস্ত হৈ পৰিছিল। অধ্যক্ষা গৰাকী সাহিত্য চৰ্চাৰ উপৰিও ৰন্ধা বঢ়াত পটু আছিল। ওচৰ চুবুৰীয়া গৰাকীও ভোজন প্ৰিয় আছিল। সেয়েহে তেখেতৰ নেৰানেপেৰা অনুৰোধত আমাৰ ঘৰলৈকে তেখেতৰ পৰিয়ালটোকো নৈশ ভোজনৰ বাবে নিমন্ত্ৰণ জনোৱা হ'ল। অধ্যক্ষা গৰাকীয়ে নিজ হাতেৰে ৰন্ধা বঢ়া কৰিলে। বিভিন্ন সুস্বাদু অসমীয়া খাদ্য সম্ভাৰেৰে টেবুল ভৰি পৰিল। সকলোৱে অতি তৃপ্তিৰে আহাৰ গ্ৰহণ কৰিলে। ৰন্ধা বঢ়াৰ গুণানুকীৰ্ত্তনৰ লগতে অসমীয়া, বাংলা কবিতাৰে সন্ধিয়াটো মুখৰ কৰি সকলোৱে বিদায় ল'লে।

সেই নিশাৰ ভোজনেই যে দুয়োখন ঘৰৰ মাজলৈ কাল নিশা নমাই আনিব কোনেও কল্পনা কৰিব পৰা নাছিল। দুৰ্ঘটনাবশতঃ সেই নিশাৰ খাদ্যত বিষক্ৰিয়া হ'ল। দুয়োটা পৰিয়ালৰ সদস্যসকল বিষক্ৰিয়াত ভুগিবলৈ ধৰিলে, কাৰোবাৰ কম প্ৰতিক্ৰিয়া, কাৰোবাৰ বেছি। অধ্যক্ষা গৰাকী আৰু তেখেতৰ বন্ধুজনো এই বিষক্ৰিয়াৰ পৰা সাৰি নগ'ল। একমাত্ৰ মই বিষক্ৰিয়াৰ পৰা বাচি আছিলো। মোৰ এতিয়াও মনত পৰে সেই নিশা খোৱা বোৱাৰ পিছত ৰাতিপুৱাতে শ্বিলঙৰ পৰা অহা অতিথিসকলৰ লগত অমৃত ককাইদেউ আৰু ময়ো গোলাঘাটলৈ গ'লো। অধ্যক্ষা গৰাকীৰ ছাত্ৰী এগৰাকীৰ নিমন্ত্ৰণ ক্ৰমে সেই নিশা গোলাঘাটতে থাকি পিছদিনা যোৰহাটলৈ ঘূৰি আহিলো। মোৰ বাহিৰে বাকীবোৰ গোলাঘাটতে ভুগিবলৈ আৰম্ভ কৰিলে। ইফালে আমাৰ দেউতায়ো তেখেতৰ নৱনিযুক্ত কামত গুৱাহাটীলৈ বুলি পিছদিনা পুঁৱাতে ৰাওনা হ'ল। তেখেতো সেই বিষক্ৰিয়াত সামান্যভাৱে ভুগিলে।

আমি গোলাঘাটৰপৰা ঘূৰি আহিহে দুয়োখন ঘৰৰ সদস্যসকল খাদ্য-বিষক্ৰিয়াত ভুগি থকা কথা গম পালো। তাৰ এদিনৰ পিছৰপৰাই প্ৰত্যেকেই এজন এজনকৈ সুস্থ হ'বলৈ ধৰিলে। কেৱল ওচৰ চুবুৰীয়া গৰাকীৰ পৰিবাৰে বেছিকৈ আক্ৰান্ত হৈ কেইদিনমানৰ পিছতে মৃত্যুক আঁকোৱালি ল'লে। এই ঘটনাই সকলোকে মৰ্মাহত কৰিলে। প্ৰকৃতাৰ্থত ই এক দুৰ্ঘটনাই আছিল। দুৰ্ঘটনা এটা কোনোৱে ঘটাওঁ বুলি নঘটায়। দুৰ্ঘটনা হঠাৎ ঘটি যায়। তাৰ ওপৰত কাৰোৰে হাত নাথাকে। যি কাৰণেই নঘটক কিয় দুৰ্ঘটনাৰ স্থান আমাৰ

ঘৰখনেই হ'ল। ইতিমধ্যে দেউতায়ো গুৱাহাটীৰপৰা ঘূৰি আহি সেই বাতৰি পাই ভাগি পৰিলে। লাহে লাহে সময়ৰ গতিশীলতাত ঘটনাৰ শোক কিছু সাম কাটিলে যদিও ওচৰ চুবুৰীয়া গৰাকীৰ ক্ষেত্ৰত কিন্তু এনে হৈ নুঠিল। হয়তো তেওঁ অধিক ভাৱপ্ৰৱণ আছিল সেয়ে শোকতকৈ তেওঁৰ ক্ষেত্ৰত প্ৰতিশোধৰ ভাৱে অধিক প্ৰাধান্য পালে। নিশা যিমানেই গভীৰ হয় ওচৰ চুবুৰীয়া জনকো প্ৰতিশোধৰ ভাৱে ক্ৰিয়া কৰে আৰু প্ৰায়েই তেওঁ এনলীয়া বন্দুকটোত গুলী খাজি আমাক গুলীয়াবলৈ উদ্যত হয়। আনকি কেতিয়াবা এনে অৱস্থাও হৈছিলহি ঘৰৰ সদস্যসকলেহে তেওঁক ধৰি ৰাখিব লগাত পৰিছিল। আত্মীয়জনৰ ঘৰত বহুদিনৰে পৰা থকা বিশ্বস্ত এজন লোকে আমাক সাবধানে চলাফুৰা কৰিবলৈ আৰু ৰাতি জাগি শুৱলৈ কোৱা কথা এতিয়াও মনত পৰে। সেই বয়সস্থ বিশ্বস্ত লোকজনৰ উপদেশ মতে আমি সকলোৱেই বিছনাৰ পৰিৱৰ্তে মাটিত শুৱলৈ লৈছিলো, কিজানিবা ওচৰ চুবুৰীয়া গৰাকীয়ে খিড়িকীৰ আইনা ভাঙি বন্দুকেৰে আমাক গুলী কৰি মাৰেই!! এই সন্ত্ৰাসে মা- দেউতাৰ লগতে বিশেষকৈ মোৰ কিশোৰ মনটোত বৰকৈ পীড়া কৰিছিল।

আমাৰ দেউতা অতি ধীৰ স্থিৰ আৰু গোটেই জীৱন সত্যত থকা লোক আছিল। ইয়াৰ আগতেও আমাৰ ঘৰখনৰ ওপৰত চলা এজন আত্মীয়ৰ পৈশাচিক অত্যাচাৰৰ কথা কেতিয়াও পাহৰিব নোৱাৰোঁ। দেউতাই সেই ত্ৰাসৰ পৰা ঘৰখনৰ সদস্যসকলক মুক্তি দিবলৈকে মনটো স্থিৰ কৰি পেলালে, কাৰণ দেউতাক কেইবাদিনো গহীন হৈ কিবা ভাবি থকা মন কৰিছিলো। তেখেতে চিন্তাৰ অন্তত আমাক চিৰদিনৰ বাবে গুৱাহাটীলৈ লৈ আনিবলৈ ঠিক কৰিলে। গুৱাহাটীৰ উজান বজাৰ অঞ্চলত থকা আমাৰ ঘৰটোৰ ভাড়াতীয়াক ঘৰটো খালী কৰি দিবলৈ অনুৰোধ জনোৱা হ'ল। ঘৰ খালী কৰোতে কিছু সময়ৰ প্ৰয়োজন হ'ব বুলি জানি দেউতাই তাৰো বিকল্প ব্যৱস্থা কৰি পেলাইছিল। দেউতা সেই সময়ত 'উদ্যোগীকৰণ ন্যায়াধীশ' হোৱা হেতুকে কাৰ্য্যালয়ৰ সূত্ৰে গুৱাহাটী আৱৰ্ত্ত ভৱনত এটা কোঠা থকাৰ বাবে পাইছিল, গতিকে ঘৰটো খালী নোহোৱা পৰ্যন্তি আমি আ ৱৰ্ত্ত ভৱনতে থকাৰ ব্যৱস্থা হ'ল। লাহে লাহে লগত লৈ যাব পৰা প্ৰয়োজনীয় বস্তুবোৰ বন্ধাৰ যো-জা চলিল। কেইদিনমানৰ ভিতৰতে আমি চিৰদিনৰ বাবে যোৰহাট চহৰ এৰি গুৱাহাটীলৈ আহিবলৈ সাজু হ'লো।

কিন্তু মোৰ মনটোৱে সেই কথা মানিবলৈ যেন মান্তি নহ'ল। যোৰহাটৰ ঘৰখন, মনত পৰাৰে পৰা খেলা-ধূলা কৰা সেই ঘৰখন, ঘৰখনক কেন্দ্ৰ কৰি গঢ়ি উঠা সপোনবোৰ, মোৰ কাষৰ লগৰীয়াবোৰ, বিদ্যালয়খন আৰু লাহে লাহে ভাল পাই অহা মৰমৰ যোৰহাট চহৰখনক এৰি থৈ আন এখন ঠাইলৈ চিৰদিনৰ বাবে যাবলৈ লোৱা কথাই মোৰ কণমানি হৃদয়ত ভীষণ আঘাত দিলে। মোৰ মনত বাৰে বাৰে কিছুমান কথাই জুমুৰি দি ধৰিলেহি- নতুন পৰিৱেশৰ সৈতে কেনেকৈ বাৰু খাপ খাম..... ..!

লাহে লাহে আমি গুৱাহাটীলৈ অহাৰ দিনটো উপস্থিত হ'লহি। ১৯৫১ চনৰ প্ৰথম কেইমাহমানৰ ভিতৰতে কোনো এটা দিনত। ৰাতিপুৱাৰে পৰা এজাক কিন্‌কিনীয়া বৰষুণ। আমাৰ দুখত সমভাগী হৈ প্ৰকৃতিয়েও যেন বতৰটো মেঘাচ্ছন্ন কৰি তুলিলে। মোৰ সেই দিনটোৰ কথা এতিয়াও মনত পৰে; ৰাতিপুৱাৰে পৰা মই একোকে খাব পৰা নাই, শোকে খুন্দা মাৰি ধৰিছিল প্ৰতি মুহূৰ্তে। আমি ভানৰ দৰে এখন গাড়ীত উঠি গুৱাহাটীলৈ আহিছিলো। য'ত আগফালে মানুহ বহিব পৰা আৰু পিছফালে বস্তু বাহানি নিব পৰা ব্যৱস্থাও আছিল। মই জোৰ কৰিয়েই বনকৰা মানুহ জনৰ লগত বস্তু বাহানিৰ মাজত পিছফালে বহি আছিলো। দেউতাই হয়তো মোৰ মনৰ অৱস্থা বুজি পাইছিল। বনকৰা মানুহজনক মোৰ ওপৰত নজৰ দিবলৈ কৈ মা দেউতা আগত বহিলে। এইদৰে সেইদিনা আমাৰ যাত্ৰা আৰম্ভ হ'ল, যাত্ৰাৰ লক্ষ্য গুৱাহাটীলৈ।

মোৰ মনত তেতিয়াও এক ত্ৰাসে ক্ৰিয়া কৰি আছিল। যদি আমাৰ পাছে পাছে আহি ওচৰচুবুৰীয়াজনে গুলী কৰেহি! মই গাড়ীখনৰ পাছফালে বহি অহাৰ ইয়ো এক কাৰণ আছিল। মৃত্যুৰ লক্ষ্য যদি হ'ব লাগে ময়ে হওঁ অথবা মোক দেখি তেওঁৰ প্ৰতিশোধৰ ভাব কিজানিবা মাৰ যায়েই। লাহে লাহে মোৰ সপোনবোৰ, মৰমৰ চহৰখনক এৰি গৈ আহিছিলো দূৰ-দূৰণিলৈ। এটা সময়ত মোৰ চিনাকি ছবিবোৰ নেদেখা হৈ পৰিল। তীব্ৰবেগে গাড়ীখন গুৱাহাটী অভিমুখে আগবাঢ়িলে। মই গভীৰ ভাৱত বুৰ গৈ আছিলো। মোৰ দুচকুৰে বৈ আহিছিল ধাৰাসাৰ লোতক। কিবা এক হেৰুওৱাৰ বেদনাত মোৰ কিশোৰ হৃদয় সেইদিনা দগ্ধ হৈ পৰিছিল। মোৰ মন গৈছিল চিঞৰি চিঞৰি সুধিবলৈ- এটা দুৰ্ঘটনাত বলি হোৱা পৰিয়ালটোৰ এজন কিশোৰৰ সপোনবোৰক চূৰমাৰ কৰি দিয়াৰ অধিকাৰ কোনোবাই কেনেকৈ পালে? আজিও অতীতৰ

সেই ঘা ডোখৰে মাজে মাজে আমনি কৰেহি !”

কথাযাৰৰ পিছতে বৰদেউতাই এক দীঘল হুমুনিয়াহ কাঢ়িলে। তেখেতৰ চকু, মুখত ফুটি উঠিছিল আবেগৰ ঢল। মোৰ নিজৰো মুখৰ মাত হৰি গৈছিল। বাৰে বাৰে ভাবিছিলোঁ :সেই কিশোৰটোৰ কথা, যি সন্মুখীন হ'ব লগা হৈছিল অভাৱনীয় পৰিস্থিতিৰ সৈতে। বৰদেউতাৰ কথাবোৰো যেন কোঠাটোত ঠেকা খাই বহল হৈ গৈছিল দূৰ . .. দূৰলৈ ! ❑

# দুই

তাৰ পিছৰবাৰ যেতিয়া মই বৰদেউতাৰ ওচৰলৈ গৈছিলো মোৰ মনত তেখেতে আগতে কৈ যোৱা শৈশৱৰ সেই বেদনাময় কথাবোৰে বাৰে বাৰে ক্ৰিয়া কৰি আছিল। ভাবিছিলো আজিও যদি তেখেতে সেই কথাখিনিৰ প্ৰসঙ্গ টানি পিছৰ কথাখিনি ক'বলৈ ধৰে তেন্তে অলপ হ'লেও আৱেগিক হৈ পৰাটো স্বাভাৱিক। জীৱনত আকস্মিকভাৱে আহি পৰা কিছুমান ঘটনাৰ সোঁৱৰণে মানুহক কিমান দুৰ্ব্বল কৰি তোলে। বৰ্তমানলৈকে শ্ৰোতা হিচাপে আত্মসন্তুষ্টিৰে কথাবোৰ শুনি গৈছো, শুনি গৈছো।

সেইদিনা বৰদেউতাক আনদিনাতকৈ অলপ বেলেগ ৰূপত পাইছিলো। তেখেতৰ উজ্জ্বল মুখখনত অনবৰতে লাগি আছিল আনন্দৰ চাপ। বৰমাকো নানান কথা কৈ হঁহুৱাবলৈ যতন কৰিছিল। মই গৈ পোৱাৰ অলপ পিছতেই তেখেতে ক'বলৈ আৰম্ভ কৰিছিল- 'আজি ঠাই সলনি কৰো দিয়া। কিমান ঘৰতে বহি কথা পাতিবা। অলপ ওলাই গ'লে ভাল লাগিব নহয় জানো? আবেলিটোও মনত থাকিব, কথাবোৰ কৈয়ো ভাল লাগিব।' বৰদেউতাৰ সংগৰিত আমি ওলাই গৈছিলো। আমি গৈ ব্ৰহ্মপুত্ৰৰ ওপৰত এখন ৰেষ্টোৰাত বহিছিলোগৈ। য'ত সন্ধ্যাৰ হেঙুলী কিৰণ জাকেও আহি আমাক সম্ভাষণ জনাইছিল। সন্মুখত কফিৰ কাপত চুমুক দি বৰদেউতাই আৰম্ভ কৰিছিল মই ভাবি থকা কথাবোৰৰ বিপৰীতে অনেক কথা। তাৰ মাজতে আহি পৰিছিল এৰি অহা যোৰহাট চহৰৰ কিছুমান মিঠা সোঁৱৰণি। মই আৰু বৰমাই মন্ত্ৰমুগ্ধ হৈ শুনি গৈছিলো সেই কথাবোৰ। সেইদিনা মোৰ সামান্য মগজুৰ কোঠালিত আবদ্ধ কৰি অনা বৰদেউতাৰ কথাবোৰৰ অংশ বিশেষ আছিল এনে ধৰণৰ-''আমাৰ যোৰহাটৰ ঘৰটোৰ পৰা অলপ দূৰৈৰ পূব দিশে তৰাজানটো পাৰ হৈ পোৱা

আলিবাটটোৰ বাঁওফালে এখন বিশাল পথাৰ আৰু তাৰ একাষে এখন হাবি আছিল। সন্ধ্যাপৰত সেই হাবিৰ পৰা শিয়ালৰ ৰাও ভাহি আহিছিল। মাজে মাজে শিয়াল আহি হাঁহ, কুকুৰা ধৰি নিয়াৰ কথা এতিয়াও মনত পৰে। হাবিখনত কেইবাজোপাও কেতেকীফুলৰ গছ আছিল। ডাঙৰ ডাঙৰ গছবোৰত ব'হাগ, জেঠ মাহত কপৌফুলৰ দোঁ খাই যোৱা শোভাই আমাক অতিকৈ আকৰ্ষিত কৰিছিল। বাৰিষাৰ সময়ত পথাৰখন পানীৰে উপচি সাগৰ সদৃশ হোৱা আৰু আমি সেই পানীত কলৰ ভূৰ চলাবলৈ সাজু হোৱাটো এক আনন্দৰ মহূৰ্ত আছিল। আমি এই ক্ষেত্ৰত মোৰ দ্বিতীয়জন ককাইদেউ হৰপ্ৰসাদক প্ৰায়েই খাটনি ধৰিছিলো। তেখেত এইবোৰত বৰ পাকৈত আছিল। কেতিয়াবা আমাৰ সমনীয়াবোৰক লগত লৈ ওৰে দিন তেখেতে ভূৰ চলাই কটাই দিছিল। এইজন ককাইদেৱে আমাৰ শৈশৱৰ ধেমালিবোৰত যথেষ্ট সহায় কৰিছিল। এবাৰ মনত পৰে ৰাতি জুমুঠি লৈ ঘৰৰ বনকৰা মানুহবোৰৰ সৈতে পথাৰত মাছ কাটিবলৈ যোৱাৰ কথা। আমাৰ ঘৰৰ পশ্চিম দিশে অসংখ্য জাৰ্মানী বনে ভৰি থকা এখন ডাঙৰ ফুটুকানি আছিল। সৰুতে কেনেবাকৈ খেলি থাকোতে আঘাত পালে ফুটুকানিৰ মাজত সোমাই মোহাৰি জাৰ্মানী বনৰ ৰস উলিয়াই নিজে চিকিৎসা কৰা কথাবোৰ ভাবি এতিয়াও কিবা ভাল লাগে। কিমান সুন্দৰ আছিল দিনবোৰ!

আমাৰ ডাঙৰ মামাৰ ডাঙৰ ল'ৰাজন এজন ভাল চিকাৰী আছিল। আমাৰ মনত পৰে প্ৰায়েই ৰাতিপুৱাতে তেখেতে বন্দুক লৈ গাড়ীৰে ওলাই যায় আৰু সন্ধ্যাৰ আগে আগে অসংখ্য চৰাই-চিৰিকতি কেতিয়াবা পহু চিকাৰ কৰি আনি ঘৰ সোমাইহি। পিছত ডাঙৰহৈ বুজিছিলো তেখেতে কাজিৰঙা বা তাৰ দাঁতি কাষৰীয়া অঞ্চলৰ পৰা সেই চিকাৰ কৰি আনিছিল। কেতিয়াবা ধকধকীয়া একোটা ৰাজহাঁহক দীঘল ডিঙিত ধৰি ওলমাই আনোতে গা অংশৰ পৰা তেজ নিগৰি অহা কেতিয়াও পাহৰিব নোৱাৰো!

সৰুতে মোৰ বৰশীবোৱাত বৰ চখ আছিল। অৱশ্যে এই চখটো মাক দেখি দেখিয়েই আয়ত্ব কৰিছিলো। আমাৰ ঘৰৰ পুখুৰীটোত বৰশীবোৱাৰ উপৰিও সন্মুখৰ পথাৰখনৰ দ ঠাইত বাৰিষাৰ পিছত গোট খোৱা পানীত বৰশীবোৱাটো মোৰ এক অভ্যাসেই আছিল। কেতিয়াবা

পুখুৰীত গাঁত কৰি মাছৰ বাবে অপেক্ষা কৰাটো কিমান আনন্দৰ মুহূৰ্ত আৰু তাত মাছ সোমাই থাকিলেতো কথাই নাই! এনেকৈ এবাৰ গাঁত কৰি গাঁতত মাছ আছে নেকি চাবলৈ ধৰোঁতে ধোঁৰা সাপ এডাল পাই দলিয়াই দিয়াৰ স্মৃতিবোৰ মনৰ মাজত সজীৱ হৈ আছে। ঘৰৰ চৌহদৰ বিভিন্ন গছত উঠি তললৈ চাই পঠিওৱাটো মোৰ এক অনন্য চখ আছিল। সেই সময়ত মোৰ এনে লাগিছিল মই যেন আনতকৈ বহুত ওখ। মোৰ সমান কোনো নাই..!

সেই সময়ত মোৰ এজন শিক্ষক হিচাপে আমাৰ ঘৰৰ ওচৰতে আছিল লীলা মজিন্দাৰ বৰুৱাদেৱ। তেখেত মোৰ ওপৰৰজন ককাইদেউ শংকৰৰ বন্ধু আছিল। আজিও মনত পৰে সৰুতে লীলা ককাইদেউৰ সোঁহাতৰ মধ্যমা আৰু তাৰ কাষৰ আঙুলিকেইটা হেৰুওৱা সত্ত্বেও বুঢ়া আৰু তৰ্জনী আঙুলিৰ নখ দুটাৰে কাগজৰ ওপৰত কি অপৰূপ দৃশ্য আঁকিব পাৰিছিল। যেন কোনোবা বিশিষ্ট চিত্ৰকৰৰহে চিত্ৰ সেইবোৰ।

আমাৰ ঘৰৰপৰা বাঁওহাতেৰে যোৱা আলিবাটটোৰ কাষতে সুৰেণ বৰদলৈদেৱৰ ঘৰ। যোৰহাট নৰ্মাল স্কুলৰ ছবিৰ শিক্ষক। সেই সময়ত তেখেতক 'শান্তি নিকেতন'ৰ পৰা শিকি অহা গুণী চিত্ৰকৰ বুলি কম সংখ্যক লোকেহে জানিছিল। তাৰ প্ৰায় ওলোটাফালে অসমৰ সুস্থ কথাছবি নিৰ্মাণৰ বাটকটীয়া পদুম বৰুৱা ককাইদেউৰ ঘৰ আৰু তাৰ পশ্চিম ফালেদি যোৱা আলিবাটটোৰে ঘাই পথত উঠিয়েই বাঁও দিশে ঘূৰিলেই সাংসদ হেম বৰুৱা আৰু তেখেতৰ ভায়েক নৱ বৰুৱা দাদাহঁতৰ ঘৰ। নৱ বৰুৱা এজন আগশাৰীৰ গায়ক, নাট্যকাৰ আৰু অভিনেতাও আছিল। তেখেতৰ ভনীয়েক সু-গায়িকা আইভি বৰুৱা আৰু ভায়েক নাট্যকৰ্মী প্ৰফুল্ল বৰুৱা (চিকুদা)। তেখেতসকলৰ ঘৰৰ ওলোটাফালে অসমীয়া সাহিত্যৰ আন এগৰাকী কৃতি সমালোচক, কবি জ্ঞানানন্দ শৰ্মা পাঠকৰ ঘৰ। এইদৰে এইসকল ওচৰ চুবুৰীয়া ব্যক্তিত্বৰ সান্নিধ্যৰে সুবাসিত মোৰ যোৰহাট চহৰৰ সোঁৱৰণি হৃদয়ৰ মণিকোঠত চিৰন্তন সঞ্চিত।"

কথাৰ মাজে মাজে বৰদেউতাই গুণগুণোৱা মনত পৰে 'অস্ত আকাশৰে সপোন ৰহন সানি' ......। সেই সময়ত মোৰ ভাব হৈছিল হয়তো সন্ধ্যাৰ হেঙুলী কিৰণজাকে বিশাল ব্ৰহ্মপুত্ৰত সৃষ্টি কৰা অপৰূপ সৌন্দৰ্য্যই

তেখেতক বাৰুকৈ মোহিত কৰিছিল। মই একান্ত হৈ উপভোগ কৰিছিলো সেই সন্ধ্যাটোৰ লগে লগে ৰৰদেউতাৰ হৃদয়ৰ সজীৱ কথাবোৰ। তেখেতে পুনৰ ক'বলৈ আৰম্ভ কৰিছিল-"গুৱাহাটী মহানগৰীয়ে মোৰ শৈশৱৰ সপোন ভগাৰ সময়বোৰতে এক প্ৰাপ্তিৰ নতুন ৰহন সানি দিলে। সেই দিনবোৰ মোৰ বাবে আছিল সীমাহীন সৃষ্টিৰ, উপলব্ধিৰ বাটচ'ৰা। সংঘাতপূৰ্ণ এটা সেমেকা মন লৈ সন্ধ্যাৰ আগে আগে গুৱাহাটী মহানগৰীত আগত দিনৰ বাবে ভৰি দিয়া দিনটোৰ কথা মোৰ মানস পটত এতিয়াও সেউজীয়া হৈ আছে। আমি পোনতেই আহি দেউতাই ঠিক কৰি থোৱা গুৱাহাটী আৱৰ্ত্ত ভৱনৰ কোঠালি পালোহি। সেই সময়ত আৱৰ্ত্ত ভৱনটোত অসম আৰ্হিৰ সৌমাজত থকা একমাত্ৰ ঘৰটোহে আছিল। ইয়াৰ চাৰিওকাষৰ পৰিৱেশটোৱেই আছিল চালে চকুৰোৱা। সন্মুখত বিশাল ব্ৰহ্মপুত্ৰৰ সোঁমাজত যোগীৰাজ উমানন্দ মাজুলী, কাষত উৰ্ব্বশী আৰু কৰ্মনাশা, তাৰো আঁতৰত নৈ খনৰ উত্তৰ পাৰে আমাৰ পূৰ্ব্বপুৰুষ সকলৰ জন্মস্থান উত্তৰ গুৱাহাটীৰ ৰজাদুৱাৰ ঘাট।

এনেহেন পৰিৱেশত থাকি মোৰ কৈশোৰৰ কল্পনা পিপাসু মনটো আপোন পাহৰা হৈ পৰিছিল। যোৰহাটত পাই অহা সংঘাতবোৰক প্ৰকৃতিৰ অনাবিল সৌন্দৰ্যই মোৰ মাজৰ পৰা পাহৰাবলৈ যতন কৰিছিল যদিও অন্তৰৰ নিভৃত কোণত ইয়াৰ ছবিখন থাকি গ'ল। দিনটোৰ সৰহভাগ সময়েই আৱৰ্ত্ত ভৱনৰ পিছ ফালৰ বাৰাণ্ডাত পাৰি থোৱা আৰামী চকীখনত বহি বিভিন্ন চিন্তাত মই ডুব গৈছিলো।

কেইদিনমানৰ পাচত দেউতাই মোক লৈ গৈছিল পাণবজাৰ অঞ্চলত থকা ডনবস্ক' স্কুলখনলৈ। তাতে মোৰ বাছনি পৰীক্ষা হৈছিল আৰু শেষত সুকলমে মই ডনবস্ক' স্কুলৰ ষষ্ঠ শ্ৰেণীত নাম লগোৱাৰ সুযোগ পালো। তেতিয়া বিদ্যালয়খনৰ প্ৰধান শিক্ষক আছিল হৰমোহন দাস ছাৰ। এক বিশাল হৃদয়ৰ গৰাকী এইজনা ব্যক্তিৰ তত্ত্বাৱধানত চলা সেই স্কুলখনলৈ এটা সময়ত মই ছাত্ৰ হৈ যাবলৈ ধৰিলো। তেতিয়া ডনবস্ক' স্কুলখন অসমীয়া মাধ্যমৰ আছিল। পানবজাৰ অঞ্চলৰ চকু চিকিৎসক ড° গিৰিশংকৰ গুহৰ ঘৰৰ কাষতে এটা দুমহলীয়া ঘৰৰ তলৰ মহলাত ক্লাছ থ্ৰিৰ পৰা ক্লাছ টেনলৈকে শ্ৰেণীবোৰ বহিছিল আৰু ওপৰৰ মহলাত

বিদ্যালয়ৰ হোষ্টেল আছিল।

লাহে লাহে ডনবস্ক'ৰ শিক্ষক আৰু বন্ধুসকলৰ সতে মোৰ সু-সম্পৰ্ক এটা গঢ় লৈ উঠিল। ইতিমধ্যে আমি আৱৰ্ত্ত ভৱনৰ পৰা উজান বজাৰৰ ফটিক চন্দ্ৰ পথত থকা নিজা ঘৰলৈ আহিছিলো। ডনবস্ক' স্কুলতেই হৰমোহন ছাৰৰ উপৰিও বংশী শৰ্মা ছাৰ, ফাডাৰ ডেলকল, ফাডাৰ ৱাৰ্ণছ, দুৰ্গামোহন শৰ্মা ছাৰ, বৰদা শৰ্মা (অৱসৰপ্ৰাপ্ত আৰক্ষী প্ৰধান), লক্ষেশ্বৰ হাজৰিকা আদি শিক্ষকৰ সান্নিধ্য লাভ কৰাৰ সৌভাগ্য হৈছিল। এইখন স্কুলৰ মোৰ সমনীয়া বন্ধুমহলৰ ভালে কেইজনক কেতিয়াবা লগ পাওঁ যদিও বহুসংখ্যক কেনেকৈ ক'ত হেৰাই গ'ল। মহেশ কলিতা, ড° বিনয় মেধি এতিয়া বিদেশৰ বাসিন্দা। কুলধৰ চমুৱা, সুজিত গোঁহাই, গকুল হোজাইৰ নাম কেইটা মনত থকাৰ বাদে ....! প্ৰণৱ ঠাকুৰ স্বৰ্গী হ'ল। কেৱল মহেশ ডেকা, যোগদা ভূঞা, ডাঃ অসীম কান্ত বৰুৱা আদি বন্ধু সকলৰ লগত বৰ্তমানেও সম্বন্ধ অটুত আছে।

মোৰ তৃতীয়জন ককাইদেউ অমৃত সেইখিনি সময়ত শ্বিলঙত অসম চৰকাৰৰ বিনিযোগ কেন্দ্ৰত মেনেজাৰ পদত। তেতিয়াই তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা কলা শাখাৰ স্নাতক পৰীক্ষাত অৱতীৰ্ণ হয়। কলা শাখাৰ ফলাফলত তেওঁৰ নাম 'আসাম ট্ৰিবিউন' কাকতত প্ৰকাশ হোৱাতহে আমি গম পালো যে তেওঁ প্ৰাইভেটকৈ বি.এ. পৰীক্ষাত বহিছিল। ইয়াৰ আগতে অমৃত দাদাই কলিকতাৰ 'প্ৰেছিডেন্সি কলেজ'ৰ পৰা বিজ্ঞান শাখাত স্নাতক ডিগ্ৰীলৈ বঙ্গদেশৰ বালি জুট্ মিলৰ কামত সোমাইছিল।

আমাৰ ঘৰৰ চৌহদটোত তেতিয়া দুটা ঘৰ। এটা পূবফালে, এইটো ওখ। সন্মুখত চাৰিটা ডাঙৰ স্তম্ভ সদৃশ খুটাৰ ওপৰত চাৰিওফালে কাঠৰ ৰেলিং দিয়া বহল বাৰাণ্ডা, এইটো আমাৰ থকা ঘৰ। আনটো ঘৰ চাপৰ অসম আৰ্হিৰ। সেইটোত আলহী আহিলে থাকিবলৈ দিয়া হয়। দুয়োটা ঘৰৰ সন্মুখত দুজোপা 'আৰকেৰীয়া কুকি' গছ। আমি ভালকৈ উচ্চাৰণ কৰিব নোৱাৰি তেতিয়া নাম দি লৈছিলো 'আৰৈকেৰিয়া ককাই'। ঘৰটোৰ সন্মুখত দুখন গেট। তাৰ কাষে কাষে দুজোপা 'চিলভাৰ অ'ক' গছ।

আমি যোৰহাটৰ পৰা গুৱাহাটীলৈ অহাৰ পৰাই অমৃত দাদাই আমাক বৰকৈ শ্বিলঙলৈ মাতি আছিল। ১৯৫১ চনৰ ডনবস্ক' স্কুলত পঢ়াৰ প্ৰথমটো গৰমৰ বন্ধত আমাৰ 'হিলমেন' গাড়ীখনেৰে মা-দেউতা আৰু মই শ্বিলঙলৈ বুলি যাত্ৰা কৰিছিলো। তেতিয়া গুৱাহাটীৰ পৰা শ্বিলঙলৈ যাওঁতে যোৰাবাটৰ পৰা মৌলাইলৈকে পথছোৱা এখন গাড়ী যাব পৰা ঠেক পথ আছিল। সেয়েহে যোৰাবাটত এখন গেট, মাজবাটত নংপুত এখন গেট আৰু শ্বিলঙত প্ৰৱেশ কৰাৰ আগতে মৌলাইত এখন গেট আছিল। গুৱাহাটী আৰু শ্বিলঙৰ পৰা একে সময়তে গাড়ীবোৰ এৰি মধ্যস্থল নংপুত আহি গোট খায়হি। তাতে চাহপানী খাবৰ বাবে শাৰী শাৰী চাহৰ দোকান। তাৰে এখন মনত পৰা চাহৰ দোকান আছিল 'মাতৃ ভাণ্ডাৰ'। দেউতাই আমাক তালৈকে নি চাহ খুৱাইছিল। নংপুত সেই সময়ৰ পৰাই বিভিন্ন ফলৰ দোকান আছিল। মাজে মাজে তাত হৰিণৰ মাংসও বিক্ৰীৰ বাবে উলিযাইছিল। দিনটোত কেতিযাবা কোনো গাড়ী বেয়া হ'লে ৰাস্তা ঠেক হোৱাৰ বাবে যথেষ্ট অসুবিধা হৈছিল। দিনটোত তিনিবাৰকৈহে গুৱাহাটী শ্বিলঙৰ মাজত যাতাযাত চলিছিল। আমি আবেলি সময়ত আহি শ্বিলং পাইছিলোহি।

নয়াবাংলা মানৰ পৰা ওখ ওখ সৰল গছবোৰ দেখি বৰ আচৰিত হৈ চাইছিলো। শ্বিলঙৰ মনোমোহা শোভাই মনপ্ৰাণ হৰি নিছিল। ইয়াৰ পাহাৰ চুই যোৱা ডাৱৰবোৰ, হঠাৎ অহা বৰষুণ জাক, সৰল গছৰ ফুৰফুৰীয়া গোন্ধ, বিদন-বিছপ জলপ্ৰপাত, হাতীৰ পিঠিৰ দৰে শিলটোৰ ওপৰেৰে বাগৰি অহা 'এলিফেন্টা' জলপ্ৰপাত, শ্বিলং পিক্, ৰেচকোৰ্চ, চহৰখনৰ সোঁমাজত থকা কৃত্ৰিম হ্ৰদ ৱাৰ্ডলেক, পাইন গছৰ হোঁ হোঁ শব্দই মোৰ কৈশোৰ মনক মতলীয়া কৰি তুলিছিল। অমৃত দাদাৰ লগতে আমাৰ দ্বিতীয়জন ককাইদেউ হৰপ্ৰসাদো তেতিয়া চাকৰি সূত্ৰে শ্বিলঙৰ 'নংথমাই' বোলা ঠাইখনত আছিল। তেওঁলোকে ভাড়া লৈ থকা ঘৰটোৰ নাম আছিল 'চেংতাম'।

সেইবাৰ আমি চেৰাপুঞ্জীলৈও গৈছিলো। তেতিয়া চেৰাপুঞ্জী আৰু পূৱ-পাকিস্তানৰ মাজত ৰ'পৱে চলিছিল। ইয়ালৈ পূব-পাকিস্তানৰ পৰা মাছ আহিছিল আৰু ভাৰতবৰ্ষৰ ফালৰ পৰা কয়লা গৈছিল।

ভ্ৰমণৰ অৱস্থাত মই অতীতৰ সকলো কথাই পাহৰি আছিলো যদিও গুৱাহাটীলৈ ঘূৰি আহি কি জানো হৈছিল মই নিজেই নাজানো! মাজে মাজে এঠাইত বহি কিবা কিবি ভাবি থাকিছিলো। ইফালে দেউতায়ো যোৰহাটত পাই অহা তিক্ত অভিজ্ঞতাবোৰ চিৰদিনৰ বাবে পাহৰিবলৈকে তৰাজানত থকা আমাৰ  ঘৰটো বিক্ৰী কৰি দিলে। এই খবৰটো মোৰ বাবে আছিল কৈশোৰৰ দ্বিতীয়টো চৰম আঘাত। স্কুলৰ পাঠ্যক্ৰম পূৰ্ণগতিত আগবাঢ়িছিল কিন্তু মোৰ পঢ়া-শুনাত একেবাৰে মন বহা নাছিল, হয়তো অতীতৰ স্মৃতিযে মনত বাৰুকৈয়ে ক্ৰিয়া কৰি আছিল। তাকে লৈ মা, দেউতাৰো ভীষণ চিন্তা হৈছিল। কিদৰে মোৰ মনৰ অৱস্থা পুনৰ ঘূৰাই আনিব পাৰি! এইবোৰ কথাৰ পৰিত্ৰাণৰ অৰ্থেই এদিন দেউতাই উজান বজাৰ অঞ্চলৰ যোৰপুখুৰীৰ পাৰত থকা সদৌ অসম মইনা পাৰিজাতৰ গুৱাহাটী শাখাটোত সদস্য হিচাবে মোৰ নামটো লিখাই দিলে। পদ্মশ্ৰী কবি নলিনীবালা দেৱী আইতাৰ তত্ত্বাৱধানত এই মইনা পাৰিজাতেই মোৰ জীৱনৰ গতিটোৱেই সলনি কৰি দিলে। এখন বিচিত্ৰ পৃথিৱীৰ সন্ধান মই পাই গ'লো। যি মোৰ বাবে অপেক্ষাৰত আছিল। তাতেই লগ পাওঁ কৰুণা গোস্বামী, ললিত বৰুৱা, সাধন হাজৰিকা, ধীৰু ভূঞা, ধ্বজেন দাস, দিলীপ শৰ্মা, নিলু চক্ৰবৰ্ত্তী, অজিতেশ্বৰ গোস্বামী, মৃণাল শৰ্মা আদিক। ধীৰুৰ বাহিৰে আমি প্ৰত্যেকেই বেলেগ বেলেগ বিদ্যালয়ত পঢ়িছিলো যদিও আমাৰ ৰুচিবোৰ যেন এক আছিল। কবিতা আবৃত্তি, নাট-অভিনয, খেলা-ধূলা আদিত ৰাপ বাঢ়িছিল। পঢ়া-শুনা নিয়মিত চলিল, লগতে অভিনয় আৰু আবৃত্তিৰ প্ৰতি আগ্ৰহ। ধৰ্তমান মোৰ ভাব হয সেইদিনবোৰৰ প্ৰতিফলনতেই আজি মই এই ৰূপত, নহ'লে হয়তো ....! মইনা পাৰিজাতেই মোৰ উত্তৰণৰ পথ ৰচি দিলে।

মোৰ মনত পৰে সেইখিনি সময়তে মই আগতে উল্লেখ কৰা স্বামীজী খুড়া ত্ৰিগুণা প্ৰসাদ বৰুবা ৰাজস্থানৰ পৰা পুনৰ তথা শেষ বাৰলৈ গুৱাহাটীলৈ আহে। সেইবাৰ খুডা আমাৰ সৈতে কিছুদিন আছিলহি। দেউতাই খুড়াৰ থকাৰ ব্যৱস্থা আমাৰ মূল ঘৰটোৰ কাষতে থকা দুটা কোঠালিৰ সৰু ঘৰটোত সুন্দৰকৈ কৰি দিছিল। সেই তেতিয়াই স্বামীজী খুড়াৰ বিশাল ব্যক্তিত্বৰ উমান পাইছিলো। খুড়াক থাকিবলৈ দিয়া সেই

সৰু ঘৰটোৰো এক ইতিহাস আছে। পণ্ডিত প্ৰৱৰ, ভাৰত গৌৰৱ আনন্দৰাম বৰুৱাই বিলাতৰ পৰা উচ্চ শিক্ষা গ্ৰহণ কৰি নিজ জন্মস্থান উত্তৰ গুৱাহাটী ৰজাদুৱাৰ অঞ্চললৈ ঘূৰি আহোঁতে তেখেতৰ পিতৃ সদৰামীন্ গৰ্গৰাম বৰুৱা ডাঙৰীয়াই আনন্দৰামক পৰাচিত নোহোৱাকৈ ঘৰত প্ৰৱেশ কৰাত বাধা আৰোপ কৰে। আনন্দৰামে নিজৰ কথাত আকোঁৰগোজ। শিক্ষাৰ অৰ্থে বিদেশলৈ গৈ তেওঁ একো বেয়া কাম কৰা নাই যাৰ বাবে পৰাচিত হ'ব লাগিব। সেয়ে তেওঁক ব্ৰহ্মপুত্ৰৰ বালিতে তম্বু তৰি থকাৰ ব্যৱস্থা কৰা হ'ল। এনেতে আমাৰ ককাদেউতা কীৰ্ত্তিৰাম বৰুৱাই বৰদেউতাকৰ ল'ৰা আনন্দৰাম বিলাতৰ পৰা অহাৰ খবৰ পাই কৰ্মস্থলী শ্বিলংৰ পৰা দেখা কৰিবলৈ উত্তৰ গুৱাহাটীলৈ আহে। ককাদেউতাই ব্ৰহ্মপুত্ৰৰ পাৰত আনন্দৰামক থকা দেখি নিজ ঘৰলৈ লৈ যায়। তেখেতৰ এই কাৰ্য্যত সমগ্ৰ ৰজাদুৱাৰৰ ৰাইজ খণ্ডত অগ্নিশৰ্মা হৈ আনন্দৰামৰ লগতে আমাৰ ককাদেউতাকো এঘৰীযা কৰে। আনন্দৰাম বৰুৱা শিৱসাগৰত চাকৰিত যোগদান কৰিবলৈ যোৱাৰ লগে লগে ককাদেউতাও উত্তৰ গুৱাহাটীৰ পৰা গুচি আহি উজান বজাৰ অঞ্চলত য'ত বৰ্তমান আমি বাস কৰি আছো সেই ঠাইতে ১৮৭২-৭৩ চনত সেই সৰু অসম আৰ্হিৰ ঘৰটো সাজে। এই ঘটনাৰ পিচত ককাদেউতা শ্বিলঙৰ পৰা আহি সেইঘৰটোতে থাকিবলৈ লয়। জীৱনৰ শেষ বয়সতহে তেখেত উত্তৰ গুৱাহাটীলৈ গৈছিল। এইবোৰ কথা তাহানিতে দেউতা আৰু মাজু খুড়াৰ পৰা সাধুৰ দৰে শুনা।

স্বামীজী খুড়াৰ লগত অ'লৈ ত'লৈ যোৱাৰ কথাবোৰ এই বয়সতো মই বুকুত কঢ়িয়াই লৈ ফুৰিছো। তেখেতৰ সৈতে একেলগে কাৰাবৰণ কৰা আৰু পিছত অসম মন্ত্ৰীসভাৰ সদস্যসকলৰ ভুলবোৰ আঙুলিয়াই ধমকি দিয়া দৃশ্য নিজে দেখিছো। এইজন খুড়াই মোৰ জীৱনত বিশেষভাৱে ৰেখাপাত কৰে। দুৰ্গাপূজাৰ সময়ত তেখেতে নৱৰাত্ৰি ব্ৰত পালন কৰিছিল। সেই কেইদিন মাত্ৰ ৰাতিৰ সাঁজ আহাৰহে গ্ৰহণ কৰে। গোটেই কেইদিন নৱৰাত্ৰি পূজাত মগন হৈ থাকে। তেতিয়া খুড়াক আমি বাহিৰৰ পৰা একেবাৰে নেদেখোঁ। মোৰ কৈশোৰ মনটোত বিভিন্ন প্ৰশ্নৰ অৱতাৰণা হ'বলৈ ধৰিছিল। স্বামীজী খুড়াইনো ঘৰৰ ভিতৰত সোমাই কি কৰি থাকে? ইফালে মা-দেউতায়ো খুড়াৰ পূজাত কোনো ধৰণৰ ব্যাঘাত

নজন্মাবলৈ বাৰে বাৰে সঁকীয়াই আছিল। তথাপি মনৰ খু-দুৱনি ৰাখিব নোৱাৰি এদিন সন্ধ্যা কোঠালিটোৰ পিছফালৰ দুৱাৰখন ফাঁক কৰি স্বামীজী খুড়াক ধ্যানমগ্ন হৈ থকা দৃশ্য দেখি অবাক হৈছিলো। তেখেত পদ্মাসনত আছিল আৰু গোটেই মানুহ জন মাটিৰ পৰা এফুটমান শূন্যতে ওপঙা অৱস্থাত। মই ইমান আচৰিত হৈছিলো যে মা, দেউতাক সকলো কথা কোৱাত দেউতাই মোক ভীষণ ধমকি দিছিল। সাধু সন্যাসী সকলে এটা মাৰ্গ পালেহে এনে ধৰণৰ কাৰ্য্য কৰিবলৈ সক্ষম হয়। তেতিয়াৰ পৰা স্বামীজী খুড়াৰ প্ৰতি আকৃষ্ট হৈ পৰো। আজিও তেখেত মোৰ গুৰু আসনত অধিষ্ঠিত। এটা সময়ত খুডাই সকলোৰে পৰা বিদায় লৈ চিৰদিনৰ বাবে ৰাজস্থানলৈ যায়গৈ।

খুড়া ত্ৰিগুণা প্ৰসাদ বৰুৱা ডেকা কালত এজন সু-অভিনেতাৰ উপৰিও ১৯১২ চনত স্থাপিত হোৱা 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'ৰ এজন নিয়মীয়া অভিনেতা আছিল। তেখেতৰ অভিনয় কৃতিৰ কথা সাহিত্যচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকাদেৱে নাট্য সাহিত্যৰ দলিল স্বৰূপ 'মঞ্চলেখা'ত উল্লেখ কৰি গৈছে। তেখেতে অভিনয় কৰা নাটসমূহ আছিল, 'মেঘনাদ বধ', 'চন্দ্ৰগুপ্ত', 'চন্দ্ৰবীৰ', 'পাৰ্থ-পৰাজয' ইত্যাদি। বংশাণুক্ৰমিক অভিনয়ৰ প্ৰতি থকা আন্তৰিকতা হয়তো মই এইজনা খুড়াৰ পৰাই বহন কৰিছো।

লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱৰ মৃত্যুৰ পিছত বিষ্ণুৰাম মেধি অসমৰ মুখ্যমন্ত্ৰী হয়। ১৯৫১ চনৰ কোনো এটা মাহ, দেউতা তেতিয়াও অসমৰ 'উদ্যোগীক ন্যায়াধীকৰণৰ ন্যায়াধীশ' হিচাবে কাৰ্য্যৰত। তেতিয়া আৰ.এছ.এন (River steamer and navigation) কোম্পানী অসমত বৰ্ত্তমান। তাৰে কৰ্মী আৰু চৰকাৰৰ মাজত হোৱা এটা বিচাৰৰ ৰায় কৰ্মীসকলৰ সপক্ষে আৰু চৰকাৰৰ বিপক্ষে যাব বুলি বিবেচনা কৰি তেতিয়াৰ মুখ্যমন্ত্ৰী মেধিদেৱে দেউতাক মাতি নি বিচাৰৰ ৰায় চৰকাৰৰ সপক্ষে দিবলৈ অনুৰোধ কৰিলে। গোটেই জীৱন দোষীক শাস্তি দি আৰু নিৰ্দোষীক শাস্তিৰ পৰা ৰেহাই দি অহা দেউতাৰ ন্যায়শীল মনটোত এইবোৰ কথাই যেন ভীষণ আঘাত দিছিল। জীৱনত প্ৰথমবাৰ তেখেতৰ বিচাৰৰ ৰায কাৰোবাৰ শ্ৰুতলিপিত দিব লগা হ'ব পাৰে, তেখেতে কেতিয়াও কল্পনা কৰা নাছিল। দেউতাই বিচাৰৰ ৰায়দান কিন্তু নিজৰ যুক্তি

বিবেচনা মতেই দান কৰিলে আৰু লগে লগে মুখ্যমন্ত্ৰী ডাঙৰীয়ালৈ এখন ইস্তফা পত্ৰও প্ৰেৰণ কৰি অসমৰ 'উদ্যোগীক ন্যায়াধীকৰণৰ ন্যায়াধীশ' পদৰ পৰা অৱসৰ গ্ৰহণ কৰে।

১৯৫০চনত ভাৰতবৰ্ষৰ সংবিধান গৃহিত হোৱাৰ পিছত ১৯৫২ চনত দেশৰ প্ৰথম সাধাৰণ নিৰ্ব্বাচন অনুষ্ঠিত হয়। ড° শ্যামা প্ৰসাদ মুৰ্খাজীৰ নেতৃত্বত গঠন হোৱা 'জনসংঘ' দল তেতিয়া ভাৰতবৰ্ষত গা কৰি উঠিছে। 'জনসংঘ' আৰু 'ৰাষ্ট্ৰীয় সেৱক সংঘ' এটা মুদ্ৰাৰ ইপিঠি আৰু সিপিঠি বুলি তেতিয়াৰ ৰাজনৈতিক মহলে বিবেচনা কৰিছিল। ইতিমধ্যে গান্ধীজীৰ হত্যাকাৰী নাঠুৰাম গড্‌ছেও ৰাষ্ট্ৰীয় সেৱক সংঘৰ এজন সদস্য বুলি প্ৰমাণিত হোৱাৰ পিছত ড° শ্যামা প্ৰসাদ মুৰ্খাজীক বন্দী কৰি ৰখা হয়। মুখাৰ্জীৰ বন্দীশালতেই মৃত্যু হয়। এই লৈ সেইখিনি সময়ত ভাৰতবৰ্ষ তোলপাৰ লাগে আৰু প্ৰাদেশিক স্তৰত জনসংঘ দলে কামকাজ আৰম্ভ কৰি ১৯৫২ চনৰ সাধাৰণ নিৰ্ব্বচনত প্ৰতিদ্বন্দ্বিতাৰ অৰ্থে সাজু হয়। দেউতা তেতিয়াই জনসংঘ দলত যোগদান কৰে। সেইবছৰতে তেখেত অসমৰ প্ৰাদেশিক সভাপতি পদত নিৰ্ব্বাচিত হয়। প্ৰাদেশিক স্তৰৰ এটা কাৰ্য্যালযৰ প্ৰযোজন হোৱা বাবে আমাৰ ঘৰৰ সন্মুখৰ ওপৰতলাৰ বাৰাণ্ডাখনত কাঠৰ তক্তা মাৰি দেউতাই নিজৰ খৰচেৰে এটা কোঠালি তৈয়াৰ কৰে। তাৰ পৰাই জনসংঘৰ অসম প্ৰাদেশিক শাখা কাৰ্য্যালযটোৰ কাম কাজ চলিবলৈ ধৰে। ইতিমধ্যে ভাৰতবৰ্ষৰ প্ৰথমখন সাধাৰণ নিৰ্বাচনৰ বাবে প্ৰস্তুতি আৰম্ভ হোৱাত আমাৰ ঘৰটোত স্থাপন হোৱা কাৰ্য্যালয়টোৰো তৎপৰতা বাঢ়িছিল। মোৰ মনত পৰে দেউতা অসমৰ বিভিন্ন ঠাইলৈ বিশেষকৈ যি কেইটা সমষ্টিত জনসংঘৰ প্ৰাৰ্থী থিয় কৰাইছিল তালৈ নিৰ্বাচনী প্ৰচাৰৰ বাবে গৈছিল।"

বৰদেউতাৰ কথাবোৰ শুনি গৈ থাকোঁতে মোৰ মুখৰ পৰা কোনো শব্দ ওলোৱা নাছিল মাত্ৰ মই শুনি গৈছিলো .......। বৰদেউতাই কৈছিল- "তুমি হয়তো ভাবিছা শৈশৱত মই একে খেলাই নাছিলো নেকি? কিন্তু ময়ো খেলিছিলো! আমাৰ কৈশোৰত গুৱাহাটী উচ্চ ন্যায়ালয়ৰ ভৱনটো নিৰ্মাণ হৈ ওলোৱা নাই। সেই ঠাইত এখন বিশাল পথাৰতে আমি ফুটবল খেলিছিলো। আমাৰ লগত ফুটবল খেলাত দক্ষ উজান বজাৰ অঞ্চলৰ

ইছলাম পট্টিৰ বিলাল আৰু হাৰেছৰ কথা এতিয়াও মনত পৰে। ইয়াৰ উপৰিও মই হকী খেলিছিলো। —বৰ্ত্তমান গুৱাহাটী উচ্চ ন্যায়ালয়ৰ জ্যেষ্ঠ অধিবক্তা দেৱকুমাৰ ভট্টাচাৰ্য্য দাদাহঁতৰ ঘৰৰ সন্মুখৰ মুকলি ঠাইখনত আমাৰ ওচৰৰ ল'ৰাবোৰৰ সৈতে। মোৰ খেলা-ধূলাৰ প্ৰতি ৰাপটো সৰুৰে পৰা আছিল যদিও মই দক্ষ খেলুৱৈ হ'ব পৰা নাছিলো। লাহে লাহে মইনা পাৰিজাতলৈও যাবলৈ লাজ লগা হৈ আহিছিল। কিয় জানো, যি ডোখৰ ঠাইতে বিকাশৰ পথ পালো তালৈকে যাবলৈ লাজ! কথাটো আমি ধৰিব পৰা নাছিলো। মইনা পাৰিজাতৰ ল'ৰা-ছোৱালীবোৰ যেন আমাতকৈ বেছ সৰু তেনে ভাব হ'বলৈ ধৰিছিল। সেই কথাবোৰৰ ভেদ এদিন নলিনীবালা দেৱী আইতাই ভাঙি দিছিল। তেখেতো আমাৰ প্ৰতিভা সমূহৰ দক্ষতাত অতিশয় সুখী আছিল। আমাৰ লগৰ আটাইকে মাতি নি মৰমেৰে আমাক কৈছিল-'চা, তহঁত এতিয়া ডাঙৰ হৈছ। মইনা পাৰিজাত আৰু চেমনীয়া চ'ৰাৰ নীতি অনুসৰি তহঁত এতিয়া মইনা বা চেমনীয়াৰ উৰ্দ্ধত। সেয়েহে কালিলৈৰ পৰা তহঁত আৰু ইয়ালৈ আহিব নালাগে।' সেইদিনা এক বিষণ্ণ মন লৈ আইতাৰ পৰা বিদায় লৈছিলো। সেই বেজাৰতে আহি উজান বজাৰ পকী ঘাটত বহি মাত্ৰ ভাবিছিলো- কালিলৈৰ পৰা আমি কি কৰিম, ক'লৈ যাম, আমাৰ ক্ষেত্ৰখন ক'ত হ'ব? আইতাই আমাক ক'লে, আমি ডাঙৰ হ'লো অৰ্থাৎ আমি ডেকা হৈছো নেকি? এতিয়াৰ দিঘলীপুখুৰীৰ পাৰৰ নবীন বৰদলৈ হল পুথিভঁৰাল তেতিয়া কাৰ্জন হল বুলি জনাজাত আছিল। কাৰ্জন হল পুথিভৰাঁলটোৱেই একমাত্ৰ ৰাজহুৱা পুথিভঁৰাল আছিল। তালৈ সন্ধ্যা যোৱাটো আমাৰ এক নিয়মীয়া অভ্যাসেই আছিল। তাতেই আমি অসমীয়া, বাংলা আৰু ইংৰাজী সাহিত্যৰ একাধিক পুথি পঢ়িছিলো। মইনা পাৰিজাতৰ পৰা ওলাই অহাৰ পিছত কাৰ্জন হল লাইব্ৰেৰীৱেই আমাৰ একমাত্ৰ গন্তব্যস্থল হৈ পৰিছিল। তাতে বিভিন্ন পুথিৰ লগতে নাটক পঢ়োতে নাটকৰ প্ৰতি আকৰ্ষণ অনুভৱ কৰো। ইফালে 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'ত জ্যেষ্ঠ সকলৰ অভিনয় চোৱাৰ পিছতো নাটকৰ প্ৰতি এক ৰাপ হৈছিলেই! ১৯৫৩-৫৪ চনত উগ্ৰতাৰা মন্দিৰৰ সন্মুখৰ মাধৱ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱৰ ঘৰৰ ওচৰৰ ঠাই খিনিত হকীখেলা দলটোৱে ঠিক কৰিলো আমি এখন পূৰ্ণাঙ্গ নাটক কৰিম। আমাৰ লগত বন্ধু মহেশ ডেকা

আৰু বঙালী বন্ধু বাবলুও আছিল। বাবলুৰ দেউতাক স্বৰবিন্দু সৰকাৰ ডাঙৰীয়াই আমাৰ প্ৰস্তাৱ শুনি বৰ আনন্দিত হৈছিল আৰু উৎসাহ দি নিজৰ ভাড়াঘৰৰ কাষৰ ফালে থকা মুকলি ঠাই খনতে মঞ্চ সাজি নাট মঞ্চস্থৰ বাবে অনুমতি দিলে। আমাৰ নাটৰ আখৰা হৈছিল লতাশিল স্কুলত, বন্ধু মহেশ ডেকাহঁতৰ নতুন ঘৰটোত আৰু কেতিয়াবা উগ্ৰতাৰা মন্দিৰৰ মুকলি ঠাই আদিত। নাটখন আছিল 'একলব্য'। মোৰ ভাগত অৰ্জুনৰ ভাও পৰিছিল। লাহে লাহে নাট মঞ্চস্থৰ দিন কাষ চাপি আহিছিল। কিন্তু আমাৰ বাবে সমস্যা হৈছিল আমি মঞ্চখন কেনেকৈ তৈয়াৰ কৰিম, অলপ খৰচো পৰিব। সেয়ে স্বৰবিন্দু সৰকাৰ ডাঙৰীয়াৰ পৃষ্ঠপোষকতাত ওচৰ চুবৰীয়াৰ পৰা  চান্দা উঠোৱা হ'ল। সেই চান্দাৰে বাঁহ, কাঠ আদি কিনাৰ লগতে কিছু বস্তু চুবুৰীয়াৰ পৰা ধাৰেও অনা হ'ল। ঘৰৰ পৰা বেড্‌কভাৰ, বেড্‌ছিট আদি আনি স্ক্ৰিন, স্কাইৰ ব্যৱস্থাৰ লগতে আলোকৰ বাবে তিনিটামান ক্ষমতা সম্পন্ন বাল্বেৰে আমাৰ মঞ্চখন সজাৰ কামত সহায় কৰিছিল সৰকাৰ ডাঙৰীয়াই। এইদৰে আমাৰ সকলো যোগাৰ সম্পূৰ্ণ হৈ উঠিছিল। যেন এক উৎসৱৰহে আৰম্ভণি।

জীৱনত প্ৰথম খন নাটৰ ৰাজহুৱাভাৱে অভিনয়। মনটো ৰাতিপুৱাৰে পৰা উগুল-থুগুল। সন্ধ্যালৈ বা কি হয? সংলাপবোৰ যদি পাহৰি যাওঁ আদি নানা ভাৱ। সময়বোৰ গৈ গৈ সন্ধ্যা হৈছিলহি। মায়ো মোৰ অভিনয় চাবলৈ ওলাইছিল। নাটকৰ আগত স্বৰবিন্দু সৰকাৰ ডাঙৰীযাই আমাৰ নাটকৰ প্ৰতি থকা আগ্ৰহৰ বিষয়ে আৰু অশেষ কষ্ট স্বীকাৰ কৰি মঞ্চ সাজি নাট মঞ্চস্থ কৰিবলৈ লোৱাৰ বিষয়ে বক্তব্য আগবঢ়ায়। দৰ্শক মণ্ডলীয়েও আমাৰ কাৰ্য্যত কৰতালিৰে শলাগ লোৱাত আনন্দিত হৈছিলো।

নাট আৰম্ভ হৈছিল, কিন্তু তেতিয়ালৈকে কিমান দৰ্শক গোট খাইছিল আমি নাজানিছিলো। সময়ত মোৰ অভিনয পাল পৰিছিল। জীৱনত প্ৰথম মঞ্চত ভৰি দিছো - এক বুজাব নোৱৰা অনুভূতি। দৰ্শকৰ ফালে চাই আচৰিত হওঁ মঞ্চৰ সন্মুখৰ উপৰিও ৰাস্তাত দৰ্শকৰ ভীৰ। দৰ্শকৰ মাজত একান্ত মনে নাট উপভোগ কৰি থকা মাক দেখি আৰু সাহস পালো। দৰ্শকৰ প্ৰশংসাৰে মুখৰিত সেযাই আছিল মোৰ দৰে বহুতৰে জীৱনৰ প্ৰথম অভিনীত নাটৰ কথা।"

বৰদেউতাৰ উৎসাহ ভৰা যাত্ৰাৰ অংকুৰিত প্ৰথম পাতখিলাৰ সুৱাসিত ঝংকাৰত আপ্লুত হৈছিলো। উপলব্ধি কৰো কিমান আগ্ৰহ, উদ্যমেৰে এচাম কিশোৰে তেতিয়াই নাটৰ প্ৰতি, অভিনয়ৰ প্ৰতি ৰুচি তৈয়াৰ কৰি লৈছিল।

বৰদেউতাই পুনৰ কৈছিল—“সেই সময়ত আমাৰ ঘৰৰ সন্মুখৰ প্ৰেমদা কান্ত ভূঞা ডাঙৰীয়াৰ ঘৰত যতীন বৰা নামৰ উৎসাহী ডেকা এজন থাকি কলেজত পঢ়িছিল। তেখেতৰ নাট আৰু আবৃত্তিৰ প্ৰতি বৰ ৰাপ আছিল। সেইবাৰ তেখেতে আমাৰ কেইজনমানক লৈ এখন নাট তেখেতৰ পৰিচলনাত অস্থায়ী মঞ্চ সাজি কৰিবলৈ ঠিৰাং কৰিলে। নাটখন লোৱা হ'ল -‘মোক ভোট দিয়ক’।

প্ৰেমদা কান্ত ভূএগ্ৰাদেৱৰ ঘৰৰ সন্মুখৰ মুকলি ঠাইখনতে মঞ্চ সজাৰ ঠিক হ'ল। ভূএগ্ৰাদেৱৰ সৰু ল'ৰা হেমদাকান্ত ভূএগ্ৰা (কানুৱে)ও নাটত অভিনয় কৰিছিল। সময়ত আখৰা আৰম্ভ হৈছিল। আগৰ দৰেই পৰ্দা, বেড্‌কভাৰেৰে স্ক্ৰিনৰ ব্যৱস্থা, আলোকৰ বাবে ক্ষমতা সম্পন্ন বাল্ব, ৰাইজৰ পৰা তোলা পইছাৰে অস্থায়ী মঞ্চ সজা হৈছিল। যতীন দাদায়েই সাজ-সজ্জা ৰূপসজ্জা আদিৰ দায়িত্ব লৈছিল। নাটখনত বহু চৰিত্ৰ হোৱা বাবে এজনেই তিনি-চাৰিটা চৰিত্ৰত অভিনয় কৰিব লগা হৈছিল। সেইবাৰ যেন আৰু অলপ সাহস পালো জ্যেষ্ঠজনৰ উৎসাহত। নাট মঞ্চস্থৰ দিন ওচৰ চাপি আহিল। ১৯৫৪ চনৰ কোনো এটা দিন। ফটিক চন্দ্ৰ পথ এটা ব্যস্ত আলিবাঁট। নাটৰ দিনা আলিবাটত ৰাইজে ভৰি পৰিছিল। নাটৰ ভিতৰতে বৰ্তমানো মোৰ মনত থকা দুই-এটা মজাৰ ঘটনাৰে আমাৰ নাট অভিনয় সামৰণি পৰিছিল। দৰ্শকৰ পৰা পুনৰ উৎসাহ ভৰা সঁহাৰি।

এইদৰে অস্থায়ী মঞ্চত নাট অভিনয় কৰাৰ উপৰিও বিভিন্ন ঠাইত পতা বিচিত্ৰানুষ্ঠান সমূহ দেখি আমাৰো আগ্ৰহ জন্মিছিল এক বিচিত্ৰানুষ্ঠান পতাৰ। সেই বছৰতে আমি বিচিত্ৰানুষ্ঠান পতাৰ ব্যৱস্থা কৰিলো য'ত বিভিন্ন নৃত্য, গীত আদি থাকিব। আমি ঘৰৰ পৰা নিয়া বিভিন্ন সামগ্ৰীৰে তৈয়াৰ কৰা অস্থায়ী মঞ্চত বিচিত্ৰানুষ্ঠান আৰম্ভ হৈছিল। সেইবাৰ কিন্তু মই আৰু ধীৰু ভূএগ্ৰাই পোনপটীয়াকৈ অনুষ্ঠানত অংশ নলৈ ব্যৱস্থাপনাতহে আছিলো। সেইবাৰ অস্থায়ী মঞ্চখন সজা হৈছিল বৰ্তমান আমাৰ ঘৰৰ

সন্মুখত 'মেঘমল্লাৰ' নামৰ আবাসীক ফ্লেট থকা ঠাইখনতে তেতিয়া থকা অসম আৰ্হিৰ ঘৰটোৰ বাৰাণ্ডাখনতেই। ঘৰটো তেতিয়া বীৰেণ দাস ডাঙৰীয়াই ভাড়া লৈ আছিল। তেখেতৰেই ছোৱালী গীতা বাইদেউৱে আমাৰ বিচিত্ৰানুষ্ঠানত গীত পৰিৱেশন কৰাৰ উপৰিও নানান ধৰণে সহায় কৰিছিল। সেইদিনবোৰে এতিয়াও ইমান আমোদ দিয়ে। লতাশিল প্ৰাইমাৰী বিদ্যালয়ৰ পিছফালে নুৰ আহমেদ কাকা আছিল। তেখেতৰেই ছোৱালী চুনৰী। তায়ো সেই সময়ত মুক্তি লভা হিন্দী কথাছবি 'আনাৰকলি'ৰ 'মে পিকে আয়া উঁ ......' গীতটোৰ ভিত্তিত নৃত্য পৰিৱেশন কৰিছিল। মই আৰু ধীৰু ভূএগই পেট্ৰমাক্স লাইটৰ ওপৰত ৰঙা, নীলা চেলফেন কাগজ লগাই চুনৰীৰ নৃত্যত বিভিন্ন ৰঙৰ পোহৰ পেলাবলৈ যত্ন কৰিছিলো। এতিয়া পঞ্চাশ বছৰৰ পিছতো চুনৰীৰ কথা মনত পৰে। তাই বা এতিয়া ক'ত ? আছে বা নাই ? তেতিয়া মোৰ দেশ-বিদেশৰ ডাকটিকট গোটোৱাৰ এটা চখ হৈছিল আৰু বিভিন্ন ঠাইলৈ চিঠিপত্ৰ লিখি ডাক টিকট সংগ্ৰহ কৰিছিলো আৰু আন এটা চখো মোৰ আছিল। তেনে ধৰণৰ চখ আন কাৰোবাৰ হয়নে নহয় মই ঠিক নাজানো। বিভিন্ন দেশী-বিদেশী চিগাৰেটৰ পেকেট আৰু বিভিন্ন ঠাইৰ জুইশলা বাকচৰ লেবেল গোটোৱাৰ চখ মোৰ মাজত বেছ কিছুবছৰলৈকে আছিল।

ইতিমধ্যে অমৃতদাদা উচ্চশিক্ষাৰ অৰ্থে ইংলণ্ডলৈ যাত্ৰা কৰে। মোৰ সেইজন ককাইদেউৰ সৈতে বয়সৰ ব্যৱধান প্ৰায় পোন্ধৰ বছৰ মান হোৱা সত্বেও বেছ বন্ধুত্ব আছিল। মোৰ লগত প্ৰায়ে মোৰ সমান বয়সৰ হৈ তেওঁ বিভিন্ন বিষয়ত যোগদান কৰিছিল। সেয়ে তেওঁ বহুদিনৰ বাবে বিদেশলৈ গুচি যোৱাত মনটো প্ৰথমতে খুউব বেয়া লাগিছিল। তেতিয়া অসমৰ দুজন মহান ব্যক্তিয়ে মোক মুগ্ধ কৰিছিল। এগৰাকী হৈছে অম্বিকাগিৰি ৰায়চৌধুৰী আৰু আন গৰাকী জ্ঞানদাভিৰাম বৰুৱা মহাশয়। অম্বিকাগিৰি ৰায়চৌধুৰী ডাঙৰীয়া তেতিয়া উজান বজাৰ বাৰোৱাৰীৰ কাষত হেপীভিলালৈ সোমাৱা পথৰ কাষতে অৱস্থিত কংগ্ৰেছ প্ৰেছত থাকে। তেখেতে দোকমোকালিতে আঁঠুৰ ওপৰত চুৰিয়া আৰু এঙাচোলা পিন্ধি হাতত লাখুটি এডাল লৈ প্ৰাতঃ ভ্ৰমণৰ বাবে ওলায়। তেখেত বাৰোৱাৰীৰ পৰা ব্ৰহ্মপুত্ৰৰ পাৰেৰে লতাশিল হৈ আমাৰ ঘৰৰ সন্মুখেৰে

পুনৰ কংগ্ৰেছ প্ৰেছলৈ ওভতে। তেখেতে এই প্ৰাতঃ ভ্ৰমণৰ কালত কবিতাৰ লেখীয়াকৈ এষাৰ সাৱধান বাণী ডেকা সকলক সম্বোধি কৈ যায়-

'হেৰ' অসমীয়া ডেকা দল,
ঢাৰি-পাটি এৰিবৰ হ'ল,
ৰেল আহি পাণ্ডু পালেহি
কঁকালত টঙালি বান্ধিবৰে হ'ল।'

সেই সময়ত মালিগাঁওত উত্তৰ-পূব সীমান্ত ৰেলৱেৰ সদৰ কাৰ্য্যালয়ৰ নিৰ্মাণ কাৰ্য্য আৰম্ভ হৈছে। সেয়েহে অসমীয়া ডেকা চামক ৰেল কাৰ্য্যালয়ত ওলোৱা চাকৰিসমূহ ল'বৰ বাবে আবেদন জনাইছে আৰু লগতে সকীয়াইছে অসমীয়া ডেকাদলে যদি ঢাৰি-পাটি নেৰে তেনেহ'লে এই চাকৰি সমূহ আনে ল'বহি। সেই কাৰণেই বোধহয় তেখেতে প্ৰাতঃভ্ৰমণ কৰা বাটটোৰ অধিকাংশই ৰেল কাৰ্য্যালয়ত চাকৰি লৈছিলগৈ।

আন এগৰাকী মহান আইনজ্ঞ বিলাতৰ পৰা বাৰ এট্ ল হৈ অহা আৰ্ল কলেজৰ অধ্যক্ষ, অতি সুন্দৰ চেহেৰাৰ জ্ঞানদাভিৰাম বৰুৱা ডাঙৰীয়াই তেখেতৰ এলচেছিয়ান কুকুৰটো লগত লৈ প্ৰাতঃভ্ৰমণৰ পৰা অহা দৃশ্য মোৰ বাবে আজিও স্মৰণীয়। প্ৰায় তেখেতে প্ৰাতঃভ্ৰমণৰ পৰা আহোঁতে আমাৰ ঘৰত সোমাই দেউতাৰ লগত আইনৰ নানা কথা পাতে। আমাৰ সন্মুখৰ বাৰাণ্ডাত জ্ঞানদাভিৰাম বৰুৱা ডাঙৰীয়াৰ কাষতে পেট পেলাই শুই থকা এলচেছিয়ান কুকুৰটোলৈ মোৰ যথেষ্ট ভয় লাগিছিল।

এইখিনিতে মনত পৰিছে আমাৰ দ্বিতীয়জন ককাইদেউৰ বিয়াৰ সময়ত ঘটা এটা ঘটনালৈ। ককাইদেউৰ ইতিমধ্যে বিয়া ঠিক হৈছে, তেওঁ বিয়াৰ পিছত থকাৰ বাবে আমাৰ মূল ঘৰটোৰ কাষত থকা সৰু ঘৰটো মেৰামতি আৰু কিছু অংশ পুনৰ নিৰ্মাণ কৰা হৈছে। তাতে কাঠৰ মিস্ত্ৰীসকলে দুপৰীয়াৰ আহাৰৰ বাবে ছুটী কৰাৰ সময়ত মই এটা কাঠৰ খুটাত আঁউজি দিওঁতে ওপৰত লগাই থোৱা কাঠ এডাল হঠাৎ মোৰ মূৰ আৰু হাতত পৰাত মূৰ ফাটি যথেষ্ট তেজ ওলোৱা আৰু যন্ত্ৰণাত কান্দি উঠাৰ লগতে বাঁওহাতখন ভগাৰ কথা কেনেকৈ পাহৰো। মূৰৰ চিলাই শুকাল যদিও হাতত প্লাষ্টাৰ লৈ ককাইদেউৰ বিয়ালৈ গৈছিলো।

অলপ আগতে মোক মুগ্ধ কৰা দুজন মহান অসমীয়াৰ কথা

কৈ আহিছোঁৱেই যদিও পুনৰ ভাবিছো আৰু এজন ব্যক্তিৰ কথা নক'লে ভুল হ'ব। তেখেত হৈছে অসম মাতৃৰ সুযোগ্য সন্তান মহেন্দ্ৰ নাথ ডেকা ফুকন। তেতিয়া তেখেত ব্ৰহ্মদেশৰ পৰা অসমলৈ আহিছে। আমাৰ বন্ধু পুনু ফুকন তেখেতৰ ভতিজাক। সেই সূত্ৰে পুনুহঁতৰ ঘৰতে গুৱাহাটীত থকা কালত তেখেত থাকে। প্ৰায়েই তেখেতে চাইকেল চলাই ফুৰিছিল। চাইকেলখনৰ কেৰিয়াৰত এখন কোৰ, এটা বাঁহৰ ঝাডু আৰু এখন দা আদি সঁজুলিবোৰ লৈ ফুৰিছিল। অনবৰতে খাকী সাজ পিন্ধাৰ লগতে কাপোৰৰ বুট জোতা পৰিধানৰত প্ৰায় ছয়ফুট উচ্চতাৰ মুখত দাড়িৰে ভৰপূৰ তীক্ষ্ণ দৃষ্টিৰ এই গৰাকী ব্যক্তিৰ মুখলৈ চাই কথা ক'ব পৰা মানুহ খুউব কমহে আছিল। এসময়ৰ 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'ৰ সুঅভিনেতা, অসাধাৰণ বক্তা, অতিশয় স্পষ্টবাদী চৰিত্ৰৰ মানুহজনেই আছিল মহেন্দ্ৰ নাথ ডেকা ফুকন ডাঙৰীয়া। সঁচা কথা ক'বলৈ বা চোকা সমালোচনা কৰিবলৈ আনকি সন্মুখা-সন্মুখীকৈ তেখেতে ৰাজ্যৰ মুখ্যমন্ত্ৰীকো এৰা নাছিল। তেখেতে চাইকেলেৰে যোৱা পথত কাৰোবাৰ ঘৰৰ সন্মুখত আবৰ্জনা আদি দেখিলে সেই ঘৰৰ পদূলিত চাইকেলখন থৈ চাফ কৰিবলৈ লাগি গৈছিল। ইয়াৰ দ্বাৰাই তেখেতে লাজ দি হ'লেও সেই ঘৰ মানুহক জ্ঞান দিবলৈ চেষ্টা কৰিছিল। তেখেত এগৰাকী সুনিপুণ চিত্ৰকৰো আছিল। কটন মহাবিদ্যালয়ৰ প্ৰতীক চিহ্নটো তেখেতৰেই অনন্য কৃতি। পুনুহঁতৰ ঘৰৰ দেৱালত সুন্দৰ চিত্ৰ তেখেতেই আঁকিছিল। সকলোৱে তেখেতৰ ওচৰলৈ যাবলৈ ভয় খাইছিল, কিজানিবা খং উঠিলে তেখেতে আঘাতেই কৰে। মোক তেখেতে অতিশয় মৰম কৰিছিল। পুনুক লগ পাবলৈ গ'লে তেখেতৰ সৈতে মই নানান কথা পাতিছিলো । উদাত্ত কণ্ঠৰে তেখেতে তেখেতৰ অভিজ্ঞতাৰ কথা বিৱৰি কৈছিল আৰু সমাজখনৰ লগতে সাংস্কৃতিক ক্ষেত্ৰখন তেখেতে কি ধৰণৰ হোৱাটো বিচাৰে তাকো কথাবোৰত প্ৰকাশ পাইছিল। অসমৰ তেল শোধনাগাৰ আন্দোলনৰ তেখেত এগৰাকী প্ৰধান হোতা আছিল।

মোৰ কৈশোৰৰ যি দুটা ভ্ৰমণৰ সোঁৱৰণিয়ে আজিও মোক মোহিত কৰে তাৰ ভিতৰত প্ৰাকৃতিক সৌন্দৰ্য্যৰে ভৰপূৰ শ্বিলং যাত্ৰাৰ কথা ইতিমধ্যে কৈ আহিছোঁৱেই আৰু আনটো ইতিহাস প্ৰসিদ্ধ তেজপুৰলৈ

বুলি জাহাজৰ যাত্ৰা।

আমাৰ তেজপুৰ যাত্ৰাৰ উদ্দেশ্য আছিল ডাঙৰ ককাইদেউৰ ল'ৰা আমাৰ ভতিজা ৰন্তুৰ অন্নপ্ৰাসন্ন বুলি। যেতিয়াই তেজপুৰলৈ যোৱাৰ কথা মা, দেউতাৰ পৰা শুনিছিলো মোৰ মন আনন্দত নাচি উঠিছিল। কিতাপৰ পাতত বানৰজা, ঊষা-অনিৰুদ্ধৰ কথা পঢ়াৰ বাবেই হয়তো তেওঁলোকৰ বিচৰণ ভুমি শোণিতপুৰ অৰ্থাৎ তেজপুৰ ঠাইখন স্বচক্ষুৰে চাবলৈ মোৰ ভীষণ হেঁপাহ হৈছিল। মোৰ এতিয়া স্পষ্টকৈ মনত আছে আমি জাহাজত গৈ থাকোঁতে উপভোগ কৰা অনাবিল কিছুমান মুহূৰ্তৰ কথা। তেতিয়া উজান বজাৰ ঘাটৰ পৰা আৰ এছ. এন কোম্পানীৰ জাহাজ তেজপুৰলৈ চলাচল কৰে। ৰাতিপুৱা আঠ-ন বজাত জাহাজ এৰি তেজপুৰ পাযগৈ মাজৰাতি। ৰাতি জাহাজখন তেজপুৰ ঘাটত এবাৰ লগাই দি যাত্ৰীসহ পুনৰ পানীলৈ গৈ লংগৰ পেলাই ৰাতিটো তেনেকৈ থৈ পুনৰ দোকমোকালিতহে ঘাটত লগাই দিয়ে। এই যাত্ৰাত দুই ধৰণেহে যাত্ৰীয়ে যাত্ৰা কৰিব পাৰে। জাহাজৰ তলৰ তলাত যাত্ৰী বহি যাব পৰা সুবিধা থকাৰ লগতে ওপৰৰ তলাত দুজন যাত্ৰী শুই যাব পৰা একাধিক কেবিন আছিল। কেবিনবিলাক শাৰী শাৰী ওপৰ তলাৰ একাষে থাকে। সন্মুখৰ ফালে এখন ডেক্। এই ডেক্ত ওপৰ তলাত যাত্ৰা কৰা যাত্ৰী সকল বহিব পৰা সুবিধা থাকে। বিশাল ব্ৰহ্মপুত্ৰৰে আমি গৈ আছিলো। দুবৈৰ পাহাৰবোৰ কাষতে পোৱাৰ অনুভূতি, বনৰীয়া চৰাইৰ কলকাকলি, পঞ্চাশ চনৰ বৰভূইকঁপৰ পিছত তেতিয়াও উটি গৈ থকা কাঠৰ টুকুৰা, টুকুৰাবোৰৰ ওপৰত খন্তেক জিৰণি লৈ পুনৰ উৰা মৰা ভিন্ন ৰঙৰ পখীবোৰ চাই চাই যাত্ৰাৰ সময়খিনি মই অতিবাহিত কৰিছিলো। এই যাত্ৰাত মোৰ এনে লাগিছিল জাহাজত গৈ থকা বিভিন্ন যাত্ৰীবোৰ যেন একগোট হৈ এটা পৰিয়ালৰ দৰে ক'ৰবালৈ ওলাইছো! দুপৰীয়া আহাৰ গ্ৰহণ কৰাৰ পিছত জাহাজ আহি খাৰুপেটীয়া ঘাটত ৰৈছিল। খাৰুপেটীয়াত তেতিয়া কোনো ঘাট থকা বুলি মনে ধৰা নাছিল। যাত্ৰীসকল ঘাট পাই উঠা-নমা কৰা, তাতে জাহাজৰ খাদ্য যোগান ধৰা ঠিকাদাৰসকলে বজাৰৰ পৰা ৰাতিৰ আহাৰৰ বাবে বিভিন্ন সামগ্ৰী কিনাৰ কথা মনত পৰে। পুনৰ জাহাজ তেজপুৰ অভিমুখে যাত্ৰা কৰিছিল।

লাহে লাহে সন্ধ্যা হৈছিল। চাৰিওফালে অন্ধকাৰ ৰোধৰ অৰ্থেই

এটা ডাঙৰ ছ্যঁচ লাইটৰ ব্যৱহাৰ। সন্ধ্যা ডেক্‌ত বহিবলৈ বৰ অসুবিধা হয় কাৰণ পোহৰ দেখি অহা পোকবোৰে বৰ আমনি কৰে।

জাহাজৰ খালাছিবোৰ অধিক সংখ্যকেই পূৰ্ব্ব বংগৰ লোক আছিল। নিশাৰ ভাগত এই খালাছিবোৰৰ এটা ভাগে পাল পাতি নদীৰ গভীৰতা পৰীক্ষা কৰি চালকক সংকেত দি থাকে আৰু সেই মতেই জাহাজৰ চালকে জাহাজখন লৈ গৈ থাকে। এই সকল লোকক 'আৰিকাটি' বুলি কোৱা হয। 'আৰিকাটি' মানে পানী কাটি গৈ থকা। বৰ্তমানেও উজান বজাৰৰ নৈ পাৰত 'আৰিকাটি বস্তি' বুলি এটা অঞ্চল আছে। আৰিকাটি সকলে এডাল দীঘল বাঁহেৰে পানীৰ গভীৰতা পৰীক্ষা কৰি গৈ থকাৰ লগতে তেওঁলোকৰ সন্মুখত থকা পাইপৰ নিচিনা চুঙাৰে জনাই গৈ থাকে 'এই বাম মিলেই না' অৰ্থাৎ পানীৰ তল বাঁহডালে পোৱা নাই।

সময়ত ৰাতিৰ আহাৰ জাহাজত গ্ৰহণ কৰি যাত্ৰীসকল নিজ নিজ কেবিনত শুই পৰিছিল। টোপনি নহালৈকে জাহাজ গৈ থকাৰ শব্দ আৰু আৰিকাটি সকলৰ -'এই বাম মিলেই না' কথাষাৰৰ বাহিৰে আন শব্দ নুশুনা হৈ আহিছিল। আমিও নিদ্ৰাদেৱীৰ কোলাত শুই পৰিছিলো। হঠাৎ মাজনিশা জাহাজে লঙ্গৰ পেলোৱাৰ শব্দত আমাৰ টোপনি ভাঙিল। দেউতা ডেক্‌লৈ গৈ অলপ পিছত আহি কৈছিলহি আমি তেজপুৰ পালোহি। কথাষাৰত কিবা ভাল লাগি আহিছিল। মোৰ আকাংক্ষিত ভ্ৰমণ! দোকমোকালিতে ডাঙৰ ককাইদেউৱে আমাক নিবলৈ আহিছিল। সেই সময়ৰ তেজপুৰৰ স্মৃতি আজিও হৃদয়ৰ মণিকোঠাত সাঁচি থোৱা আছে! আমি ককাইদেউৰ বাৰহলিয়াত থকা ভাড়া ঘৰটোলৈ যাত্ৰা কৰিছিলো। তেজপুৰত থকা কালতে মোতকৈ বয়সত কিছু সৰু, ফুটফুটীয়া ফ্ৰক পিন্ধা, দুডলীয়া বেণি গোঁঠা ওচৰৰে ছোৱালী এজনী আমাৰ নবৌৰ কাষলৈ প্ৰায়েই অহা মন কৰিছিলো। তেজপুৰৰ দৰে ইমান ধুনীয়া ঠাই হয়তো খুউব কমেই আছিল। সময়ত ভতিজাৰ অন্নপ্ৰাসন্নৰ লগতে তেজপুৰ ঠাইখন চাই আমি পুনৰ জাহাজেৰে গুৱাহাটীলৈ ঘূৰি আহিছিলো। মোৰ ভ্ৰমণ সাৰ্থক হৈছিল।

স্কুলৰ পঢাবোৰ বাঢ়ি আহিছিল আৰু দুবছৰৰ পিছতে গুৰুত্বপূৰ্ণ প্ৰৱেশিকা পৰীক্ষাৰ বাবে সাজু হোৱাৰ সময়। মা, দেউতায়ো বাৰে বাৰে

সঁকীয়াই আছিল পঢ়া-শুনাত মন দিবলৈ। সেয়ে নাট অভিনয়ৰ পৰা অলপ আঁতৰি আছিলো।

আমি নৱম শ্ৰেণীত থাকোঁতেই স্বনামধন্য কবি, গীতিকাৰ কেশৱ মহন্ত ছাৰে ডনবস্ক' স্কুলৰ শিক্ষক হিচাবে যোগদান কৰিছিল। তেখেতে আমাক অসমীয়া বিষয়টো ইমান মনোগ্ৰাহীকৈ পঢ়ুৱাইছিল যে আমি ছাৰৰ ক্লাছৰ বাবে অধীৰ অপেক্ষাৰে বৈ আছিলো। কেতিয়াবা শ্ৰেণীত নিৰ্ধাৰিত শিক্ষক নাথাকিলে কেশৱ মহন্ত চাৰে বিজ্ঞান পঢাবলৈ আহিলে আমি এক প্ৰকাৰ বিদ্ৰোহ কৰিয়েই কৈছিলো, 'ছাৰ আমি আপোনাৰ পৰা বিজ্ঞান নিশিকো। কবিতা শুনিম ছাৰ, আপোনাৰ কবিতা।' ছাৰো উপায়হীন হৈ তেখেতৰেই কবিতা আবৃত্তি কৰিবলৈ বাধ্য হৈছিল 'সৰিয়হ ফুল, সৰিয়হ ফুল, ঊনষাঠী কোটি টকা।' হয়তো ছাৰৰ আবৃত্তি শুনিয়েই এই কলাবিধৰ প্ৰতি মোৰ দুৰ্ব্বলতা বৃদ্ধি পায়। যাৰ বাবে বৰ্তমানো মই কেশৱ মহন্ত ছাৰৰ একাধিক কবিতা আবৃত্তি কৰিছো, বাণীবন্ধন কৰিছো ৰেকৰ্ড বা কেছেটৰ ৰূপত।

১৯৫৫ চনত নৱম মান শ্ৰেণীত থাকোঁতেই গৰমৰ বন্ধৰ আগে আগে ডনবস্ক' স্কুলত এখন একাঙ্কিকা নাট প্ৰতিযোগিতা হয়। সেই একাঙ্কিকাৰ বাবে আমাৰেই বন্ধু দিলীপ কুমাৰ মজুমদাৰ আৰু প্ৰয়াত নাৰায়ণ ডেকাই এখন নাট লিখি উলিয়ায়। তাতে মই, দিলীপ আদি কৰি কেইজনমানে অভিনয় কৰো। অৱশ্যে প্ৰতিযোগিতা দিনৰ ভাগতেই অনুষ্ঠিত হোৱাত আমাৰ অলপো ভাল লগা নাছিল। সেইবাৰ গৰমৰ বন্ধৰ ভিতৰতে আমি আন এখন নাট অস্থায়ী মঞ্চত কৰিবলগা হৈছিল যিখন পৰিচালনাৰ দায়িত্ব লৈছিল যতীন [illegible] দাদাই। ইফালে মা-দেউতায়ো বাৰে বাৰে ক'বলৈ ধৰিছিল পঢা-শুনাৰ [illegible]বোৰ। সেইবাৰ আমাৰ ওচৰৰ জীতেন বুজৰবৰুৱা ডাঙৰীয়াৰ ঘৰৰ সোঁ ফালৰ খালী ঠাইখনতে অস্থায়ী মঞ্চ সাজি নাট মঞ্চস্থৰ বাবে ঠিক কৰা হৈছিল। তেতিয়া তাতে এজোপা ৰগৰী গছ আছিল। বগৰী গছজোপাৰ সঁহাৰি লৈ মঞ্চ তৈয়াৰ কৰা হৈছিল। জীতেন বুজৰবৰুৱা ডাঙৰীয়াৰ একমাত্ৰ পুত্ৰ সোণটি (বৰ্ত্তমান চকু বিশেষজ্ঞ ডাঃ ধীৰেন বুজৰবৰুৱা)য়ো আমাৰ সৈতে নাটত অভিনয় কৰিছিল, নাটখনৰ নাম আছিল 'প্ৰতিশোধ' । ৰচনা কৰিছিল ধীৰেন

বুজৰবৰুৱায়ে। অস্থায়ী মঞ্চ সজাৰ বাবে সেই আগৰ ব্যৱস্থাই। লাহে লাহে মঞ্চ সজা সামগ্ৰীবোৰ দিবলৈও অভিভাৱক সকলে অসুবিধা পাই আহিছিল। সেয়েহে আমি ঠিক কৰিলো এইবাৰৰ পিছত আৰু এনেধৰণেৰে নাটক নকৰো।

ইতিমধ্যে নাটৰ আখৰা পূৰ্ণগতিত চলিল আৰু নিৰ্ধাৰিত মতেই নাট মঞ্চস্থ হ'ল। আটাইতকৈ আচৰিত হৈছিলো আগতকৈ যথেষ্ট দৰ্শকৰ সমাগমত। আনকি দৰ্শক বহিবলৈ লতাশিল স্কুলৰপৰা বেঞ্চো অনা হৈছিল। পিছত গম পাইছিলো আমাৰ অভিনয় প্ৰচেষ্টাৰ বিষয়ে ৰাইজৰ মাজত আলোচনা হোৱা। লাহে লাহে আমাক দেখোন অভিনয়ৰ বাবে বিচৰা হৈছিল। নাজানো তেতিয়া মোৰ অভিনয় কেনে আছিল। বৰ্তমানো মই আগৰ দৰেই ভাবো মোৰ যেন শিকিবলৈ বহু বাকী। সন্মুখত প্ৰৱেশিকা পৰীক্ষাক দোহাই দি মা-দেউতাই অভিনয়ৰ পৰা অলপ দিন আঁতৰাই ৰাখিছিল যদিও অভিনয়ৰ নিচা মনৰ পৰা বাদ দিব পৰা নাছিলো।"

নিজস্ব জীৱন কাহিনীৰ মাজতে বৰদেউতাই এক গুৰুত্বপূৰ্ণ বক্তব্যৰে নিজস্ব অনুভৱ প্ৰকাশ কৰাৰ কথা মনত পৰে, "এতিয়া পাঁচটা দশকৰ পিছত গভীৰভাৱে ভাৱো এজন অভিনয় শিল্পীৰ ক্ষেত্ৰত প্ৰথম পদক্ষেপ হিচাপে অস্থায়ী মঞ্চৰ গুৰুত্ব কিমান। প্ৰতিক্ষেত্ৰত আগবাঢ়িবলৈ যি দৰে এটা পথৰ প্ৰয়োজন তেনেকৈ ৰাজহুৱা মঞ্চত প্ৰৱেশ কৰাৰ আগতে এজন শিল্পীৰ বাবে অস্থায়ী মঞ্চ এটা সৰু আলিবাটহে। যাৰ আলম লৈয়ে আগবঢ়াৰ সুযোগ পায়। আমি বৰ্তমানলৈকে অভিনয়ৰ বাবে কোনো পাঠ গ্ৰহণ কৰা নাই। দৰ্শকে আঙুলিয়াই দিয়া দোষ ত্ৰুটি শুধৰাই আৰু জ্যেষ্ঠ জনৰ উপদেশ শিৰত লৈয়ে আমি আগবাঢ়িছো। কৈশোৰৰ সেই অস্থায়ী মঞ্চবোৰেই আছিল আমাৰ এই যাত্ৰাৰ এক সাঁকো।

নলিনীবালা দেৱী আইতাই আমাক মইনা পাৰিজাত আৰু চেমনীয়া চ'ৰাৰপৰা বিদায় দিয়াৰ পিচত এইদৰে ওচৰৰ অস্থায়ী মঞ্চবোৰত নিজকে ব্যস্ত ৰাখি আনন্দ পাইছিলো যদিও আমাৰ লগৰ বহুতেই অবাবত সময় নষ্ট কৰি কটাইছিল। সেয়ে আমাৰ মাজত আগৰণুৱা কৰুণা গোস্বামীয়ে এটা প্ৰস্তাৱ দিলে যে আমি এটা সংঘ স্থাপন কৰিব লাগে। যাৰ যোগেদি আমি আটাইয়ে এক হৈ নতুন কিছু কাম কৰিব পাৰিম।

আমাৰ প্ৰস্তাৱটোত সকলোৱে ভাল পালে। এনেতে নাট্যকাৰ প্ৰবীণ ফুকনদেৱে আমাৰ ঘৰৰ সন্মুখৰ ধীৰু ভূঞাহঁতৰ ঘৰটো ভাড়া লৈ থকাত আমি তেখেতৰ পৰাও পৰামৰ্শ বিচাৰো। আমাৰ কাৰ্যত তেখেতো অতি সুখী হ'ল। এইবাৰ আহিল সংঘটোৰ নামকৰণৰ লৈ চিন্তা। অৱশেষত সেয়াও হৈ উঠিছিল। যিহেতু আমি যৌৱনৰ দুৱাৰ ডলি গৰকিবলৈ বাকী থকা নাছিলো, গতিকে সংঘটোৰ নামাকৰণ কৰা হৈছিল -'যুৱক কলা সংহতি'। সকলোৱে তাতেই হয়ভৰ দিছিল। এইদৰেই আমি আগবাঢ়িছিলো এখোজ এখোজকৈ। আমাৰ যাত্ৰাৰ দ্বিতীয় পদক্ষেপত।"

সেইদিনা বৰদেউতাৰ কথাবোৰে মোৰ মাজত অনন্য এক উপলব্ধি আনি দিছিল। কথাবোৰৰ শেষত তেখেতে মিচিকিয়া হাঁহি মাৰি কোৱা মনত পৰে -'আজি কথাবোৰ শেষ নহ'বই বুলি ভাবিছিলো। সময়ো বহুত হ'ল আজি থাকক দিয়া।' এক সুন্দৰ সন্ধ্যা বিদায় দি বৰদেউতা আৰু বৰমাৰ সৈতে উলটি আহোতে কৃতজ্ঞতাৰে ভৰি আছিল মোৰ হৃদয়। নেদেখা জনক পাৰ্যমানে ধন্যবাদ দিছিলো প্ৰাপ্তিৰ জগত খনৰ বিচিত্ৰতাত ময়ো জুমি চাবলৈ সুযোগ পাইছো জীৱনৰ শাশ্বত প্ৰৱাহৰ এটি গুৰুত্বপূৰ্ণ অধ্যায়। যি মোৰ বাবে অভিনৱ প্ৰাপ্তি। ❑

# তিনি

বৰদেউতাৰ জীৱনৰ দুটা অধ্যায় শুনাৰ পিছত পৰৱৰ্তী অধ্যায় শুনিবলৈ মই অলপ অপেক্ষা কৰিব লগা হৈছিল। কাৰণ সেইখিনি সময়ত মই মহানগৰীৰপৰা আঁতৰি শিৱসাগৰত আছিলো, তাৰ মাজতে এদিন বৰদেউতাই কৈছিল—'বিশেষ অনুষ্ঠান এটাৰ মুখ্য অতিথিৰূপে মই শিৱসাগৰলৈ যাম। তেতিয়াই তোমাক লগ পাই কথা পাতিম।' মোৰ নিজৰো কথাষাৰত ভাল লাগিছিল। ভাবিছিলো নিজৰ ঘৰৰ পৰিৱেশত কথাবোৰ শুনিও ভাল লাগিব তাতে, বৰদেউতা দ্বিতীয়বাৰ আমাৰ ঘৰলৈ অতিথি হিচাপে আহিব।

সময়ত মই ভবাৰ দৰে বৰদেউতাই কথাবোৰ কৈ গৈছিল এটাৰ পিছত এটাকৈ। তেখেতে কৈছিল—"আচলতে, মই ভাবো জীৱনৰ এই সময়খিনি মানৱ জীৱনৰ এক গুৰুত্বপূৰ্ণ অধ্যায়। মোৰ নিজৰ ক্ষেত্ৰতো মই লক্ষ্য কৰো যেতিয়া নতুন এছাটি বতাহে আমাক চুই গ'ল; নতুন উদ্যম, আগ্ৰহত আমি যেন সকলো কৰিব পাৰিমেই। এতিয়া ভাবো সেয়া আছিল জীৱনৰ নতুন পৰিৱৰ্তন। যৌৱনৰ ডেউকাত উৰি ফুৰা মোৰ লগতে বন্ধুবোৰৰ চকুত ধৰা দিয়া এখন ৰঙীন পৃথিৱীৰ ফাগুন। মোৰ মনত পৰে প্ৰৱেশিকা পৰীক্ষাৰ আগতে আৰু কোনো নাটকতে অংশগ্ৰহণ নকৰো বোলা মনৰ প্ৰতিজ্ঞাটো ৰক্ষা কৰিব নোৱাৰিলো। ১৯৫৬ চনৰ স্কুলৰ গৰমৰ বন্ধ। আমি তেতিয়া দশম শ্ৰেণীৰ ছাত্ৰ। 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'ত 'যুৱক কলা সংহতি'য়ে বন্ধুবৰ কৰুণা গোস্বামীৰ নাটক 'দিক্‌বিদিক' মঞ্চস্থ কৰিব। মোক সহ-নায়কৰ বাবে নিৰ্বাচন কৰিছে। ৰাজহুৱা মঞ্চত এয়া মোৰ প্ৰথম নাটক হ'ব। সেয়েহে মন ভৰি উঠিছে। নাটৰ পৰিচালনা বাদল দাসৰ মানে আমাৰ বাদলদাৰ। সংগীত পৰিচালনা ৰমেন বৰুৱাৰ। আখৰা আৰম্ভ হ'ল। মোৰ

বিপৰীতে নায়িকা দুলালী বৰুৱা। উজান বজাৰ অঞ্চলৰ পকী ঘাটৰ কাষৰে শুভ চন্দ্ৰ বৰুৱা ডাঙৰীয়াৰ জীয়াৰী। মোৰ অভিনয় জীৱনৰ প্ৰথম নায়িকা। নিৰ্ধাৰিত সময়ত নাট অভিনীত হ'ল। নাটখনে বিপুল জনপ্ৰিয়তা লাভ কৰিলে যাৰ বাবে ৰাইজৰ বিশেষ অনুৰোধত এমাহৰ পিছতে নাটখন পুনৰ মঞ্চস্থ কৰা হ'ল। সেই সময়ত ৰাজহুৱা মঞ্চত মঞ্চস্থ হোৱা নাটসমূহৰ প্ৰচাৰে এক বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। সৰু সৰু প্ৰচাৰ পত্ৰিকা উলিওৱাৰ উপৰিও খোলা গাড়ী এখনত মাইক লগাই নাটকৰ প্ৰচাৰ কৰাৰ লগতে প্ৰচাৰ পত্ৰিকাসমূহ ৰাইজৰ মাজত বিতৰণ কৰা হৈছিল। আমি এই কামৰ বাবে বন্ধু মৃণাল শৰ্মাইঁতৰ খোলা জীপ গাড়ীখন ব্যৱহাৰ কৰিছিলো।

১৯৫৭ চনত প্ৰবেশিকা পৰীক্ষাত অৱতীৰ্ণ হওঁ। পৰীক্ষা দিয়া আৰু ফলাফল ঘোষণাৰ মাজৰ সময়খিনিত 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'ত অভিনয় কৰো কমল শৰ্মাৰ পূৰ্ণাঙ্গ নাট 'সমাজৰ ছবি'। সময়ত পৰীক্ষাৰ ফলাফলত মই উত্তীৰ্ণ হোৱাত কটন কলেজৰ আই এ মহলাত নাম লগাওঁ। কটন কলেজৰ দৰে এখন মহান শিক্ষানুষ্ঠানৰ ছাত্ৰ হ'বলৈ পাই নিজকে ধন্য মানিলো। আমাৰ দেউতাও এই কলেজৰে প্ৰথম চাম ছাত্ৰৰ এজন আছিল। স্বনামধন্য সাহিত্যিক, পণ্ডিত, বিজ্ঞানীসকলৰ দ্বাৰা গঠিত হৈছিল কটনৰ শিক্ষক মণ্ডলী। অতুলচন্দ্ৰ হাজৰিকা, উপেন লেখাৰু, হৰিশ গোস্বামী, আশ্ৰফ আলী ছাৰৰ লেখীয়া পণ্ডিতসকল তেতিয়া এই কলেজৰে শিক্ষক। স্কুলীয়া শিক্ষা সাং কৰি কলেজীয়া শিক্ষা আৰম্ভ কৰাৰ সময়ত যি এক নতুন অনুভূতি উদ্রেক হয় তেনে ভাব মোৰ মনলৈও মাজে মাজে আহিছিল। কিন্তু সময়ত কটন কলেজ আপোনৰো আপোন কোনো সম্পদলৈ ৰূপান্তৰিত হ'ল। তাহানিৰ সেই কলেজৰ দিনবোৰ সোঁৱৰণ কৰিলে বৰ্তমানো ৰোমাঞ্চিত হৈ পৰে। নতুন নতুন বন্ধু-বান্ধৱী কোনোবা যদি নলবাৰীৰ পৰা আহিছে, কোনোবা শদিয়াৰ পৰা কোনোবা যদি আইজলৰপৰা আহিছে, কোনোবা নেফা (অৰুণাচল)ৰ পৰা। গোটেই বৰ অসমখনেই যেন কটনত আহি সন্নিৱিষ্ট হৈছেহি। এক বুজাব নোৱাৰা পৰিৱেশ। বিভিন্ন ঠাইৰপৰা অহা বন্ধুসকলৰ লগত বন্ধুত্ব গঢ় লৈ উঠিল। কোনো মেছ নং দুইত আছে যদি, কোনো নিউ হোষ্টেলত, কোনো কংচম'ত, নহ'লে কোনো এল এম হোষ্টেলত।

এনে এক পৰিৱেশৰ মাজত আমাৰ কলেজীয়া শিক্ষা আৰম্ভ হ'বলৈ ধৰিলে।

পঢ়া-শুনা চলিল, লগে লগে মোৰ মাজত থকা সাংস্কৃতিক মনটোও কটন কলেজৰ পৰিৱেশে বিকশিত কৰাত সুবিধা প্ৰদান কৰিলে। কলেজৰ নবাগত আদৰণি অনুষ্ঠান, কলেজ সপ্তাহ আদিত আবৃত্তি, একাঙ্কিকা, সমৱেত সংগীতৰ অনুষ্ঠানবোৰত ভাগ ল'বলৈ আৰম্ভ কৰিলো। একেদৰে প্ৰতিযোগিতা সমূহতো যোগ দিওঁ। আমাতকৈ এক-দুই শ্ৰেণী ওপৰত পঢ়া বীৰেন দাস, দেৱানন্দ দাস, প্ৰবীন দাস, শচীন বৰুৱা, হেমলতা ডেকা, জ্যোতিপদ দেৱচৌধুৰী আদিৰ সৈতে চিনাকি হ'বলৈ আৰম্ভ কৰিলো। বৰ্তমান অৱসৰপ্ৰাপ্ত মুখ্য সচিব প্ৰণৱ বৰা আৰু নাট্যকাৰ দেৱকুমাৰ শইকীয়া নগাঁৱৰ পৰা আহি তিনি নং হোষ্টেলত থাকে। প্ৰণৱে তবলাত আৰু দেৱকুমাৰে (বকুল) নাট ৰচনাত যথেষ্ট নাম কৰিছিল। এইদৰেই কটন কলেজত লগ পোৱা এইসকল জ্যেষ্ঠ বন্ধুৰ অন্তৰঙ্গতাই মোৰ জীৱন ধন্য কৰিছিল।

সেই সময়ত শীতৰ দিনবোৰত কলেজৰ পৰা গুৱাহাটীৰ দাঁতিকাষৰীয়া ঠাইবোৰত বনভোজ খাবলৈ যোৱাটো এক পৰম্পৰাৰ দৰেই আছিল। বশিষ্ঠ, সোণাপুৰ, ক্ষেত্ৰী, সীতা জখলা, ডিগাৰুৰ ভিতৰুৱা নৈ থকা ঠাইবোৰলৈ বছৰত এবাৰ বা একাধিকবাৰ কলেজৰ পৰা অথবা হোষ্টেলৰ বন্ধুসকলৰ অতিথি হৈ ময়ো বনভোজলৈ গৈছিলো। বনভোজৰ স্থানৰ আশে-পাশে থকা কমলা বাগানত সোমাই হেঁপাহ পলুৱাই কমলা খোৱাৰ উপৰিও আহোতে প্ৰত্যেকে কমলা লৈ অহাৰ কথা এতিয়াও মনত পৰে। কেতিয়াবা এনেকৈ কমলা বাগানত সোমাওঁতে চকীদাৰৰ পৰা শাস্তি পাবলগীয়াও হৈছিল।

আই এ পাঠ্যক্ৰমত এন. চি. চি. মোৰ চতুৰ্থ বিষয় আছিল। সেয়েহে সপ্তাহত তিনি দিন আৰু দেওবাৰে ৰাতিপুৱাতে জজ খেল পথাৰলৈ যোৱাটো এক নিয়মৰ দৰেই আছিল। এন. চি. চি.ৰ নিয়মানুবৰ্তিতা, অনুশীলন আদিয়ে মোক আকৃষ্ট কৰিছিল। মই ভাবো স্কুলীয়া বা কলেজীয়া দিনত থকা এন. চি. চি.য়ে এজন বিদ্যাৰ্থীক পিছৰ জীৱনত সঠিক পথৰ সন্ধান দিয়ে। এন. চি. চি.ত মই ১৯৫৭ চনৰপৰা ১৯৫৯ চনলৈকে আছিলো। এই কালছোৱাৰ ভিতৰত নগাঁৱৰ বাৰপুজীয়া আৰু শ্বিলঙৰ কাষৰ নংগ্ৰাবাংলা

কেম্পত যোগদান কৰিছিলো। এনেবোৰ কেম্পৰ সময়খিনি অতিশয় কঠিন আছিল। অৱশ্যে সন্ধ্যা সাংস্কৃতিক কাৰ্যসূচীও হৈছিল। গুৱাহাটী দলৰ জয়ন্ত বৰুৱা ডাঙৰীয়াৰ ৰচনা আৰু অজিত সিংহৰ সুৰাৰোপিত 'এজাক চৰাই উৰি উৰি যায়, নীল আকাশেদি গান গাই গাই' সমৱেত গীতটো আমি একাধিকবাৰ কেম্পত পৰিৱেশন কৰিছিলো। য'ত কেম্প পতা হয় সেই অঞ্চলটোৰ উন্নয়নৰ কামত কেডেটসকলে মনোনিৱেশ কৰিব লগাও হৈছিল। আনকি ৰাস্তাৰ দাঁতি কাষৰীয়া ঠাইবোৰৰ সৌন্দৰ্যবৰ্দ্ধনৰ বাবে চাফাই কামৰ উপৰিও আলিবাট বন্ধা কামতো আমি লাগিছিলো।

সেই কালছোৱাত কটন কলেজত দুখন সমাজে বেছ গা কৰি উঠিছিল। এখন অসমীয়া সাহিত্য সমাজ (Assamese Literary Society) আৰু আনখন ইংৰাজী সাহিত্য সমাজ (English Literary Society)। এই দুয়োখন সমাজৰ প্ৰধান কৰ্তব্য আৰু দায়িত্ব আছিল অসমীয়া আৰু ইংৰাজী সাহিত্যৰ বাছকবনীয়া বিষয় লৈ আলোচনা চক্ৰ পতাৰ লগতে বছৰি এখনৈ পূৰ্ণাঙ্গ নাট পৰিৱেশন কৰা। অসমীয়া মৌলিক নাট পৰিৱেশনৰ উপ ও বিশ্ববিখ্যাত নাট্যকাৰৰ নাটক মঞ্চস্থ কৰিছিল দুয়োখন সমাজে। ই মধ্যে ৰাজহুৱা মঞ্চত অভিনীত হোৱা নাটত অংশগ্ৰহণ কৰা বাবেই হয়তো কটন কলেজৰ অধ্যাপকসকলৰ চকুত মই পৰিছিলো। সেয়ে এই দুয়োখন সমাজৰ দ্বাৰা অভিনীত অসমীয়া আৰু ইংৰাজী নাটকসমূহত অভিনয়ৰ বাবে মোক বাছনি কৰিছিল।

১৯৫৮ চনত অভিনীত জৰ্জ বাৰ্ণাৰ্ডশ্বৰ বিশ্ববিখ্যাত নাটক 'ডি ডক্টৰচ্ ডাইলেমা'ত এক গুৰু চৰিত্ৰত অভিনয়ৰ বাবে নিৰ্বাচিত হওঁ। 'English Literary Society'ৰ নাটসমূহ অভিনয় কৰোতে কলেজৰ অধ্যাপক আৰু ছাত্ৰ-ছাত্ৰী মিলি অভিনীত কৰা হৈছিল। এই নাটত অধ্যাপকসকলৰ ভিতৰত ইংৰাজী বিভাগৰ ধীৰেণ বেজবৰুৱা, ড° দিলীপ বৰুৱা ছাৰ আৰু ইতিহাস বিভাগৰ অৰুণ বৰুৱা ছাৰে অভিনয় কৰিছিল। পুৰুষ চৰিত্ৰত মোৰ উপৰিও প্ৰবীণ দাস আৰু নাৰী চৰিত্ৰত লিলি বৰদলৈ (লিলি মজিন্দাৰ বৰুৱা) আৰু আইজলৰ পৰা অহা ছাত্ৰী এগৰাকীয়ে অভিনয় কৰিছিল। 'ডি ডক্টৰচ্ ডাইলেমা'ৰ অভূতপূৰ্ব কৃতকাৰ্যতাই ইংৰাজী নাটক কৰাৰ প্ৰতিও মোৰ

মনত সাহস যোগাইছিল।

তাৰ পিছৰ বছৰ মোক কলেজৰ 'English Literary Society'ৰ সম্পাদক ৰূপে নিৰ্বাচিত কৰিছিল আৰু তেতিয়াই এনট্‌ন চেকভৰ 'আইভানভ্‌' নাটখন বাছনি কৰা হৈছিল। সেই নাটকখনো সেই একেদৰেই অধ্যাপক আৰু ছাত্ৰ-ছাত্ৰীৰ দ্বাৰা অভিনীত হৈছিল। নাটখনত চৰিত্ৰ অধিক হোৱাৰ বাবে বহুতো ছাত্ৰ-ছাত্ৰীয়ে ইয়াত অংশ ল'ব পাৰিছিল।

কলেজৰ প্ৰথমবৰ্ষত থাকোতেই বন্ধুবৰ্গৰ দাবীত ছাত্ৰ একতা সভাৰ নিৰ্বাচনত সাংস্কৃতিক সম্পাদকৰ প্ৰাৰ্থী হিচাপে থিয় হৈছিলো। মোৰ প্ৰধান প্ৰতিদ্বন্দ্বী আছিল তৃতীয় বাৰ্ষিকৰ আবাসী ছাত্ৰ ৰবীন চৌধুৰী। এই ৰবীন চৌধুৰীয়ে পিছলৈ ডুমডুমা কলেজৰ অধ্যক্ষ ৰূপে অৱসৰ গ্ৰহণ কৰিছে। সময়ত এই নিৰ্বাচনত ৰবীন চৌধুৰীৰ বিপক্ষে কম ভোটত মই পৰাজয় বৰণ কৰিবলগীয়া হৈছিল।

তেতিয়াই আমি দীঘলীপুখুৰীৰ দক্ষিণ দিশে দিলীপ মজুমদাৰ, নাৰায়ণ ডেকা আদি বন্ধুসকলে গুৱাহাটী সাঁতোৰ সংঘ প্ৰতিষ্ঠা কৰো। মোৰ মনত পৰে তেতিয়া আমি গুৱাহাটীৰ বিভিন্ন ছবিঘৰত প্ৰদৰ্শিত হোৱা মৰ্ণিংশ্ব'ৰ ইংৰাজী ছবিসমূহ চাবলৈ আৰম্ভ কৰিছো মাত্ৰ। মৰ্ণিং শ্ব'ত বৰ ভাল ভাল বিশ্ব বিখ্যাত ইংৰাজী ছবিবোৰ দেখুৱাইছিল। তেতিয়া টাৰ্জান ছবিসমূহত সন্তৰণবিদ জনী ৱীছ মুলাৰ বিখ্যাত হৈ পৰিছে। আমাৰ মাজত দিলীপ মজুমদাৰেও বিশেষভাৱে সেই ছবিসমূহ চাই আৰু বিভিন্ন কিতাপ-পত্ৰ পঢ়ি এজন সাঁতোৰবিদ হিচাপে প্ৰতিষ্ঠা লভিবলৈ আৰম্ভ কৰিছে। আমি সাঁতোৰ সংঘত বৈজ্ঞানিক পদ্ধতিৰে সাঁতোৰ শিকিবলৈ আৰম্ভ কৰো আৰু অতি কম সময়ৰ ভিতৰতে দীঘলীপুখুৰীটো পাৰ হ'ব পৰা হৈছিলো।

'কাল' পৰিণয়', 'নিপীড়িতা', 'মণিৰাম দেৱান', 'লাচিত বৰফুকন' আদিৰ নাট্যকাৰ প্ৰবীণ ফুকন ডাঙৰীয়াক এজন সহজ সৰল সদায় বগা ধুতি পাঞ্জাবী পৰিহিত, হাতত কেপষ্টেন মিক্সাৰৰ টেমা লৈ ফুৰা লোক হিচাপেই আমি দেখিছিলো। তেখেত অতিশয় আড্ডা প্ৰিয়লোক আছিল। বিভিন্ন বয়সৰ লোকৰ সৈতে তেখেতে প্ৰায় আলোচনাত মিলিত হৈছিল।

দিলীপ শৰ্মা, ধ্বজেন দাস আৰু মোক প্ৰায়েই আড্ডাৰ বাবে প্ৰবীণদাই

বন্দী কৰিছিল। প্ৰবীণদাৰ সৈতে তেনে আলোচনাত আমি নাটকৰ বিভিন্ন দিশৰ ক্ষেত্ৰত জ্ঞান আহৰণৰো সুযোগ পাইছিলো। প্ৰবীণ দাৰ ধেমালি বিলাকো বৰ আমোদজনক আছিল। তেখেতে আমাৰ প্ৰত্যেককে একোটা নাম দি লৈছিল। দিলীপ শৰ্মাই একাধিক পৌৰাণিক নাটকত অংশগ্ৰহণ কৰাৰ বাবে 'শিশিৰ ভাদুৰী', ধ্বজেনে বুৰঞ্জীমূলক নাটক কৰা বাবে 'অহিন্দ্ৰ চৌধুৰী' আৰু মই সামাজিকৰ লগতে বুৰঞ্জীমূলক নাটকত অধিক অংশ লোৱাৰ বাবে 'বিশ্বজিৎ' নাম দি লৈছিল। প্ৰায়েই তেতিয়া আমাৰ এক অভ্যাস আছিল, আবেলি সময়ত ফুৰিবলৈ নৈ পাৰলৈ ওলাই যোৱাটো। দিলীপে ছত্ৰাকাৰৰ পৰা ওলাই ধ্বজেনক বাটতে লৈ উজান বজাৰ বাৰোৱাৰী হৈ মোৰ তালৈ আহে। প্ৰবীণদাই বন্দী কৰে বুলি দুয়ো 'কুমাৰ ভাস্কৰ নাট্যমন্দিৰ'ৰ উত্তৰফালৰ বাৰাণ্ডাখনতে অলপ ৰৈ প্ৰবীণ দা বাহিৰত আছে নেকি চায়। প্ৰবীণদায়ো জানে যে সেই সময়ত দিলীপ আৰু ধ্বজেন মোৰ তালৈ আহিবৰ সময় হৈছে। তেখেতে মনে মনে খিড়িকীৰে চাই থাকে। প্ৰবীণদাক বাহিৰত নেদেখি দিলীপ আৰু ধ্বজেন বেগাবেগিকৈ প্ৰবীণদাৰ ঘৰৰ সমুখেৰে পাৰ হ'বলৈ ধৰোঁতেই হঠাৎ তেখেত বাৰাণ্ডালৈ ওলাই দিলীপ আৰু ধ্বজেনক উদ্দেশ্য কৰি কয়— 'হেৰা, শিশিৰ ভাদুৰী আৰু অহিন্দ্ৰ চৌধুৰী, ক'লৈ যোৱা? আহা, আহা!' ময়ো সেই সময়ত দিলীপ, ধ্বজেন আহিব বুলি ৰৈ থাকি তেওঁলোক বন্দী হোৱা দৃশ্যটো দেখি মনটো বেয়া লাগে। কিছু সময়ৰ পিছত প্ৰবীণদাৰ পৰা হাত সাৰিলো বুলি ভাবি মই অকলেই ফুৰিবলৈ ওলাওঁতেই প্ৰবীণদাই আকৌ বাৰাণ্ডালৈ ওলাই কয় —'হেৰা, বিশ্বজিৎ অকলে অকলে ক'লৈ যোৱা, শিশিৰ ভাদুৰী আৰু অহিন্দ্ৰ চৌধুৰী ইয়াতে আছে, আহাঁ।' তেনেদৰেই প্ৰায়েই আমি তিনিও বন্দী হৈ মনে মনে অসন্তোষ কৰিছিলো। এতিয়া মাজে মাজে ভাবো, প্ৰবীণদাৰ ওচৰত তেনেদৰে বন্দী নহ'লে হয়তো নাটক আৰু অভিনয় সম্পৰ্কে জ্ঞান আহৰণৰ কোনো সুবিধাই নাপালো হয়!

যিদিনা আমি প্ৰবীণদাৰ দ্বাৰা বন্দী নহওঁ সেইদিনা আন এক সাধনাত ব্ৰতী হৈছিলো। এক ঐশ্বৰিক কণ্ঠৰ অধিকাৰী ধ্বজেন আৰু দিলীপে ক'ৰবাৰ পৰা জানিলে যে নৈৰ পাৰত দোকমোকালিতে অথবা সন্ধ্যা সময়ত চিঞৰিলে

হেনো কণ্ঠ ভাল হয়। সেয়েহে আমি চিঞৰিব লাগে। সেই সময়ত উজান বজাৰ পকী ঘাটৰ পৰা কাছাৰীলৈকে নৈৰ কাষেৰে খোজ কাঢ়িব পৰা এটা সৰু আলি আছিল। এই আলিটো আবৰ্ত্ত ভৱন, মুখ্য ন্যায়াধীশৰ বঙলা, বন বিভাগৰ বিষয়াৰ বঙলা আদিৰ পিছফালেদি গৈছিল। সন্ধ্যা লগাৰ পিছত এইবাটটোৰে কোনো মানুহ অহা যোৱা নকৰিছিল। সেয়ে আমি এই বাটটোৰে গৈ আমাৰ কণ্ঠ সাধনাত একান্ত মনে লাগিছিলো। আমাৰ চিঞৰসমূহ যেতিয়া উমানন্দত ঠেকা খাই প্ৰতিধ্বনিত হৈছিল তেতিয়া আমি আনন্দত আত্মহাৰা হৈ পৰিছিলো। আমাৰ চিঞৰসমূহত কেতিয়াবা কোনো অৰ্থ নোহোৱা শব্দ বা কেতিয়াবা কোনো নাটকৰ সংলাপো আছিল। এইদৰে আমাৰ কণ্ঠ সাধনা আগবাঢ়িছিল।

এদিন সেইদৰে কণ্ঠসাধনাত ব্ৰতী হৈ থাকোতে লক্ষ্য কৰা নাছিলো যে কেইদিনমানৰ পৰা আমাৰ সাধনাৰ স্থান গুৱাহাটী উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশৰ বাসভৱনৰ ঠিক তলতে কেন্দ্ৰীভূত হৈছিল। হয়তো ঠাইডোখৰ আমাৰ সাধনাৰ বাবে সুবিধাজনক আছিল। সেইদিনা আমি সাধনাৰ মাজতে দেখিছিলো মুখ্য ন্যায়াধীশৰ বঙলাৰ পিছফালৰ লাইট এটা কেইবাবাৰো জ্বলিছে। আমি এই কথা কাণসাৰ কৰা নাছিলো। সেই সময়ৰ মুখ্য ন্যায়াধীশজন আছিল গোপালজী মেহৰোট্ৰা। কিছু সময় এইদৰে সাধনা চলাৰ পিছত আমি মন কৰিলো পকী ঘাটৰ ফালৰ পৰা কেইখনমান চাইকেল লাইট জ্বলাই আমাৰ ফালে আহি আছে। ওচৰ পোৱাত দেখো যে লতাশিল থানাৰ অ' চি নিত্যা দত্ত পুলিচ কেইজনমান লগত লৈ সেই ঠাইত উপস্থিত। কবি নিত্যা দত্ত আমাতকৈ দুবছৰমান জ্যেষ্ঠ যদিও প্ৰায়েই লতাশিল থানাত তেখেতৰ সতে কথা পাতো, বহো, তেতিয়া আমাক তেখেতে নিজৰ কবিতাবোৰ শুনাইছিল। আমাৰ পৰিচিত মানুহজনে আমাক দেখি পুলিচ কেইজনক আঁতৰাই সৰুকৈ ক'লে— 'আপোনালোকে ইয়াত কি কৰিছে?' আমিও ক'লো— 'কণ্ঠ সাধনা'। তেখেতে আকৌ ফুচফুচাই ক'লে— 'আপোনালোক বলক, বলক, মোৰ লগত এতিয়া বলক আৰু মোৰ চাকৰিটোৰ খাতিৰতে কাইলৈৰ পৰা ইয়াত কণ্ঠ সাধনা নকৰিব'। আমি সুধিলো— 'কেলেই'? তেখেতে ক'লে—'মুখ্য ন্যায়াধীশে লতাশিল থানালৈ ফোন

কৰি কৈছে যে কেইজনমান গুণ্ডাই তেখেতৰ বাসভৱনৰ তলত কেইদিনমান ধৰি চিঞৰ-বাখৰ কৰে সিহঁতক এৰেষ্ট কৰিব লাগে।' আৰু সেই মৰ্মেই নিত্যা দত্ত তাত উপস্থিত। তেখেতে পুলিচ কেইজনক থানালৈ পঠাই দি লতাশিল মছজিদৰ কাষতে থকা 'পৱিত্ৰ ভাণ্ডাৰ'ত আমাক চাহ মিঠাই খুৱাই পুনৰ ক'লে—'কালিলৈৰ পৰা আকৌ নাহিব দেই?' এইদৰে আমাৰ তাহানিৰ কণ্ঠ সাধনাৰ ইতি পৰিল।"

কথাৰ মাজতে বৰদেউতাই উল্লেখ কৰা এক গুৰুত্বপূৰ্ণ প্ৰসংগৰ কথা মনত পৰিছে। তেখেতে কৈছিল—"পৃথিৱীৰ নানান সৃষ্টিমূলক কামৰ অংকুৰণ বিভিন্ন স্থানত হোৱা আড্ডাবোৰৰ মাজেৰেই হৈছে। আমাৰ অসমৰ বিশেষকৈ গুৱাহাটীতো বিভিন্ন বয়সৰ বন্ধুৰ মাজত আড্ডাৰ সৃষ্টি হৈছিল। পাণবজাৰৰ কাফে 'ডিলাক্স কফি হাউচ'ৰ পৰা আৰম্ভ কৰি পাণবজাৰৰ পায়নিয়াৰ বুক ডিপো, উজান বজাৰ পকীঘাট, আনকি 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'ৰ কাষৰ পুললৈকে আড্ডাৰ স্থান বিস্তাৰিত আছিল। আনকি ১৯৫৪-৫৫ চনৰ পৰা গুৱাহাটীত সৃষ্টি হোৱা সাংস্কৃতিক, সামাজিক সংঘবোৰো এনে আড্ডাৰে বহিৰ্প্ৰকাশ আছিল। যাৰ মাজেৰে সৃষ্টিমূলক কামৰ পাতনি মেলা হৈছিল। গুৱাহাটীত সত্তৰৰ দশকৰ মাজলৈকে আড্ডাবোৰ থকাৰ পিছত সময়ৰ লগে লগে কিহবাৰ পৰশত আড্ডাৰ লগতে সৃষ্টিমূলক কামবোৰো ক্ৰমান্বয়ে হ্ৰাস পাবলৈ আৰম্ভ কৰিলে। ঠিক সেইদৰে লোপ পাবলৈ ধৰিলে কবিতা আবৃত্তি, সংগীতৰ বৈঠকীবোৰৰো। সৃষ্টিৰ মাজেৰে গঢ় লোৱা সুন্দৰ মনবোৰো যান্ত্ৰিকতাৰ যুগত মানুহৰ পৰা আঁতৰি গৈছে দূৰ-দূৰণিলৈ।

লাহে লাহে আই এ পৰীক্ষাৰো দিন ওচৰ চাপি আহিবলৈ ধৰিলে। পুনৰ পঢ়া-শুনাৰ মাজলৈ মনটো টানি সুকলমে আই এ পৰীক্ষাত বহিলো। মোৰ আজিও মনত পৰে আই এ পৰীক্ষাৰ পিছতে 'গুৱাহাটী অনাতাঁৰ কেন্দ্ৰ'ৰ নিয়মীয়া অভিনেতা হ'বৰ বাবে অডিচন দিওঁ। আৰু সুকলমে ইয়াত উত্তীৰ্ণও হওঁ। যিদিনা প্ৰথম অনাতাঁৰত নাটক কৰিবলৈ আমন্ত্ৰণ পালো মনটো খুউব ভাল লাগিছিল। নাটক খন আছিল সত্য প্ৰসাদ বৰুৱাৰ 'কুণাল কাঞ্চন'। মোৰ লগত নাৰী চৰিত্ৰ কেইটা ৰূপায়ণ কৰিছিল সেই সময়ৰ অনাতাঁৰৰ নামী অভিনেত্ৰী লিলি বৰুৱা (হাজৰিকা) আৰু মঞ্জুমালা ৰাজখোৱাই (দাস)।

মই মুখ্য চৰিত্ৰ ‘কুণাল’ৰ বাবে অভিনয় কৰিছিলো। অভিনয় কলাৰ ভিতৰত আটাইতকৈ কঠিন হৈছে অনাতাঁৰ নাট্য কলা। প্ৰথমে অনাতাঁৰৰ অভিনয় সম্পৰ্কে সত্যপ্ৰসাদ বৰুৱাৰপৰা, পিছলৈ ফণী তালুকদাৰ আৰু নাৰায়ণ বেজবৰুৱাৰপৰা শিকাৰ সুবিধা পাইছিলো। অনাতাঁৰ নাটখনৰ চৰিত্ৰত অভিনয় কৰি যাওঁতে সংলাপখিনি যাতে কোনো ক্ষেত্ৰতে পঢ়া যেন হ'ব নালাগে, শ্ৰোতাই নাটখন শুনি থাকোতে পৰিৱেশ, পৰিস্থিতিটো শ্ৰোতাৰ আগত ভাহি উঠিব লাগে, কেনেকৈ নাটখন ভাজ কৰি বাঁওহাতৰ তলুৱাত পেলাই ল'ব লাগে, পাতবোৰ লুটিৱাওঁতে কেনেকৈ শব্দ নহয, ইত্যাদি সৰু কিন্তু অতিশয় গুৰুত্বপূৰ্ণ কথাবোৰ সত্যপ্ৰসাদ বৰুৱা ডাঙৰীয়াৰ পৰা শিকিবলৈ আৰম্ভ কৰিছিলো। তেতিয়াই গুৱাহাটী অনাতাঁৰ কেন্দ্ৰত লগ পোৱা আন এগৰাকী প্ৰযোজক আছিল শ্যামানন্দ বৈশ্য। মোৰ দ্বিতীয়খন অনাতাঁৰ অভিনীত নাট ‘ইস্কাপনৰ বিবি’ তেখেতৰেই প্ৰয়োজন আছিল। এই ধৰণেই মই অনাতাঁৰৰ এজন নিয়মীয়া অভিনেতা হৈ পৰো। তেতিয়া অনাতাঁৰৰ অনুষ্ঠানৰ ভিতৰত অনাতাঁৰ নাটসমূহ অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ইমানেই জনপ্ৰিয়তা লাভ কৰিছিল যে আমিও লাহে লাহে ইয়াৰ যোগেদি শ্ৰোতাৰ কাষ চাপি গ'লো। এনেতে অনাতাঁৰ কেন্দ্ৰত অস্থায়ী ঘোষকৰ প্ৰয়োজন হোৱাত পৰীক্ষা দিওঁ। সময়ত যেনিবা মই, ধীৰু ভূঞা, গৌতম প্ৰসাদ বৰুৱা আৰু উপেন্দ্ৰজিত শৰ্মা বাছনিত উঠো। আমি কিছুদিন অনাতাঁৰৰ অস্থায়ী ঘোষকৰ কাম কৰিছিলো যদিও পিছলৈ ধীৰু ভূঞা আৰু উপেন্দ্ৰজিত শৰ্মা স্থায়ী ঘোষকৰ কামত সোমায। অস্থায়ী ঘোষক হৈ থাকোতে দৈনিক পাঁচ টকা মজুৰি পাইছিলোঁ।

অভিনয়ৰ মাজতে আমাৰ আই এ পৰীক্ষাৰ ফলাফল ওলাল। মই কলা শাখাত প্ৰথম বিভাগত উত্তীৰ্ণ হৈ পুনৰ কটন কলেজৰে স্নাতক মহলাত নাম লগাও। ঘৰৰপৰা স্নাতক মহলাত কোনো এটা বিষয়ত সন্মান বা অনাৰ্ছ ল'বলৈ জোৰ দিছিল যদিও মোৰ অনাৰ্ছ লোৱা নহ'ল।

বৰ্তমানো এটা কথা ভাবি ভাল লাগে যে ছাত্ৰ জীৱনৰ সময়ছোৱাত মই কেনেকৈ সাংস্কৃতিক কৰ্মৰাজিৰ মাজত সোমাই গৈছিলো! মোৰ ছাত্ৰ জীৱনত এই ক্ষেত্ৰখনে কোনো ব্যাঘাত দিয়া নাছিল বৰঞ্চ উৎসাহহে দিছিল। উদ্যমেৰে

পঢ়া-শুনাৰ লগে লগে সাংস্কৃতিক কৰ্ম কৰি গৈছিলো। মনলৈ আহিছে নাট্যকাৰ অৰুণ শৰ্মাই ৰচনা কৰা 'জিনটি' নাটখনৰ কথা। পাহাৰ ভৈয়াম সম্প্ৰীতিৰ আধাৰত ৰচিত এখন অতি উৎকৃষ্ট নাট। ইতিমধ্যে ১৯৫৭ চন মানতে আমাৰ সংঘটোৰ নাম 'যুৱক কলা সংহতি' গুচাই 'প্ৰগতি শিল্পী সংঘ' নামকৰণ কৰা হয়। আমাৰ সংঘটো তেতিয়া ভাড়াঘৰতে আছিল। কৰুণা গোস্বামী, ললিত বৰুৱা, দিলীপ শৰ্মা, ধ্বজেন দাস আদি আমি একে বয়সৰে আৰু একে শ্ৰেণীতে পঢ়িছিলো। ধীৰু ভূঞা, সাধন হাজৰিকা, জয়ন্ত হাজৰিকা আদি আমাতকৈ দুটা শ্ৰেণীৰ তলত পটিছিল। আমি আটায়ে সেইবাৰ 'জিনটি' নাটকখন মঞ্চস্থৰ বাবে সাজু কৰিছো। ধীৰু নায়ক, সাধন হাজৰিকা সমান্তৰাল চৰিত্ৰ এটাত, মই এটা সৰু ভাওত আৰু জিনটিৰ ভাওত অৰুণিমা হাজৰিকা (বৰুৱা)। মই সেইবাৰ নাটখনৰ এটা সৰু চৰিত্ৰত অভিনয় কৰাৰ উপৰিও স্মাৰকো আছিলো। নাটখনৰ পৰিচালক শৈল বৰুৱা। নাটখন দুদিনীয়াকৈ মঞ্চস্থ হৈছিল। 'জিনটি' নাটখনৰ কথা মনলৈ আহিলেই কিছুমান স্মৃতিয়ে মোক আমনি কৰেহি। তেতিয়া এনেকুৱা আছিল মঞ্চসজ্জাৰ পৰা আৰম্ভ কৰি অভিনয়লৈকে সকলো কাম অভিনেতা সকলেই কৰিব লগাত পৰিছিল। আনকি নাটমঞ্চস্থৰ আগনিশা মঞ্চসজ্জাৰ কাম প্ৰায় শেষ কৰাৰ আগে আগে নাটকত থকা পাহাৰৰ দৃশ্য সজ্জাৰ বাবে গছৰ কিছু ডাল পাতৰ প্ৰয়োজন হোৱাত নিশা আমিয়েই হাতত দা লৈ চাৰ্চফিল্ডলৈ গছ কাটিবলৈ গৈছিলো। চাৰ্চফিল্ডখনত তেতিয়া বিভিন্ন ধৰণৰ গছ-গছনি আছিল। আমাৰ লগতে ধীৰেণ দাস, প্ৰেম বৰগোহাঞি, পদ্ম দাস, ধ্বজেন দাস, মঞ্চসজ্জাৰ দায়িত্বত থকা সাধন হাজৰিকা আৰু একৰডিয়ান লৈ জয়ন্ত হাজৰিকাও ওলাল। আমি গছৰ ডাল কাটো, জয়ন্ত হাজৰিকাই একৰডিয়ানত নানা সুৰ বজায়। গছৰ ডালটো শব্দ কৰি মাটিত পৰিলে জয়ন্তই 'ক্ৰেচমিউজিক' দিয়ে। তেনে এক পৰিৱেশত গছৰ ডাল পাতবোৰ কঢ়িয়াই আনি মঞ্চসজ্জাৰ বাবে 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'লৈ আনি মাজনিশালৈকে চলা কামবোৰৰ অন্ততহে ঘৰ সোমাওঁহি।

'জিনটি'ৰ প্ৰথম নিশাৰ অভিনয় হ'ব। সকলো অভিনেতা, অভিনেত্ৰী আহি উপস্থিত হৈছে কিন্তু সাধন হাজৰিকা? সকলোৱে ভাবিছে আহি

পাবহি। চাৰিটা বাজিল, পাঁচটা বাজিল-সাধন নাই। তেতিয়া শৈলদাই ললিত বৰুৱাক পঠিয়ালে সাধনৰ ঘৰলৈ। ললিতে আহি খবৰ দিলেহি সাধন থকা কোঠাটোৰ সমুখত সাধনৰ দেউত কে লাঠি এডাল লৈ বহি আছে। আমাৰ সকলোৰে চিন্তা হ'ল। ছাৰে ছয় বজাত নাটক আৰম্ভ অথচ ছাৰে পাঁচ বজালৈকে অভিনেতা নাই! এইবাৰ শৈলদা নিজে গ'ল সাধনৰ ঘৰলৈ। সেই একেই দৃশ্য। শৈলদা ঘূৰি আহি ক'লেহি 'ঈশান, তুমি কেপ্তেইন দীপকৰ (সাধনে অভিনয় কৰিবলগীয়া) চৰিত্ৰত মেকআপ লোৱা। মই স্মাৰক হিচাপে থকাত প্ৰায় সকলো চৰিত্ৰৰে সংলাপ প্ৰায় মুখস্থ থকাৰ দৰেই হৈছিল। কেৱল অলপ ধৰি দিলেই পাৰিম বুলি সাহসটো আছিল। মই কেপ্তেইন দীপকৰ চৰিত্ৰত আৰু কৰুণা গোস্বামীয়ে মই আগতে লোৱা চৰিত্ৰৰ বাবে মেক্আপ ল'লো। সময়মতে নাটক আৰম্ভ হ'ল। দৰ্শকৰ ফালৰ পৰাও কোনোৱে ধৰিব নোৱাৰিলে যে আমাৰ মাজত অলপ আগতে এক গুৰুতৰ সমস্যাই দেখা দিছিল।

পিছদিনা ৰাতিপুৱা। প্ৰথম নিশাৰ অভিনয়ৰ দোষ-ক্ৰটিবোৰ আলোচনা কৰিবৰ বাবে গোট খোৱাটো এটা নিয়ম। আমি সকলো আহিছো। সাধনো আহিছে। সংঘৰ সভাপতি প্ৰবীণ ফুকন ডাঙৰীয়া আৰু উপ-সভাপতি সৰ্বেশ্বৰ চক্ৰবৰ্ত্তী ডাঙৰীয়াও আহিছে। সাধনে যোৱা নিশা নাটক কৰিবলৈ কিয় আহিব নোৱাৰিলে সোধা হ'ল। সাধনে ক'লে—'নাট মঞ্চস্থৰ আগনিশা মঞ্চ সজ্জাৰ কাম শেষ কৰি মাজৰাতি ঘৰ পোৱাত দেউতাৰ ভীষণ খঙ উঠে। তাতে নাট মঞ্চস্থৰ দিনা দিনৰ ভাগত ঘৰত কিছু মাঙ্গলিক কৰ্ম থকাত ভালকৈ শুৱ নোৱাৰি দুপৰীয়া ভাত খাই কিছু জিৰণি লওঁ বুলি বিছনাত পৰোঁতেই টোপনিয়ে হেঁচা মাৰি ধৰিলে। তথাপি নাটকৰ বাবে সময়ত সাৰ পোৱা সত্বেও দেউতাই মই থকা কোঠাটোত বাহিৰৰ পৰা তলা লগাই থলে যাৰ বাবে মই....'! এই বুলি কৈয়ে সাধনে হুক্হুকাই কান্দি উঠিল। আমি সকলোৱেই সাধনৰ অসুবিধাটো বুজিলো। কিন্তু কঠোৰ নিয়মানুৱৰ্তিতাৰ মাজত চলা সৰ্বেশ্বৰ চক্ৰবৰ্ত্তী ডাঙৰীয়াৰ উক্তি, 'সাধনে নাটকৰ নিয়মানুৱৰ্তিতা ভঙ্গ কৰিছে। গতিকে শাস্তি হিচাপে তেওঁ দ্বিতীয় নিশাৰ অভিনয়ত অংশ ল'ব নোৱাৰে। ঈশানেই দ্বিতীয় নিশাও অভিনয়

কৰিব লাগিব।' মই মনে মনে ভাবিলো আজি সাধনৰ ক্ষেত্ৰত যি হ'ল, কালিলৈ আমাৰ ক্ষেত্ৰতো তেনে হ'ব পাৰে। তাৰোপৰি এই ক্ষেত্ৰত সাধনৰো কোনো দোষ নাই। সেয়ে মৰসাহ কৰি সৰ্বেশ্বৰ চক্ৰৱৰ্তী ডাঙৰীয়াক মই ভবা কথাখিনি ক'লো। সভাপতি প্ৰবীণদাই তেখেতৰ স্বভাৱসুলভ ভঙ্গীৰে ক'লে—'ননী, (সৰ্বেশ্বৰ চক্ৰৱৰ্তী ডাঙৰীয়াৰ ঘৰুৱা নাম) হ'ব দিয়া। সাধনে দোষ স্বীকাৰ কৰিছে নহয়। তাৰোপৰি তাক তলা মাৰি থ'লে সি কেনেকৈ আহিব?' কথাবোৰত হয়তো ননীদাৰ মনটো কুমলিল। সাধনক দ্বিতীয় নিশাৰ অভিনয়ত তাৰ চৰিত্ৰ কেপ্টেইন দীপকতে অভিনয় কৰিবলৈ দিয়া হ'ল। মই পুনৰ সৰু চৰিত্ৰৰ লগতে স্মাৰকৰূপে থাকিলো। সুন্দৰভাৱেই দুয়ো নিশা 'জিনটি'ৰ সফল অভিনয় হ'ল।" একোখন নাট মঞ্চস্থৰ অন্তৰালত এনে ধৰণৰ সৰু সৰু ঘটনা যে কিমান থাকে ভাবিলে আচৰিত লাগে। বৰদেউতাই কৈছিল— "মোৰ এতিয়াও ভাব হয় এৰি অহা শিক্ষা জীৱনৰ আই এ মহলাতকৈ বি এ মহলাৰ সময়খিনি আমাৰ বাবে আছিল বেছ ৰোমাঞ্চকৰ লগতে চাঞ্চল্যৰে ভৰা। মনত পৰিছে ১৯৫৯-৬০ চনৰ পৰা ভাৰত চৰকাৰে অনুষ্ঠিত কৰা আন্তঃবিশ্ববিদ্যালয় অনাতাঁৰ নাট প্ৰতিযোগিতাৰ কথা। আমিও কটন কলেজৰপৰা এই প্ৰতিযোগিতাত যোগদান কৰা কথা ঠিৰাং হয। প্ৰতিযোগিতাত এটা নিয়ম আছিল। প্ৰতিযোগিতাৰ নাটসমূহ কলেজৰে কোনো শিক্ষাৰ্থীয়ে লিখা হ'ব লাগিব। আমাৰ মাজত সমস্যাই দেখা দিলে নাটক কোনে লিখিব। কেইবাখনো নাটক আহিল কিন্তু এখনো নাট আমাৰ পছন্দ নহ'ল। সেই সময়ত চতুৰ্থ বাৰ্ষিকৰ দেৱকুমাৰ শইকীয়া (বকুল)এ ভাল নাটক লিখে বুলি নাম এটা আছিল। সেয়ে আমি বকুলকে ক'লো। আমি বকুলক কোৱা দিনৰপৰা দুদিনৰ পিছতে যদি আখৰা আৰম্ভ নকৰো তেনেহ'লে বাণীবন্ধনৰ দিনলৈ হাতত বেছি দিন নাথাকে। সেয়েহে পিছদিনাই আমাক নাটকখন লাগে। হোষ্টেলৰ পৰিৱেশৰ মাজত বকুলে এটা দিনৰ ভিতৰতে কোনোমতেই নাটকখন লিখি শেষ কৰিব নোৱাৰে। যাৰ বাবে ঠিক হ'ল পিছৰদিনা ৰাতিপুৱাতে মই বকুলক লৈ যাম ভৰলুমুখত থকা শচীন বৰুৱাৰ ঘৰলৈ। তাতে বকুলে নাটখন লিখিব। কথামতেই কাম। পুৱা ন মান বজাত মই বকুলক লৈ শচীনৰ ঘৰত উপস্থিত হ'লোগৈ।

বকুলক শচীনৰ পঢ়াকোঠাত ভৰাই দিয়া হ'ল। আমি ভিতৰত থাকিলে জানোচা সময় নষ্ট হয় সেয়ে বকুলৰ স'তে একেলগে কোঠাত নাথাকি আন এটা কোঠাত থাকিলো। বকুলে নাটকখন লিখিব আৰু কেৱলমাত্ৰ বাহিৰলৈ যাবলগীয়া হ'লেহে দুৱাৰত শব্দ কৰিব, আমি দুৱাৰ খুলি দিম। বকুলৰ বাবে চাহ, জলপান যোগাৰ কোঠাটোতে ধৰা হ'ব। বকুলক এইদৰে বন্দী কৰাৰ বাবে শচীনৰ মাক মাহীদেউৰ পৰা আমি বেছ ধমকিও খাব লগা হৈছিল।

বকুলে নাটক লিখা আৰম্ভ কৰিলে। আমিও বকুল ওলাই আহিলে খবৰ লৈ থাকিবলৈ ধৰিলো নাটকখন লিখা কিমানখিনি হৈছেগৈ। লাহে লাহে দুপৰীয়া পাৰ হৈ সন্ধ্যা লাগি ৰাতি হ'বৰ হ'ল। বকুলৰ নাটক সম্পূৰ্ণ হৈ উঠাগৈ নাই। নিশা আঠমান বজাত বকুলে দুৱাৰত শব্দ কৰিলে। নাটকখন সম্পূৰ্ণ কৰি বকুল কোঠাটোৰপৰা ওলাই আহিল। এনেদৰেই সৃষ্টি হ'ল এখন অনাতাঁৰ নাটক 'জেতুলীপকাৰ কাঁইট'। কথাবোৰ কিমান আমোদজনক! ভাবিলেই ভাল লাগে। তাৰ পিছত নাটকৰ আখৰাৰ পৰ্ব। অভিনেতা, অভিনেত্ৰীসকলৰ বাছনি প্ৰক্ৰিয়া আৰম্ভ হ'ল। আন আন চৰিত্ৰৰ বাছনিৰ লগতে অভিনয়, নাচ, আকস্মিক বক্তৃতা আদিত ভাগ লোৱা তেজপুৰৰ পৰা অহা কিৰণ বৈশ্য আৰু নিজৰা বৰকাকতিকো বাছনি কৰা হ'ল। আখৰা আৰম্ভ হ'ল। নাটখনৰ পৰিচালনাৰ দায়িত্বত আছিলো মই। আখৰা চলি থকা সময়তে কিবা এটা সৰু কথাত টানকৈ কোৱাত কিৰণ বৈশ্যই অভিনয় নকৰা হয়। তেওঁৰ ঠাইত আন এগৰাকীক অভিনয়ৰ বাবে লোৱা হ'ল আৰু এইদৰেই 'জেতুলী পকাৰ কাঁইট' আকাশবাণী কেন্দ্ৰত বাণীবন্ধন হয়। পিছে এই প্ৰতিযোগিতাত আমি পুৰস্কাৰ নাপালো।

ইতিমধ্যে কুমাৰ ভাস্কৰ নাট্য মন্দিৰত 'বীৰ টিকেন্দ্ৰজিত', 'মণিৰাম দেৱান', 'পিয়লি ফুকন' আদি বুৰঞ্জীমূলক নাটসমূহ অভিনীত হয়, কামৰূপ নাট্য সমিতি, প্ৰগতি শিল্পী সংঘৰ প্ৰযোজনাত। কটন কলেজৰ 'লিটাৰেৰী ছচাইটি'ৰ যোগেদি বিভিন্ন ইংৰাজী নাটকত অভিনয় কৰা হেতুকেই নেকি এই বুৰঞ্জীমূলক নাটসমূহত মোক ইংৰাজী চাহাবৰ চৰিত্ৰত অভিনয় কৰিবলৈ দিয়া হ'ল। চাহাবৰ চৰিত্ৰসমূহ ৰূপায়ণ কৰাৰো এক সুকীয়া আমেজ আছে।

মোৰ ক্ষেত্ৰত অনাতাঁৰ নাটৰ কথা মনলৈ আহিলেই প্ৰথম অৱস্থাত সত্যপ্ৰসাদ বৰুৱা, শ্যামানন্দ বৈশ্যৰ লগতে ফণী তালুকদাৰ আৰু নাৰায়ণ বেজবৰুৱা ডাঙৰীয়াৰ মুখকেইখন ভাহি আহে। তেখেতসকলৰ পৰা কিমান কথা শিকিছো তাক মই কৈ শেষ কৰিব নোৱাৰো। মোক অনাতাঁৰৰ অভিনেতা হিচাপে গঢ় দিয়াত এইসকল ব্যক্তিৰ অৱদান অপৰিসীম। অমৃতাক্ষৰ ছন্দৰ নাট অভিনয়ৰ পদ্ধতি মই তেখেতসকলৰ পৰাই শিকিছো। এই ধৰণৰ নাট অভিনয়ে এগৰাকী অভিনেতা বা অভিনেত্ৰীলৈ শুদ্ধ উচ্চাৰণ আৰু কাব্যৰ প্ৰতি মোহ দুয়োটা গুণেই আনি দিয়ে।

আচলতে জানা, কথাবোৰে মোৰ মাজত ইমানেই ভীৰ কৰিবলৈ লৈছে যে কোনটো আগত ক'ম, কোনটোক বাদ দিম ভাবিয়েই পোৱা নাই। প্ৰতিটো কথা বা ঘটনাই মোৰ বাবে গুৰুত্বপূৰ্ণ। মোৰ জীৱনৰ লগত সংগতি থকা কথাবোৰক বাদ দি মই মানুহটোৱেই সম্পূৰ্ণ নহয়। আকৌ মনত পৰিছে কটন কলেজৰ দিনবোৰৰ কথা। কিমান ৰঙীন আছিল সেই দিনবোৰ! মোৰ জীৱনলৈ অহা প্ৰেমৰ বতৰা এই কলেজখনেই আনি দিয়ে। কিমান আছে কলেজৰ দিনবোৰৰ কথা। কবি হোৱা হ'লে ড° অমলেন্দু গুহ ডাঙৰীয়াৰ দৰে ময়ো হয়তো কটন কলেজক লৈ কবিতা লিখিবলৈ চেষ্টা কৰিলো হয়, কিন্তু এতিয়া স্মৃতি ৰোমন্থন কৰাৰ বাদে একো নাই।

তেতিয়া কলেজৰ বিভিন্ন অনুষ্ঠান আৰু নাটক সমূহত থাকিব লগা হোৱাটো এক নিয়মত পৰিণত হৈ পৰিছিল। ঠিক এদিন তেনে এটা সময়তে চুডমাৰচন হ'লৰ মঞ্চত পুনৰ লগ পাওঁ কিৰণ বৈশ্যক। ইয়াৰ আগতে 'জেতুলী পকাৰ কাঁইট'ৰ আখৰাৰ সময়ৰ কথাবোৰ সজীৱ হৈয়ে আছে। সেইদিনা নিৰলে কিৰণৰ স'তে বহু কথাই পাতিলো। তেওঁ 'জেতুলী পকাৰ কাঁইট'ত অভিনয় কৰিব কিয় নোৱাৰিলে তাকো ক'লে, ময়ো বুজিলো। কথাবোৰৰ মাজতে গম পালো ১৯৫৩ চনত কৃষ্ণ ককাইদেউ তেজপুৰৰ বাৰহলীয়াৰ ভাড়া ঘৰটোত থাকোতে প্ৰায় অঞ্জলি নবৌৰ ওচৰলৈ ফুটফুটীয়া ফ্ৰক পিন্ধি মূৰত দুডলীয়া বেণী গাঁঠি অহা ছোৱালীজনীয়েই কিৰণ বৈশ্য আছিল। লাহে লাহে কিয় জানো কিৰণক লগ পাবলৈ, কথা পাতিবলৈ মন যোৱা হ'ল।

সুঁৱৰিছো ক্লাছৰ বন্ধু-বান্ধৱীবোৰ একেলগ হৈ ক্লাছ অফ্ থকা সময়ত বাহিৰত খাবলৈ যোৱা কথাবোৰ। ডেকাৰ কলেজ কেণ্টিনখনৰ একে ধৰণৰ খোৱা বস্তুবোৰে কেতিয়াবা আমনি দিছিল। সেয়ে পাণবজাৰৰ 'ডিলাইট ৰেষ্টুৰেণ্ট' আৰু মাহত অন্ততঃ এবাৰ ৰেলৱে কেটাৰিণলৈ খাবৰ বাবেই গৈছিলো। আমাৰ লগত নিজৰা বৰকাকতি, উৎপলা বৰুৱা, মায়াশ্ৰী বৰকটকী, নিৰুপমা হাজৰিকা, মুক্তি দে, কিৰণ বৈশ্য আদি ছাত্ৰী সকলো গৈছিল। তেওঁলোকৰ ভিতৰত কিৰণ বৈশ্যৰ সান্নিধ্য যেন মোৰ ভাল লাগি আহিবলৈ ধৰিলে। বৰ্তমান ভাবো সেয়া আছিল যৌৱনে মোৰ মাজত সিঁচি যোৱা প্ৰেমৰ এছাটি মৃদু পৰশ।

কটনৰ হোষ্টেলৰ ভিতৰত ডি.এছ.হোষ্টেল, চি.এম হোষ্টেল, এল.এম. হোষ্টেলৰ উপৰিও আন আন হোষ্টেলসমূহলৈ প্ৰায়েই মোৰ অহা-যোৱা চলিছিল। মঙ্গলদৈৰ পৰা আহি ডি.এছ. হোষ্টেলত থকা বিনয় মেধি, এল.এম. হোষ্টেলত থকা শ্বিলঙৰ সমৰ সি সুমেৰৰ লগত যথেষ্ট ঘনিষ্ঠতা গঢ় লৈ উঠিছিল। বিনয় মেধিয়ে গিটাৰ বজোৱাৰ লগতে সুন্দৰ গানো গাইছিল। সাহিত্যৰ নানা প্ৰতিযোগিতাত ব্যস্ত থাকিও আমাৰ শিতান সমূহৰ প্ৰতি অকুণ্ঠ সহযোগ আৰু উৎসাহ দিয়া বন্ধু আছিল গঙ্গাপদ চৌধুৰী।

মোৰ বি.এ. মহলাত আন আন বিষয়ৰ লগতে অৰ্থনীতি আৰু শিক্ষা বিষয়ো আছিল। তেতিয়া শিক্ষা বিষয়টো কেৱল মাত্ৰ কটন কলেজতে আছিল। ইয়াৰ মুৰব্বী আছিল ড° লক্ষহীৰা দাস বাইদেউ। কটন কলেজৰ সহযোগত সন্দিকৈ ছোৱালী কলেজৰ ছাত্ৰীসকলৰ বাবে এই বিষয়ৰ শ্ৰেণীসমূহ কটন কলেজতে কৰিবলৈ সুবিধা দিয়া হৈছিল। তেতিয়া সন্দিকৈ ছোৱালী কলেজৰ ছাত্ৰীসকলে আমাৰ সৈতে ক্লাছ কৰিছিলহি। ছাত্ৰীসকলৰ বাবে শ্ৰেণীত আছুতীয়া আসনৰ ব্যৱস্থা আছিল। তেওঁলোক শ্ৰেণীৰ আগত সোঁফালে আৰু অধ্যাপক প্লেটফৰ্মৰ বাঁওফালে বহা নিয়ম আছিল। সন্দিকৈ কলেজৰ পৰা অহা ছাত্ৰীসকলৰ মাজত বৰ্তমানৰ সাংস্কৃতিক তথা হস্ততাঁত শিল্প মন্ত্ৰী ড° হেমপ্ৰভা শইকীয়া, কুঞ্জ মেধি অন্যতম।

কটন কলেজলৈ সেই সময়ত গুণী-জ্ঞানী, ভালৰো ভাল অধ্যাপক-অধ্যাপিকাৰ আগমন ঘটিছিল। ইংৰাজী বিভাগত দিলীপ বৰুৱা, ধীৰেন্দ্ৰ

নাথ বেজবৰুৱা, বসন্ত বৰুৱা, উপেন শৰ্মা, আনন্দেশ্বৰ শৰ্মা ছাৰ, অসমীয়াত ভুৱনেশ্বৰী মজুমদাৰ, বিনয় চৌধুৰী, উপেন্দ্ৰনাথ গোস্বামী, অতুলচন্দ্ৰ হাজৰিকা ছাৰ, ৰাজনীতিত আশ্ৰফ আলি ছাৰ, অৰ্থনীতিত-নগেন শৰ্মা, ধীৰেণ শৰ্মা, হৰেণ দাস ছাৰ আৰু শিক্ষা বিভাগত লক্ষহীৰা দাস বাইদেউৰ দৰে অধ্যাপক-অধ্যাপিকাৰ সান্নিধ্য লাভ কৰাটো আমাৰেই ভাগ্য আছিল। মনত পৰিছে বসন্ত বৰুৱা ছাৰৰ ইংৰাজী ক্লাছসমূহলৈ। তেখেতে পঢ়ুওৱা 'জুলিয়াছ চিজাৰ'ৰ পাঠ কিমান মনোগ্ৰাহী আছিল! ঠিক তেনেদৰে বিনয় চৌধুৰী ছাৰৰ অসমীয়া শ্ৰেণীসমূহো আমি বৰ ভাল পাইছিলো। তেখেতে সকলোকে 'তই' আৰু 'গৰু' বুলি সম্বোধন কৰিছিল।

তেতিয়া আন্তঃকলেজ প্ৰতিযোগিতাবোৰ ছাত্ৰ-ছাত্ৰীৰ বাবে এক আকৰ্ষণীয় প্ৰতিযোগিতা আছিল। বিভিন্ন ঠাইৰ কলেজসমূহৰ পৰা বাছকবনীয়া প্ৰতিযোগীসকল এই প্ৰতিযোগিতালৈ আহিছিল। আমি কলেজত থাকোতে শ্বিলঙ, যোৰহাট আৰু গুৱাহাটীত অনুষ্ঠিত এনে তিনিখন প্ৰতিযোগিতা পাইছিলো। ইতিমধ্যে কিৰণ বৈশ্যৰ সান্নিধ্য মোৰ অধিক ভাল লগা হৈ আহিছিল। এক সাংস্কৃতিক পৰিৱেশত ডাঙৰ হোৱা কিৰণ শাস্ত্ৰীয় তথা সৃষ্টিমূলক নৃত্যত অতি পাকৈত আছিল। যোৰহাটত অনুষ্ঠিত হোৱা আন্তঃকলেজ প্ৰতিযোগিতালৈ যোৱা দলটোৰ স'তে মই, হেমলতা দত্ত, তৰুণ শৰ্মা আদি একাঙ্কিকাত, কিৰণ, গৰিমা আদি নৃত্যত, দিপালী বৰঠাকুৰ, মায়াৰাণী দাস আদি গীতত যোগদানৰ বাবে গৈছিলো। আমাৰ স'তে কলেজৰ সংগীত সম্পাদক বলেন হাজৰিকা, তত্ত্বাৱধায়ক বিনয় চৌধুৰী ছাৰৰ লগতে লক্ষহীৰা দাস বাইদেউ আছিল। আমি যোৰহাটলৈ ৰেলেৰে যাত্ৰা কৰিছিলো। আমাৰ স'তে একেখন ৰেলতে বি. বৰুৱা কলেজ আৰু প্ৰাগ্‌জ্যোতিষ কলেজৰ ছাত্ৰ-ছাত্ৰীও গৈছিল। বি. বৰুৱা কলেজৰপৰা ৰমেন বৰুৱা আৰু প্ৰাগ্‌জ্যোতিষ কলেজৰ পৰা বিষ্ণু বৰুৱা যোৱা কথা মনত পৰে। এই যাত্ৰা কিমান মধুৰ আছিল। ১৯৫১ চনৰ এক শীতৰ পুৱাত এৰি অহা যোৰহাট চহৰলৈ তাৰ পিছত প্ৰথম আহিছিলো সেইবাৰেই।

আমাৰ যাত্ৰাত কিৰণে পিন্ধি থকা কোটটো কেনেকৈ জানো চলা ৰেলৰ পৰা উৰি গৈছিল। আমি আটায়ে কি হ'ব বুলি খুউব চিন্তা কৰিছিলো।

যোৰহাট গৈ পোৱাৰ পিছত ছাত্ৰসকলক জগন্নাথ বৰুৱা মহাবিদ্যালয়ত আৰু ছাত্ৰীসকলক নৰ্মাল স্কুলত থকাৰ ব্যৱস্থা কৰা হৈছিল। ইতিমধ্যে আমাৰ আখৰাৰ লগতে প্ৰতিযোগিতাসমূহ আৰম্ভ হ'বলৈ ধৰিলে। সেই চাৰিটা দিনত বিভিন্ন মহাবিদ্যালয়ৰ ছাত্ৰী-ছাত্ৰীসকলৰ লগত গঢ়ি উঠা অন্তৰঙ্গতাই আমাক বিদায়ৰ মুহূৰ্তত আবেগিক কৰি তুলিছিল। আমাৰ কলেজে এই প্ৰতিযোগিতাত সৰ্বশ্ৰেষ্ঠ দল হিচাপে পৰিগণিত হোৱাত অধিক উৎফুল্লিত হৈছিলো। যোৰহাটৰ এই প্ৰতিযোগিতাৰ সময়খিনিতে কিৰণক অধিকভাৱে জানিবলৈ মই সুবিধা পালো।

ইতিমধ্যে অনাতাঁৰ নাটক আৰু ৰাজহুৱা মঞ্চত অভিনয়ৰ বাবে মোলৈ সঘনাই আমন্ত্ৰণ আহিবলৈ আৰম্ভ কৰিছে। পঢ়া-শুনাৰ লগতে এইবোৰতো যোগ দিছো। সুঁৱৰিছো নগেন শৰ্মা ৰচিত 'এই ফুল এই ৰঙ' নাটখনৰ কথা। মই এটি মূল চৰিত্ৰত অভিনয় কৰিছো। আখৰাও আৰম্ভ হৈছে এনেতে নাট মঞ্চস্থৰ আগদিনা ঘটা এক আকস্মিক ঘটনাই আজিও মোক শিঁহৰিত কৰি তোলে। মই ভাবো মোৰ আত্মকথাত এইবোৰ কথা নক'লে মই জানো সম্পূৰ্ণ হ'ম? জীৱনটোৱেই কিমান ঘটনাৰ সংমিশ্ৰণ! সেইদিনা নাটকৰ চূড়ান্ত আখৰা হ'ব, সেয়ে কলেজৰ পৰা সোনকালে আহিছো। দুপৰীয়া সময়ত পাকঘৰৰ বাৰাণ্ডাত বহি মায়ে কোনো ঘৰুৱা কামত ব্যস্ত হৈ আছে। এনেতে হঠাৎ 'মা' মূৰ ঘূৰাই মাটিত পৰি গ'ল। ঘৰখনত হুৱাদুৱা লাগিলে। যেনে তেনে ধৰি মেলি মাক বিছনাত শুৱাই দিয়া হ'ল, এনেতে আমাৰ ঘৰুৱা চিকিৎসক ডঃ অক্ষই দত্তই ৰায় দিলে 'মা' একাঙ্গি ৰোগত আক্ৰান্ত হৈছে।

মোৰ মূৰত সৰগ ভাগি পৰাৰ দৰে হ'ল। মনলৈ আহিলে সেইদিনা নাটকৰ চূড়ান্ত আখৰা আৰু পিছৰ দুদিন নাট মঞ্চস্থৰ কথাবোৰ! ঘৰত দেখা দিয়া এনে এটা পৰিস্থিতিত মই কি'কৰো! চূড়ান্ত আখৰা যেনিবা নকৰিলোৱেই কিন্তু নাটকত অভিনয় কৰিব নোৱাৰিম বুলি ক'লে গোটেই দলটোকে বিপদত পেলোৱা হ'ব। এসপ্তাহমান আগতে হ'লেও আন এজনক তৈয়াৰ কৰি ল'ব পৰা গ'লহেঁতেন, ইফালে দেউতাৰ চিন্তাক্লিষ্ট মুখখনলৈও চাব নোৱাৰি। ডাক্তৰ অহাৰ পিছত লেখি দিয়া প্ৰেছকিপ্চনখন লৈ আইডিয়েল

ফামার্চীৰ পৰা মাৰ ঔষধ আনিবলৈ গৈ 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'ত বৈ থকা জীৱেশ্বৰ চক্ৰৱৰ্তী, নগেন শৰ্মা আদিক গোটেই পৰিস্থিতিটোৰ বিষয়ে ক'লোগৈ। সকলোৱে কথাবোৰ শুনি মূৰে-কপালে হাত দিলে। মই মাত্ৰ এটা অনুৰোধ কৰিলো যে কিবা কৰি হ'লেও মই এঘণ্টাৰ বাবে আহিম আৰু নাটকখনৰ চূড়ান্ত আখৰা এফালৰ পৰা নকৰি মই আহিলে মোৰ দৃশ্যকেইটাৰ আখৰা কৰিয়েই মোক যেন এৰি দিয়ে। সকলোৱে তাকেই মানি ল'লে।

পিছত ঘৰলৈ আহি ভাবিলো মই কথাবোৰ কৈ আহিলো হয় কিন্তু ঘৰৰ এনে এটা পৰিস্থিতিৰ মাজত আখৰালৈ কেনেকৈ ওলাই যাওঁ? ইফালে নাট্য মন্দিৰত আখৰা আৰম্ভ হোৱাৰ উমান পাইছো। সকলোকে বিপদত পেলোৱা যেন ভাবি দুখো লাগিছে। এনেতে ঠিক কৰিলো যে মই ঘৰৰ পৰা দেউতাঁৰ সমুখেৰে ওলাই নাযাওঁ। মোৰ ওপৰৰ জন ককাইদেউ শংকৰক গোটেই পৰিস্থিতিটোৰ বিষয়ে বুজাই ক'লো। তেওঁ মান্তি হ'ল। নাট মঞ্চস্থ'ৰ দুদিন ঘৰখনত মোৰ অনুপস্থিতিটো ধৰা নপৰাকৈয়ে তেওঁ চম্ভালি [illegible]। ময়ো সকাহ পালো। মই আখৰালৈ মূল পথেৰে নগৈ আমাৰ ঘৰৰ পূ[illegible]লে থকা ঘৰটো (বৰ্তমান টেকনিক' গেছ এজেন্সি)ৰ মাজৰ ওখ দেৱাল[illegible]ন পাৰ হৈ নাট্য মন্দিৰ পালোগৈ। কথামতে মই গৈ পোৱাৰ লগে লগে দৃশ্যকেইটাৰ চূড়ান্ত আখৰা কৰি পুনৰ দেৱাল পাৰ হৈ ঘৰ পালোহি যদিও মনটো ফৰকাল নালাগিল। শংকৰ দাদাই দিয়া অভয় দানৰ মাজৰেই নাট অভিনয়ৰ দুদিনো গোটেই দিনটো শয্যাগত 'মা'ৰ আলপৈচান আৰু ঘৰুৱা কামত নিজকে ব্যস্ত ৰাখি সন্ধ্যা দেৱাল পাৰ হৈ নাটক কৰিলোগৈ। কিন্তু অন্তৰেৰে মই মোৰ অভিনয়ত সন্তুষ্ট হ'ব নোৱাৰিলো। মোৰ এটা কথাত ভাল লাগিল ঘৰখনত এনে এটা বিপদৰ সময়তো শংকৰ দাদাৰ অভয় দানেৰে মই নাট্যদলটোক অলপো বিপদত নেপেলোৱাকৈ অভিনয়ত অংশ গ্ৰহণ কৰিলো।

অনাতাঁৰ কেন্দ্ৰৰ এটা বিশেষত্ব আছিল মাহেকত এবাৰ ৰাষ্ট্ৰীয় পৰ্য্যায়ৰ নাট পৰিৱেশন কৰাটো। কোনো ভাৰতীয় ভাষাৰ এখন বিখ্যাত নাটকৰ অনাতাঁৰ অভিযোজনা কৰি একেটা সময়তে ভাৰতবৰ্ষৰ সকলোবোৰ কেন্দ্ৰৰপৰা সকলো ভাৰতীয় ভাষাতে প্ৰচাৰ হৈছিল। এতিয়াও অনাতাঁৰ

কেন্দ্রত এই প্রক্রিয়া অব্যাহত আছে যদিও ইয়াৰ সামান্য তাৰতম্য ঘটিছে। অনাতাঁৰত মোৰ চতুৰ্থখন নাট আছিল এনে এখন ৰাষ্ট্ৰীয় পৰ্য্যায়ৰ বিষ্ণু প্ৰভাকৰৰ হিন্দী নাটকৰ অসমীয়া অভিযোজনা-'ডাক্তৰ'। এই নাটকতে সু অভিনেত্ৰী জ্ঞানদা কাকতি আৰু অভিনেতা শৈল বৰুৱাৰ সৈতে অভিনয় কৰাৰ সুযোগ পাওঁ। এই নাটখন ১৯৬০ চনৰ ১২ জুন তাৰিখে প্ৰচাৰ হৈছিল। এইদৰেই মই অনাতাঁৰৰ এজন নিয়মীয়া অভিনেতা হৈ পৰো, লগতে সমান্তৰালভাৱে ৰাজহুৱা মঞ্চতো। তেতিয়া গুৱাহাটীৰ আগশাৰীৰ সাংস্কৃতিক অনুষ্ঠান 'মধুচয়নিকা'ৰ পৰা ১৯৬০ চনত জ্যোতিপ্ৰসাদ আগৰৱালাদেৱৰ 'কাৰেঙৰ লিগিৰী'ত সুন্দৰ কোঁৱৰৰ অভিনয়ৰ বাবে আমন্ত্ৰণ পাওঁ।

মোৰ ভাব হয় কৈশোৰৰ সেই নাট অভিনয়ৰ প্ৰতি থকা হাবিয়াসবোৰ পুনৰ কটন কলেজৰ সাংস্কৃতিক পৰিৱেশে অধিক বিকশিত কৰাত সুবিধা প্ৰদান কৰিলে। এই কলেজৰ লগত মোৰ জীৱনৰ কিমান কথা জড়িত হৈ আছে! ইয়াতেই জীৱন সংগীকো বিচাৰি পালো।

কথাবোৰত বৰদেউতাৰ মুখখন উজ্বলি উঠিছিল। মযো ভাবিছিলো কিদৰে কোনোজনৰ লগত গঢ় লোৱা অন্তৰঙ্গতাই হৃদয় চুই যায়। বৰদেউতাই স্পষ্টভাৱে কৈছিল—"ইতিমধ্যে কিৰণ বৈশ্যক লগ নাপালে বা কথা নাপাতিলে দৈনিক মোৰ প্ৰয়োজনীয় কাম এটা সম্পূৰ্ণ নোহোৱা যেন ভাব হৈছিল। লাহে লাহে মোৰ মনটোৱেও মোক ক'বলৈ ধৰিলে মই কিৰণৰ প্ৰেমত পৰিছো। কিন্তু তেতিয়ালৈকে কিৰণৰ মনৰ ভাব কি তাক জনা নাছিলো। পোনে পোনে সুধিবলৈয়ো সংকোচ লাগে। সেয়ে এদিন কিৰণৰ পৰম বান্ধৱী নিজৰা বৰকাকতিকে কথাবোৰ সুধিলো। নিজৰাই ক'লে—'আপুনি নিজেই সুধি চাবচোন, উত্তৰটো যেন ইতিবাচক তেনে অনুমান হ'ল আৰু সুবিধাৰ অপেক্ষাত থাকিলো। ইতিমধ্যে চুডমাৰ্চন হলত কলেজ সপ্তাহৰ বাবে এটা সমূহীয়া নৃত্যৰ আখৰা চলিছে, কিৰণেও তাত অংশ গ্ৰহণ কৰিছে। সেই আখৰা চাবলৈ বুলি আন কেইবাজনো বন্ধুৰ স'ত মযো তালৈ গৈছিলো। এটা সময়ত আখৰা চাই থাকোঁতে পিয়াহ লগা যেন অনুভৱ কৰি কাষৰ কোঠাটোত পানী খাবলৈ যাওঁ। পানী খাই উভতিছো

মাত্ৰ। এনেতে দেখিলো সেই সময়ত আখৰা নথকাত কিৰণ ৰিংছৰ কাষতে অকলে বহি আছে। মনৰ চঞ্চলতা বান্ধি ৰাখিব নোৱাৰি কিৰণক একাষৰীয়াকৈ মাতি মোৰ মনৰ কথা জানিবলৈ দিলো। কিৰণেও তেতিয়া বহুদিনে মনত পুহি ৰখা কথাবোৰ মোক কৈ গ'ল। দুয়ো দুয়োৰে মনৰ কথা জানিব পাৰি কেইমুহূৰ্তৰ ভিতৰতে মই তাৰপৰা আঁতৰি আহিলো।

ঘৰলৈ আহি কথাবোৰ বহুপৰ ভাবিলো। ভাল কৰিলো নে বেয়া কৰিলো মোৰ সিদ্ধান্তত! নিশা বহুপৰলৈকে টোপনি নাহিল! শেষত মনটো স্থিৰ কৰি ভাবিলো ঠিকেই কৰিলো। কাৰণ মনৰ খু-দুৱনি এটাত থকাতকৈ আজি দুয়ো গম পালো, আমি দুয়ো দুয়োকে অন্তৰৰপৰা যে বিচাৰো!

ইতিমধ্যে বি.এ. প্ৰথম বৰ্ষৰ পৰীক্ষা আৰম্ভ হোৱাত কিৰণক মাজে মাজে লগ্ পোৱা হ'লো তাৰ ভিতৰতে কিৰণৰ বাইদেউ গিৰিৰ বিয়া হৈ যায়। কিৰণ পৰীক্ষাৰ বন্ধত তেজপুৰলৈ যোৱাত মনটো কিবা উকঙা উকঙা লগা হ'ল। কিৰণৰ পৰা চিঠি পাইহে যেনিবা মনটো ভৰি উঠিল। ময়ো নিয়মীয়াকৈ চিঠিৰ উত্তৰ দিলো। পুনৰ দ্বিতীয় বৰ্ষৰ শ্ৰেণীসমূহ আৰম্ভ হোৱাত ভাল লাগিল। কিৰণ তেতিয়া কোম্পানী বাগান পথ (এতিয়া সূৰ্য কুমাৰ ভূঞা পথ)ত থকা কটন কলেজৰ ছাত্ৰী নিবাসত থাকে। নিয়মীয়াকৈ কিৰণক এবাৰ লগ পোৱাটো এক নিয়মেই হৈ পৰিছিল মোৰ বাবে। আমি পঢ়া-শুনাৰ পৰা আদি কৰি বিভিন্ন কথাৰ আলোচনা কৰিছিলো। এইদৰেই আমি বুজিছিলো এজনে আনজনক। আমাৰ বন্ধু-বান্ধৱীসকলেও আমাৰ এই মিলনক যথেষ্ট উৎসাহ দিছিল।" ❑

# চাৰি

বৰদেউতাৰ যৌৱনৰ মাদকতাপূৰ্ণ কথাবোৰ শুনি যথেষ্ট ভাল লাগিছিল। মই যেতিয়াই লিখিবলৈ বহিলো কথাবোৰে একোটা দৃশ্য হৈ মোৰ চকুৰ আগত ধৰা দিলে। মনত পৰিছে বৰদেউতাই কথাৰ মাজতে আঁওৰোৱা কবি হীৰেন ভট্টাচাৰ্যদেৱৰ কবিতাফাঁকিলৈ- 'প্ৰেম মাথো এনেকুৱাই.....!' প্ৰকৃততে কিমান মুক্ত হৈ তেখেতে কথাবোৰ কৈ গৈছিল এফালৰ পৰা! তেখেতৰ স্মৃতি প্ৰখৰতাৰ লগতে বাৰ্তালাপৰ কৌশলে মোক সম্মোহিত কৰি ৰাখিছিল।

শিৱসাগৰতে বৰদেউতাই কৈ শেষ কৰা কথাবোৰৰ পৰৱৰ্তী অংশ শুনিবলৈ যেতিয়া মই তেখেতৰ ওচৰলৈ গৈছিলো সেই দিনটোৰ এটা দৃশ্যই আজিও মোক মুগ্ধ কৰে। আচলতে যেতিয়াই তেখেতৰ আত্মকথাৰ একাংশ শুনাৰ সৌভাগ্য হৈছিল তেতিয়া তেখেতক কোনোদিনেই এজন অভিনেতা ৰূপত পোৱা নাছিলো। বিভিন্ন সময়ত তেওঁ ৰূপান্তৰিত হৈছিল ভিন্ন ৰূপলৈ। মোৰ ভাল লাগিছিল বৰদেউতাৰ চৰিত্ৰটোলৈ। কিন্তু সেইদিনা আকস্মিকভাৱে তেখেতক মই লগ পালো মোৰ অত দিনৰ প্ৰথম পৰিচিত এজন অভিনেতা ৰূপত। সেইদিনা তেখেত ঘৰতে কোনো চৰিত্ৰৰ আখৰাত ব্যস্ত আছিল। অহৰহ সংলাপ নিক্ষেপনৰ লগতে চৰিত্ৰৰ চালচলন মিলাবলৈ যতন কৰিছিল। মই চকীখনত বহি তন্ময় দৃষ্টিৰে চাই ৰ'লো সেই দৃশ্য। মোৰ চকুৰ আগত ভিৰ কৰিবলৈ ল'লে খন্তেকতে 'তেজালঘোঁৰা' ধাৰাবাহিকখনত তেখেতে অভিনয় কৰা দাম্ভিক চৰিত্ৰটোৰে। এনেতে বৰদেউতাই কৈছিল- 'অ' তুমি পালাহি। কথাবোৰ মই মনৰ মাজত সজাই থৈছোৱেই। ৰ'বা কথাবোৰ এতিয়াই মই ক'মহি।' কথাষাৰতহে যেন মই মোৰ স্থিতিলৈ ঘূৰি আহিছিলো।

এতিয়াও মোৰ এনে লাগে বৰদেউতাৰ সেই আখৰাৰ দৃশ্য মোৰ বাবে কিমান বিৰল আছিল। তেখেতৰ শৃংখলিত জীৱনৰ সৈতে পৰিচিত হৈ সেইদিনা মোৰ ক'বলৈ সাহস নহ'ল আকৌ এবাৰ....! ভাবিছিলো এতিয়া আখৰা এৰি বাৰ্তালাপ, তাৰ পিছত কিমান কামৰ বাবে তেখেতে সময় নিৰ্ধাৰণ কৰি থৈছে।

ক্ষন্তেকতে বৰদেউতাই ক'বলৈ আৰম্ভ কৰিছিল—"কিৰণৰ যোগেদিয়েই তেওঁৰ পৰিয়ালৰ সৈতে মোৰ পৰিচয় ঘটে। প্ৰথম চিনাকিতে মোৰ ভাল লাগিছিল সহজ-সৰল কিৰণৰ বায়েক গিৰি বাইদেউ আৰু অদম্য শক্তিৰ অধিকাৰী ভিনিদেউ চন্দ্ৰশেখৰ ভূঞাক।

বি এ মহলাত পঢ়ি থকা সময়তে ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ 'এজাক জোনাকীৰ জিলমিল' নাটকখনে মোক যথেষ্ট ৰোমাঞ্চিত কৰি তোলে। নাটকখন সেই বছৰ অনাতাঁৰৰ নাট সপ্তাহৰ অন্যতম নাটক হিচাপে লোৱা হৈছিল। ইয়াৰ বিশেষত্ব এইবাবেই আছিল নাটকখন অনাতাঁৰত বাণীবদ্ধ ৰূপ প্ৰচাৰ হোৱাৰ একে সময়তে মঞ্চত নিমন্ত্ৰিত দৰ্শকৰ সন্মুখত নাটখনৰ মঞ্চ অভিনয়। এই প্ৰক্ৰিয়াৰে অনাতাঁৰৰ খুউব কমসংখ্যক নাটহে হৈছে। আনহাতে নাটকখনৰ অংশগ্ৰহণকাৰী শিল্পী সকলো বাছকবনীয়া আছিল। মূল চৰিত্ৰটোত অভিনয় কৰিছিল তছদ্দুক ইউছুফে, নায়িকা ইভা আচাও, মনোহৰ বুঢ়া চৰিত্ৰটোত সত্যপ্ৰসাদ বৰুৱা, জীৱেশ্বৰ চক্ৰৱৰ্তী আৰু বীণা দাস মান্নাই আন দুটা বিশিষ্ট চৰিত্ৰত অভিনয় কৰাৰ লগতে মই মৃণাল বোলা ডেকাজনৰ চৰিত্ৰত অভিনয় কৰিছিলো। এইসকল বিশিষ্ট শিল্পীৰ সৈতে কলেজীয়া অৱস্থাতে অভিনয় কৰিবলৈ পাই স্বাভাৱিকতে মোৰ মনটো ভৰি উঠিছিল।

মনত পৰিছে মোৰ স্কুলীয়া বন্ধু মহেশ ডেকা আৰু মহদা কান্ত ভূঞাৰ কথা। মহদা (দ'দ') কিন্তু সকলোতকৈ সুকীয়া আছিল তাৰ কথা-কাণ্ডবোৰত। তাৰ আচৰিত ধৰণৰ ধেমালিবোৰে আমাক বৰকৈ আকৃষ্ট কৰিছিল। তেনে এটা মনত পৰা কাণ্ড হ'ল—সেই সময়ত ধীৰু ভূঞাহঁতৰ ঘৰত কাণ পৰি থকা লেচী নামৰ ক'লা-বগা ফুটফুটীয়া কুকুৰ এটা আছিল। কুকুৰটো ধীৰুৰ বৰ মৰমৰ। কুকুৰটোৰ কেইবাদিনো ধৰি বৰ অসুখ। একো

খোৱা নাই। চেনিকুঠিৰ পশু চিকিৎসালয়লৈ লৈ যোৱা হৈছে। চিকিৎসকৰ মতে কুকুৰটোৰ বয়স বহুত হৈছে, বচোৱাৰ কোনো উপায়েই নাই। উপায়হীন হৈ মনৰ দুখেৰে ধীৰুৱে আমাক কথাবোৰ কোৱাত দদ'ৰ মনত এটা বুদ্ধিৰ উদয় হ'ল। তৎক্ষণাত ইলেকট্রিকৰ তাঁৰ দুডালৰ সৈতে আমাক লগত লৈ ধীৰুহঁতৰ তালৈ গ'ল। দদ'ই তাঁৰ দুডালৰ এটা মূৰ প্লাগত লগাই দুয়োডাল তাঁৰ পৰীক্ষা কৰি চালে কাৰেণ্ট আহিছেনে নাই। তাঁৰ দুডাল লগ লগাত স্পাৰ্ক হোৱাত এইবাৰ তাঁৰ দুডালৰ আনটো মূৰ কুকুৰটোৰ গাত লগাই দিলে। নিঠৰ হৈ পৰি থকা কুকুৰটোৰ ঠেংটো তাঁৰ ডাল লগাই থকা সময়খিনিত লৰচৰ কৰে আৰু তাঁৰৰ সংযোগ বিচ্ছিন্ন কৰিলেই ঠেংটো লেতুসেতু হৈ পৰি যায়। এইদৰে কিছুসময় কাৰেণ্ট দি থকাৰ পিছত দেখা গ'ল কুকুৰটোৰ ঠেং দুটা লাহে লাহে লৰচৰ কৰিবলৈ আৰম্ভ কৰিছে। দদ'ৰ কামৰ যতি তেতিয়াও পৰা নাই। এজন বিশেষজ্ঞৰ দৰে নিজৰ কাম গহীনকৈ মাত্র কৰি গৈছে। আমি দৰ্শক হৈ চাই আছো সেই দৃশ্য। এবাৰ হঠাৎ আমাক সকলোকে আচৰিত কৰি কুকুৰটোৱে চকু মেলিলে আৰু প্ৰায় লগে লগেই উঠি ভিৰাই লৰ দিলে। পশু চিকিৎসকেও আশা এৰি দিয়া কুকুৰটো পুনৰ দদ'ৰ বাবেই জী উঠাত আমি সকলো আনন্দিত হ'লো। এই পৰীক্ষাৰ বহুদিনৰ পিছলৈকেও কুকুৰটো সুস্থভাৱে বাচি আছিল।

এই দদ'য়ে বৰ সুন্দৰকৈ কুকুৰাৰ মাত মাতিব পাৰিছিল। এটা সময়ত আমাৰ চুবুৰীয়া এজনৰ বহুতো বিলাতী কুকুৰা আছিল। তেওঁৰ ঘৰত ইমানেই কুকুৰা বাঢ়ি গৈছিল যে ওচৰ চুবুৰীয়াৰ ঘৰতো কুকুৰাবোৰে আহুকাল দিবলৈ ধৰিলে। এবাৰ কি হ'ল জানা, আমি এটা বুদ্ধি কৰিলো ধীৰুহঁতৰ ঘৰৰ গুদাম ঘৰ এটাৰ ভিতৰত সোমাই দদ'য়ে কুকুৰাৰ মাত মাতিবলৈ ধৰে, আমি কোঠাটোত কৌশলেৰে লুকাই থাকো। সাইলাখ কুকুৰাৰ মাত শুনি কুকুৰাবোৰেও লাহে লাহে কোঠাটোৰ ফালে আগবাঢ়ে। এবাৰ সেই মাতক অনুকৰণ কৰি যিটো কুকুৰাই প্ৰথম গুদাম ঘৰটোত সোমায় তাকে ধৰি আমি ভোজ পাতো। এইদৰে চুবুৰীয়াজনৰ কিমান কুকুৰা আমি হজম কৰিলো তাৰ সীমা নাছিল। শেষলৈকে তেখেতে গম নাপালে যে তেখেতৰ কুকুৰাৰ সংখ্যা কমি গৈছে। এনেকৈ এবাৰ এটা

কুকুৰাক ধৰোতে সাৰি গ'ল কিন্তু তাৰ ঠেং এটা ভাগিল। চুবুৰীয়াজনে বহুদিন পশু চিকিৎসালয়লৈ নি কুকুৰাটো চিকিৎসা কৰাত যেনিবা ভাল হ'ল। আমি কথাষাৰত সমবেদনা জনালো আৰু তেতিয়াই ঠিক কৰিলো যে এই প্ৰক্ৰিয়া অব্যাহত ৰাখিলে আমি ধৰা পৰি যোৱাৰ ভয় আছে। বাৰু, আকৌ প্ৰসংগ সলনি কৰি অভিনয়ৰ কথালৈ আহিছো। এইখিনি সময়তে আকাশবাণী গুৱাহাটী কেন্দ্ৰত কুলদা কুমাৰ ভট্টাচাৰ্যই নাট প্ৰযোজক হিচাপে যোগদান কৰে। ইতিমধ্যে তেখেতে লণ্ডনৰ পৰা নাট সম্পৰ্কীয় শিক্ষা গ্ৰহণ কৰি স্বদেশলৈ উভটিছে। তেখেতৰ সময়ছোৱাতে বহুতো বিশ্ববিখ্যাত নাটকৰ অনাতাঁৰ অভিযোজনা আকাশবাণী গুৱাহাটী কেন্দ্ৰযোগে প্ৰচাৰ হোৱাৰ লগতে বিখ্যাত উপন্যাস সমূহৰো নাট্যৰূপ প্ৰচাৰ হ'বলৈ ধৰে। ময়ো এইবোৰত অভিনয় কৰাৰ সুযোগ পাওঁ। এইদৰে মই আকৌ পৰিচিত হওঁ বিশ্ববিখ্যাত নাটক আৰু উপন্যাসৰ সৈতে। তেতিয়াই সহ-অভিনেত্ৰী হিচাপে লগ পাওঁ আৰতি মেধি আৰু কিৰণ দেবীক। তেওঁলোক দুয়োৰে অভিনয় ক্ষমতা অপৰিসীম আছিল। পিছলৈ অৱশ্যে আৰতি মেধি আমেৰিকালৈ গৈ তাৰেই বাসিন্দা হ'লগৈ।

লাহে লাহে বি এ পৰীক্ষা কাষ চাপি অহাত নাট অভিনয়ৰ প্ৰতি মনোযোগিতাও কমাই দিবলৈ আৰম্ভ কৰিলো। সুঁৱৰিছো তেতিয়া সক্ৰিয় হৈ থকা সদৌ অসম একাংক নাট্য সন্মিলনৰ কথা। যাৰ সৈতে জড়িত আছিল অসমৰ সাংস্কৃতিক জগতৰ বিশিষ্ট ব্যক্তিসকল। অসমৰ কোনো এখন বিশেষ চহৰত বছৰেকত এবাৰেই এই প্ৰতিযোগিতা অনুষ্ঠিত হৈছিল য'ত প্ৰতিখন শাখা সমিতিয়ে জিলা ভিত্তিত আয়োজন কৰা একাংকিকাৰ বাছনি প্ৰতিযোগিতাত প্ৰথম আৰু দ্বিতীয় স্থান অধিকাৰ কৰা একাংকিকাসমূহেহে অংশগ্ৰহণৰ সুবিধা পাইছিল। গোটেই অসমৰ জিলাসমূহৰ বছা বছা নাটসমূহে তাত অংশগ্ৰহণ কৰাৰ হেতুকে এই প্ৰতিযোগিতাৰ মানদণ্ড বৰ উচ্চ খাপৰ আছিল। সেইবাৰ এই প্ৰতিযোগিতা গুৱাহাটীত অনুষ্ঠিত হৈছিল ১৯৬১ চনত। আমি প্ৰগতি শিল্পী সংঘৰ পৰা দেৱকুমাৰ শইকীয়াৰ 'স্বপ্ন ছবিৰ ছন্দ' নামৰ একাংকিকাখনেৰে যোগদান কৰিছিলো। একাংকিকাখনৰ পটভূমি আছিল এজন চিত্ৰকৰৰ এটা ষ্টুডিঅ'। মই চিত্ৰকৰজনৰ চৰিত্ৰ ৰূপায়ণ কৰিছিলো, যাৰ বাবে বহুতো আধা অঁকা,

সম্পূৰ্ণ হোৱা অথবা আঁকিবলৈ লোৱা ছবিৰ প্ৰয়োজন হৈছিল। এই ক্ষেত্ৰত আমাক সহায় কৰিছিল উজান বজাৰৰ যোৰপুখুৰীৰ পাৰৰ সেই সময়ত 'ফ্লুটছ' বুলি পানীয় কোম্পানীটোৰ এজন ব্যৱসায়িক চিত্ৰকৰ মৌদগিল বোলা আমাৰ বয়সৰ ডেকাই। মই তেওঁৰ পৰাই চিত্ৰকৰৰ জটিল চৰিত্ৰটোৰ ৰূপবোৰ আয়ত্ব কৰিবৰ বাবে পাৰোঁমানে যতন কৰিছিলো। আৰু সময়ত কৃতকাৰ্যতাৰে আমাৰ একাংকিকাখনে কামৰূপ জিলা ভিত্তিত দ্বিতীয় স্থান অধিকাৰ কৰাৰ লগতে সদৌ অসম পৰ্যায়তো দ্বিতীয় স্থান অধিকাৰ কৰিবলৈ সক্ষম হৈছিল।

১৯৬১ চনৰ কোনোবা এটা দিনত আমাৰ বি এ পৰীক্ষাৰ ফলাফল ওলোৱাত দেখিলো মই অৰ্থনীতি বিষযত কেইটামান নম্বৰ কম পোৱাৰ বাবেই অকৃতকাৰ্য হ'লো। বহুতেই মোৰ এই অকৃতকাৰ্যতাৰ বিভিন্ন কাৰণ দৰ্শালে। কোনোৱে ক'লে মই নাটকত লাগি থকাৰ বাবেই..., কোনোৱে ক'লে কিৰণৰ প্ৰেমত পৰাৰ বাবেই....। কথাবোৰত মোৰ খুউব দুখ লাগিছিল কাৰণ মোৰ বিফলতাৰ বাবেই আন বিষয়বোৰক টানি অনাৰ কি প্ৰয়োজন! সেই অকৃতকাৰ্যতাৰ বাবে মই নিজকেই জগৰীয়া কৰিছিলো কাৰণ মইনো আৰু কেইটামান নম্বৰ কিয় বেছি নাপালো? মোৰ লিখা পদ্ধতি পৰীক্ষকৰ পছন্দৰ নাছিল নেকি? ইত্যাদি ইত্যাদি কথাবোৰে মোক ক্ৰিয়া কৰিছিল। তথাপি পুনৰ সকলোবোৰ গ্লানি একাষে থৈ পঢ়াত মনোযোগ দিলো। মোৰ সাংস্কৃতিক জীৱন যাত্ৰাত যাতে কোনেও কালিমা সানিব নোৱাৰে তাৰ বাবে এটা বছৰ সাময়িকভাৱে সকলো সাংস্কৃতিক কৰ্মৰ পৰা আঁতৰি থাকিলো। কেৱল মাত্ৰ অনাতাঁৰৰ নাট আমন্ত্ৰণ ক্ৰমে কৰি গ'লো। ইয়াত এটা সুবিধা আছিল দুদিন আখৰা হয় দুঘণ্টাকৈ আৰু এদিন বাণীবন্ধন হয় পাঁচ ঘণ্টামানৰ।

অ' মই ক'বলৈ পাহৰিছিলোৱেই মোৰ লগতে সেইবাৰ মহদা আৰু মহেশো অকৃতকাৰ্য হোৱাত আমি তিনি বন্ধুৱে একেলগে দিনত বা কেতিয়াবা ৰাতি পঢ়িবলৈ আৰম্ভ কৰিছিলো। এইদৰে পঢ়াৰ মাজতো বহুত সৰু সুৰা আমোদজনক ঘটনা আমাৰ মাজত ঘটিবলৈ ধৰিছিল। আমাৰ আটাইকেইটাৰে খোৱাৰ প্ৰতি ভীষণ চখ আছিল। পঢ়াৰ মাজতে আমনি লাগিলে বজাৰৰ পৰা কণী আনিছিলোগৈ। কিনকিনীয়া বৰষুণৰ মাজতো

বজাৰত কুকুৰা বিচাৰি যোৱা কথাবোৰে এতিয়াও আমোদ দিয়ে। প্ৰায়ে আমি ৰাতি পঢ়িছিলো যদিও কেতিয়াবা ৰাতি মহৰ কামোৰণিত পঢ়িব নোৱাৰিছিলো, বেছি ধোঁৱা দিলেও চকুত ধৰে। এনিশা মহেশৰ ঘৰত মহৰ তাগুৱ ইমানেই বাঢ়ি গৈছিল যে পিছুৱফালে পঢ়া এৰি মহেই মাৰিবলৈ ধৰিলো। সেইদিনা আমি মৰা মহৰ সংখ্যা ২১২ টা হৈছিলগৈ। তেতিয়াই ঠিক কৰিলো আজিৰপৰা ৰাতি পঢ়া বন্ধ। দিনতেই যি পঢ়িব লগা হয় দিনতেই শেষ কৰি ৰাখিম।

এইবোৰ কথাৰ মাজতে কিৰণৰ সৈতে মোৰ মনোমালিন্য ঘটে, মোৰ অকৃতাৰ্যতাৰ বাবে কিৰণক জগৰীয়া কৰা কথাটোকলৈয়ে। যি কথাৰ ফলশ্ৰুতিত তেওঁ মোৰ জীৱনৰপৰা আঁতৰি যাবলৈকে মনটো স্থিৰ কৰি পেলালে। কিৰণ সৰুৰেপৰাই অতিশয় অভিমানী আৰু স্পৰ্শকাতৰ চৰিত্ৰৰ আছিল। এনে কি আমাৰ মাজত চিঠিৰ যোগাযোগো বন্ধ হৈ গ'ল।

এইখিনিতে মনত পৰিছে সেই বছৰ কটন কলেজৰ হীৰক জয়ন্তী উপলক্ষে আয়োজন কৰা অনুষ্ঠানৰ কথাবোৰ। মোৰ বাবে এই জয়ন্তী অনুষ্ঠান বিশেষভাৱে উল্লেখযোগ্য আছিল এই কাৰণেই যে আমাৰ দেউতা আৰু আন চাৰিজন প্ৰথম বছৰৰ (১৯০১ চনৰ) কটনিয়ানক কটন কলেজৰ তৰফৰ পৰা সম্বৰ্ধনা জনোৱাৰ সময়তে মযো ইউনিয়ন হলৰ ওপৰ মহলাৰ এটা কোঠাত সেই অনুষ্ঠানৰ বাবে নাট আখৰাত ব্যস্ত আছিলো। তাহানিতে পিতা-পুত্ৰ একেলগে একেটা অনুষ্ঠানত জড়িত হৈ থকা কথাটোৱে আজিও মোক আনন্দিত কৰে। এই অনুষ্ঠানতে কলেজৰ ফালৰ পৰা পঢ়ি থকা আৰু প্ৰাক্তন ছাত্ৰ-ছাত্ৰীৰ দ্বাৰা এখন নাটৰ প্ৰস্তুতি চলাইছিল ধীৰু ভূঞাই। নাটকখন আছিল ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ 'এজাক জোনাকীৰ জিলমিল'। তাৰ আগৰ বছৰ এই নাটকখন আকাশবাণী যোগে মঞ্চস্থ হৈ গৈছিল। এইবাৰ নাটকখনত তছদ্দুক ইউছুফ ডাঙৰীয়াই অভিনয় কৰা মূল ভাস্কৰৰ চৰিত্ৰটো মোক ৰূপায়ণ কৰিবলৈ দিয়া হৈছিল আৰু আগতে মই অভিনয় কৰা মৃণালৰ চৰিত্ৰটো দিয়া হ'ল অশোক বৰঠাকুৰক। বাকী চৰিত্ৰসমূহৰ অভিনেতাসকল আকাশবাণীত অভিনয় কৰাৰ দৰেই থাকিল। সত্যপ্ৰসাদ বৰুৱা, জীৱেশ্বৰ চক্ৰৱৰ্তী যিহেতু কটন কলেজৰ প্ৰাক্তন কটনিয়ান আছিল। বিজুলীৰ চৰিত্ৰটো ৰূপায়ণ কৰিছিল নগাঁৱৰ কুমকুম বৰাই। কেৱল

চকীদাৰণীৰ চৰিত্ৰটোৰ বাবে বীণা দাস মান্নাক অনা হৈছিল আৰু সময়ত নাটকখন সুন্দৰভাৱে মঞ্চস্থ হোৱাত ভাল লাগিছিল।

ইতিমধ্যে পুনৰ বি এ পৰীক্ষাৰ ফলাফল ওলোৱাত আমি আটাইকেইজন বন্ধুৰ লগতে কিৰণেও পাছ কৰিছিল। এই ঘটনাটোৰ বাবে মনটো আনন্দত ভৰি উঠিছিল। আগৰবাৰ নোৱাৰিলেও এইবাৰ যেনিবা সকলো কথা তল পৰিল। মই গুৱাহাটী বিশ্ববিদ্যালয়ত ৰাজনীতি বিজ্ঞান আৰু সন্ধ্যালৈ আইন বিভাগত ভৰ্তি হ'লো। জালুকবাৰীৰ নতুন পৰিৱেশে কটন মহাবিদ্যালয়ক এৰি অহাৰ বিষাদবোৰক পাহৰাই ৰাখিলে। বিশ্ববিদ্যালয়ৰ দিনবোৰ মোৰ বাবে আছিল জীৱনৰ নতুন আমেজ। ৰাতিপুৱাতে জালুকবাৰীলৈ গৈ এম এৰ ক্লাছসমূহ কৰি দুপৰীয়া বৰদা শৰ্মা দাদাৰ কেণ্টিনত কিবা অলপ খাই পুনৰ আইনৰ ক্লাছ শেষ কৰি ৰাতিহে ঘৰ সোমাওঁহি। সেয়ে আন কথাত মনোযোগ দিবলৈ সময় নাছিল। এইখিনিতে মনত পৰিছে তেতিয়া বিশ্ববিদ্যালয়ৰ ৰাজনীতি বিজ্ঞান বিভাগৰ মুৰব্বী অধ্যাপক ভেংকটাৰাও ছাৰৰ কথা। ছাৰৰ অসাধাৰণ জীৱনধাৰা আৰু ব্যক্তিত্বই মন মুহি নিছিল। সুদূৰ দক্ষিণৰ পৰা আহিও অসমক নিজৰ ঘৰ হিচাপে লোৱা এইজন অধ্যাপকৰ দৰে ব্যক্তি বিৰল। আইন বিভাগৰ অধ্যক্ষ আছিল বিখ্যাত আইনজ্ঞ জগদীশ মেধি ছাৰ। তেখেতৰ কোনো বিষয় শিকোৱাৰ ধৰণ আৰু কথনভংগী সুকীয়া আছিল। তেখেতৰ ডাঙৰজনী ছোৱালী অঞ্জলি আমাৰ সহপাঠী আছিল কাৰণেই নেকি তেখেতে শ্ৰেণীত মোক বেছিকৈ প্ৰশ্ন সুধিছিল।

বিশ্ববিদ্যালয়ৰ কিছুমান সৰু ঘটনাই এই বয়সতো আমোদ দিয়ে। আচলতে সেই সময়ত আমাক চুই গৈছিল যৌৱনৰ মাদকতাই। এম এৰ প্ৰথমবৰ্ষত থাকোতে আমাৰ শ্ৰেণীৰেই এগৰাকী ছাত্ৰীয়ে সচৰাচৰ কোনোৱে প্ৰেম নিবেদন কৰাৰ দৰে মোৰ ওচৰতো প্ৰেম নিবেদনৰ বাবে আগবাঢ়ি অহাৰ কথা কেতিয়াও পাহৰিব নোৱাৰো। হয়তো ছাত্ৰীগৰাকীয়ে কিৰণৰ সৈতে মোৰ বিচ্ছেদ ঘটা বুলি ধৰিলৈয়ে আগবাঢ়িছিল। কিৰণৰ সৈতে তেতিয়া যোগাযোগ নথকা কথাটোৱে মোক ভীষণ অভিমানী কৰি তুলিলে। মই ছাত্ৰীগৰাকীৰপৰা এৰাই চলিবলৈ যতন কৰি মোৰ অনিচ্ছাৰ কথা জনাই দিলো।

এনেতে আকাশবাণী দিল্লী কেন্দ্ৰই বাতৰি কাকতত আন্তঃ বিশ্ববিদ্যালয় অনাতাঁৰ নাট প্ৰতিযোগিতাৰ কথা বিজ্ঞাপন দিয়াত আমি গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ইন্দ্ৰপ্ৰসাদ হাজৰিকা ৰচিত নাটক 'অপমৃত্যু'ৰ যোগেদি যোগদান কৰো। নাটকখনৰ নায়ক মই, আৰতি বৈৰাগী (দাস) নায়িকা আৰু আন চৰিত্ৰত আছিল অহিন্দ্ৰ শৰ্মা, অলি বৰা, বীৰেন দত্ত, গৌতম প্ৰসাদ বৰুৱা আদি। আমি 'অপমৃত্যু'ৰ যোগেদি সৰ্বভাৰতীয় পৰ্যায়ত প্ৰথম স্থান অধিকাৰ কৰিছিলো। বিশ্ববিদ্যালয়ত এক আনন্দমুখৰ পৰিৱেশ কাৰণ ইয়াৰ আগতে বিশ্ববিদ্যালয় পৰ্যায়ত কোনো এটা শৈক্ষিক অনুষ্ঠানে এই পুৰস্কাৰ পোৱা নাছিল। অৱশ্যে ইয়াৰ আগতে গুৱাহাটী বিশ্ববিদ্যালয়ে একাংকিকাৰ ক্ষেত্ৰত ড° ভূপেন হাজৰিকাৰ 'এৰাবাটৰ সুৰ', যোগেন চেতিয়াৰ 'সুতিৰী গেন্ধেলি', ভোলা কটকীৰ 'মহাসমৰ' নাটকেইখনে আন্তঃবিশ্ববিদ্যালয় সংগীত সন্মিলনত প্ৰথম পুৰস্কাৰ পাইছিল।

আকৌ পালেহি বিশ্ববিদ্যালয় সপ্তাহ। গোটেই পৰিৱেশটোৱেই উখল-মাখল হৈ পৰিছিল। কোনে কি কি প্ৰতিযোগিতাৰ বাবে নিজকে সাজু কৰিছে, কি কি বা প্ৰতিযোগিতা হ'ব ইত্যাদি কথা সকলোৰে মুখে মুখে। তেতিয়া বিশ্ববিদ্যালয়ৰ সাংস্কৃতিক সম্পাদক আছিল হেমেন গগৈ। আমি বিভিন্ন বিভাগৰ ছাত্ৰ-ছাত্ৰীসকলক লৈ ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ 'পুতলা নাচ' নাটকখনেৰে নাট প্ৰতিযোগিতাত যোগদান কৰিছিলো আৰু আমাৰ নাটকখনে এই প্ৰতিযোগিতাত প্ৰথম স্থান অধিকাৰ কৰাৰ লগতে এই শ্ৰেষ্ঠ অভিনেতাৰ সন্মান লাভ কৰিবলৈও সক্ষম হওঁ। 'পুতলা নাচ' নাটকখনৰ বিভিন্ন চৰিত্ৰত অভিনয় কৰিছিল আৰতি বৈৰাগী, অনিল পাল, দুৰ্গেশ্বৰ গগৈ আৰু লতিফ আহমেদে।

বিশ্ববিদ্যালয়ত থাকোঁতেই পুনৰ সদৌ অসম একাংকিকা নাট্য সন্মিলনৰ চতুৰ্থ বাৰ্ষিক প্ৰতিযোগিতাত যোগদান কৰো প্ৰগতি শিল্পী সংঘৰ হৈ। নাটকখন আছিল ড° ভবেন্দ্ৰ নাথ শইকীয়া ডাঙৰীয়াৰ 'তীৰ্থ'। তেতিয়া শইকীয়া ছাৰ বিশ্ববিদ্যালয়ৰ পদাৰ্থ বিজ্ঞান বিভাগৰ অধ্যাপক, জালুকবাৰীৰ আৱাসত থাকে। নাটকখন লিখিবলৈ বহু আমনি দিয়াৰ পিছত যেনিবা ছাৰে লিখি আমাক দিয়ে। নাটৰ পৰিচালক আছিল শৈল বৰুৱা। জিলা

ভিত্তিক প্ৰতিযোগিতাত আমি প্ৰথম স্থান অধিকাৰ কৰা বাবেই সদৌ অসম একাংক নাট সন্মিলনৰ তেজপুৰত অনুষ্ঠিত প্ৰতিযোগিতাত যোগদান কৰাৰ সুবিধা পাইছিলো। তেজপুৰৰ সেই যাত্ৰা মোৰ বাবে অতি স্মৰণীয় আছিল। আমি আমিনগাঁৱৰ পৰা সন্ধ্যা ৰেলেৰে যাত্ৰা আৰম্ভ কৰিছিলো। তেতিয়া শৰাইঘাট দলংখনৰ নিৰ্মাণ কাৰ্য চলি আছিল। এই ৰেল যাত্ৰাত গোটেই নিশা আমাৰ লগত যোৱা অমৰ চক্ৰৱৰ্তী (তিপুলি)য়ে আমাক শুৱলৈ দিয়া নাছিল। যি ষ্টেচনতে ৰেলখন ৰৈ যায় তাতেই তিপুলিয়ে কোনো যাত্ৰীক মাতি সোধে এয়াই বুৰঞ্জী প্ৰসিদ্ধ ... নেকি? কথাবোৰত আমি যথেষ্ট আমনি পাইছিলো কিন্তু সি তাতেই আমোদ পাইছিল। এইদৰেই আমি পিছদিনা দুপৰীয়া গৈ তেজপুৰ পালোগৈ। আমাক দৰং কলেজৰ শ্ৰেণীকোঠা এটাত থাকিবলৈ দিয়া হৈছিল। 'তীৰ্থ' নাটকখনৰ চৰিত্ৰ মাথোন চাৰিটা আছিল। দেউতাকৰ চৰিত্ৰ ৰূপায়ণ কৰিছিল জীৱেশ্বৰ চক্ৰৱৰ্তীয়ে। 'মই' পুতেকৰ চৰিত্ৰত, নৱবিবাহিতা বোৱাৰীয়েক-হিৰণ ডেকা আৰু উকিলৰ চৰিত্ৰত ধীৰেণ দাস। আমি গৈ পোৱাৰ পিছতে আমাৰ মাত কথাবোৰ শুনি তেতিয়া দৰং কলেজৰ অধ্যক্ষ বিপিন পাল দাস ডাঙৰীয়াই চকীদাৰ পঠিয়াই খবৰ কৰালে দলটো উজানবজাৰৰ নেকি? কাৰণ তেতিয়া তেখেত উজানবজাৰ অঞ্চলৰ বাসিন্দা আছিল।

যদিও মই অভিনয়ৰ বাবেই তেজপুৰলৈ গৈছিলো তথাপি মনত এটা ভাবে খেলা কৰি আছিল তেজপুৰত যদি কিৰণক লগ পাওঁ কি কথা পাতিম? মই অতিশয় অভিমানী হৈ পৰিছিলো। বাৰে বাৰে ভাবিছিলো মোৰ ব্যক্তিগত কোনো দোষ নথকাতো আনৰ কথাত নিজকে দোষী সাব্যস্ত কৰি কিৰণে কিয় মোৰ পৰা আঁতৰি থাকিবলৈ ঠিৰাং কৰিলে? ময়ো ঠিক কৰিলো মই আগধৰি তেওঁৰ সৈতে যোগাযোগ নকৰো। কিৰণে কেনেবাকৈ গম পালে আমি তেজপুৰলৈ অহা কথা। প্ৰথম দিনা যেনিবা পাৰ হ'ল। দ্বিতীয় নিশা 'তীৰ্থ'ৰ অভিনয় পৰ্ব। সেয়ে সেইদিনা পুৱাতে গা-পা ধুই আমি অভিনেতা-অভিনেত্ৰী, কলা-কুশলীসকল শৈলদাৰ লগত মহাভৈৰৱ মন্দিৰলৈ গ'লো। তেতিয়াই কিৰণে তেওঁৰ বান্ধৱী নিজৰাৰ সৈতে দৰং কলেজলৈ মোক লগ পাবলৈ আহিছিল। ইফালে আমাৰ দলৰ

বন্ধুসকলে আগৰপৰা আমাৰ কথাবোৰ জনাত মই নথকাৰ সুযোগতে কিৰণক লগ পাই নানা দুষ্টালিভৰা ধেমালি কৰাত কিৰণে বান্ধৱীসহ তাৰপৰা গুচি গৈছিল। মই যেতিয়া মন্দিৰৰপৰা আহি কথাবোৰ শুনিলো, মোৰ খং উঠাৰ লগতে বৰ দুখ লাগিছিল।

ইতিমধ্যে চীনে তিব্বত পাৰ হৈ নেফাত ভাৰতৰ সীমাৰ ভিতৰত থকা ছেলাপাছত উপস্থিত হৈছেহি আৰু বিশাল সৈন্য বাহিনী ক্ৰমশঃ আগবাঢ়ি আহি আছে। এই খবৰ ৰেডিঅ' যোগে প্ৰচাৰ হোৱাৰ লগে লগে অসম নাট্য সন্মিলনৰ কৰ্মকৰ্তাসকলৰ লগতে আমাৰো চিন্তা হ'বলৈ ধৰিলে। ইফালে তেতিয়াও প্ৰতিযোগিতা শেষ হ'বলৈ আৰু দুদিন বাকী আছে। কৰ্মকৰ্তাসকলৰ ভিতৰত পৰশুৰাম বৰুৱা (ফুনু বৰুৱা), পৰাগধৰ চলিহা, তফজ্জুল আলী, ফনী শৰ্মা, বিষ্ণুপ্ৰসাদ ৰাভা, ফনী তালুকদাৰ, যোগেন চেতীয়া প্ৰমুখ্যে ব্যক্তিসকলো চিন্তান্বিত হ'বলৈ ধৰিলে। চীনা সৈন্য নেফাত প্ৰৱেশ কৰিছে তেজপুৰ পাবলৈ কেইদিন! কিৰণে নিজৰাৰ সৈতে নাটক চাবলৈ আহিছিল কিন্তু দুয়ো দূৰে দূৰে থকা বাবে আমাৰ মাজত কোনো কথা নহ'ল। সেই নিশা 'তীৰ্থ'ৰ অভিনয় সুকলমে হৈ যায়।"

বৰদেউতাৰ কথাবোৰৰ ৰস আস্বাদন কৰোতে মই বাৰে বাৰে গতি কৰিছিলো সেই সময়বোৰলৈ। কথাবোৰে একোটা দৃশ্য হৈ মোৰ চকুৰ আগত ধৰা দিছিল। আচলতে, জীৱনটোৱেই বিচিত্ৰ যাত্ৰাৰ আধাৰ! বৰদেউতাৰ আত্মকথাৰ একোটা অধ্যায়ে মোৰ মাজত উপলব্ধিতা দুগুণে বঢ়াই তুলিলে।

বৰদেউতাই কৈছিল—'তীৰ্থ' নাটৰ অভিনয় সুকলমে হৈ যোৱাৰ পিছদিনা ৰাতিপুৱাৰে পৰা চীনা আক্ৰমণক লৈ গভীৰ উৎকণ্ঠাৰ মাজেৰে দিনটো অতিবাহিত হ'ল। সেই নিশা প্ৰতিযোগিতাৰ শেষ নিশা। ইতিমধ্যে চীনা সৈন্য অগ্ৰসৰ হৈ আহি আছে তথাপিও কৰ্মকৰ্তাসকলে প্ৰতিযোগিতাখন সুকলমে পাৰ কৰাত ব্যস্ত। সেইদিনা দিনত এখন আলোচনা চক্ৰৰ আয়োজন কৰা হৈছিল য'ত ফনী শৰ্মা, বিষ্ণু ৰাভা, ফুনু বৰুৱা প্ৰমুখ্যে ব্যক্তিসকলে ভাগ লৈছিল। ফনী শৰ্মা আৰু বিষ্ণু ৰাভা ডাঙৰীয়াই বক্তৃতাৰ মাজতে ইজনে সিজনক ধেমালি কৰা দৃশ্য নেদেখিলে কল্পনা কৰিব

নোৱাৰি। এই দুজন বিশাল ব্যক্তিত্বৰ অধিকাৰী কেনে অভিন্ন হৃদয়ৰ আছিল! সেই নিশা নাট শেষ হওঁতে বহু পলম হৈছিল। আন আন দলসমূহৰ নাটসমূহ চোৱাৰ পিছত আমাৰ পৰিচালক শৈলদাই আমাৰ নাটকখনত যথেষ্ট প্ৰশংসা কৰি কৈছিল- 'আমি পুৰস্কাৰ পামেই।' পিছৰদিনা আবেলিতে পুৰস্কাৰ বিতৰণৰ অনুষ্ঠান অনুষ্ঠিত হৈছিল কাৰণ সেই নিশায়েই প্ৰায়ভাগ দলেই দিহা-দিহি যোৱাৰ কথা। উজনিৰ দলবোৰে নিজ নিজ প্ৰতিনিধি থৈ ইতিমধ্যে দিনৰ ভাগতে গৈছিলগৈ। ইফালে ৰেডিঅ'যোগে প্ৰচাৰ হৈছিল চীনা সৈন্য আহি অৰুণাচল টাৱাং পোৱাহি খবৰ। আমাৰ মনত ভীষণ আশংকাই দেখা দিছিল। পৰাগধৰ চলিহা, ফুনু বৰুৱা আদি কৰ্মকৰ্তাসকল ব্যস্ত হৈ পৰিছিল সুকলমে নাট্যদলসমূহক ঘূৰাই পঠোৱাৰ কামত। নাটকৰ ফলাফলত যেনিবা আমাৰ নাটকখনে দলগত হিচাপে দ্বিতীয় স্থান অধিকাৰ কৰিলে। সময়ত পুৰস্কাৰ, মানপত্ৰ আৰু উচ্চ প্ৰশংসাৰে আমাক ভৰাই তুলিলেও এবুকু আশংকালৈয়ে সেই নিশা আমি গুৱাহাটী অভিমুখী ৰেলত উঠিলো।

গুৰুতৰ চীনা আক্ৰমণ আৰম্ভ হ'ল। ভাৰতৰ সীমাৰ ভিতৰত এখনৰ পিছত আনখন ঠাইৰ পতন হ'বলৈ ধৰিলে। ইতিমধ্যে আমিও আহি গুৱাহাটী পালোহি। টাৱাঙৰ পিছত চীনা সৈন্যৰ হাতত বমডিলাৰ পতন ঘটিল। চীনা সৈন্যৰ আক্ৰমণ ক্ৰমাত আগবাঢ়ি আহি থাকিল। তেজপুৰৰ বাসিন্দাসকলৰ মাজত আশংকাই দেখা দিলে। তেজপুৰবাসীয়ে অসমৰ বিভিন্ন ঠাইলৈ ঘৰবাৰী এৰি গুচি গ'ল, তেজপুৰ চহৰখনেই প্ৰায় শূন্য হৈ পৰিল। বাতৰি কাকতত পঢ়া মনত পৰে তেজপুৰ কোষাগাৰৰ টকাসমূহ কাষতে থকা পদুমপুখুৰীত পেলাই দিছিল, মানসিক চিকিৎসালয়ৰ ৰোগীসমূহক চিকিৎসালয়ৰ পৰা এৰি দিছিল। গা শিয়ৰি উঠা পৰিৱেশ। এনে এক ভয়ানক পৰিস্থিতিত কিৰণহঁতৰ পৰিয়ালটো গুৱাহাটীলৈ আহি কিৰণৰ বাইদেৱেক গিৰিৰ ঘৰত আছিলহি। ইয়াৰ মাজতে পুনৰ কিৰণৰ সৈতে মোৰ যোগাযোগ হয় আৰু আমাৰ ভুল বুজাবুজিৰ অন্ত পৰে। মই ৰাতিপুৱাৰে পৰা ৰাতিলৈকে বিশ্ববিদ্যালয়ৰ শ্ৰেণীত ব্যস্ত হৈ থাকিব লগাত কিৰণ গুৱাহাটীত থাকিলেও লগ পোৱাটো কমি আহে যদিও

কেতিয়াবা বন্ধ বাৰত গিৰি বাইদেউহঁতৰ ঘৰতে সকলোৰে উপস্থিতিত কিৰণক লগ পাবলৈ ধৰিলো। সেই সময়তে কণমানি শিশু নীপাই গিৰি বাইদেউৰ কোলা শোভিত কৰিছিল।

ক্ৰমে চীনা আক্ৰমণে সাম কাটিলে। সকলো নিজ নিজ ঠাইলৈ ঘূৰি যাবলৈ সাজু হোৱাৰ দৰে কিৰণহঁতো তেজপুৰলৈ যাবলৈ ওলাল। মনটো বেয়া লাগিছিল তথাপি সময়ত পৰস্পৰে পৰস্পৰৰ সম্বন্ধ অটুত ৰখাৰ প্ৰতিশ্ৰুতিৰে কিৰণে মোৰ পৰা বিদায় ল'লে। কিৰণে বি এ পাছ কৰাৰ পিছত এম এ নপঢ়িলে তাৰ পৰিবৰ্তে চাকৰিৰহে চেষ্টা কৰিলে।

আচলতে এতিয়া ভাবো এইখিনিলৈকে মই সম্পূৰ্ণ মুক্ত হৈ মোৰ অভিনয়, পঢ়া-শুনা বা আন সকলো কৰ্মহঁ কৰি গৈছিলো। কিন্তু তাৰ মাজতে আহি পৰা এটা ঘটনাই মোৰ জীৱনৰ গতিটোৱেই সলনি কৰি দিলে।

মনত পৰিছে আন দিনাৰ দৰে সেইদিনাও মই বিশ্ববিদ্যালয়ৰ শ্ৰেণীসমূহ কৰি ঘৰ পাইছোহি। দেউতা দিনটোৰ বেছিভাগ সময় বাৰাণ্ডাৰ আৰামী চকীখনত বহি থকাৰ দৰে সেইদিনাও বহি আছিল। গেটখন খুলিয়েই মন কৰিলো দেউতা কোনো গভীৰ চিন্তাত নিমগ্ন হৈ আছে। ওচৰ পাই দেখো দেউতাৰ দুচকুৰে ববলৈ ধৰিছে ধাৰাসাৰ লোতক। মই কি হৈছে সোধাত তেওঁ ক'বলৈ ইচ্ছা কৰা নাছিল। বাৰে বাৰে জোৰ দি সোধাত যেনিবা শোকভৰা কণ্ঠৰে ক'লে- 'আজি দিনটোত ঘৰ চলাবলৈ মোৰ হাতত এপইচাও নাই'। দেউতাৰ কথাষাৰে মুহূৰ্তৰ ভিতৰতে মোৰ অন্তৰখন চুই গ'ল। মই দেউতাক পাৰোঁ মানে বুজনি দি নিজ কোঠাটোলৈ আহিলো। দেউতাৰ সেই অসহায় মুহূৰ্তটোৱে মোক ভীষণ চিন্তিত কৰি তুলিলে। বাৰে বাৰে মনলৈ আহিল দেউতাই কিদৰে পেঞ্চনৰ টকাকেইটাৰ লগতে দাদাহঁতে আগবঢ়োৱা টকাকেইটাৰে ঘৰ চলায়, তাতে মা একাংঙ্গি ৰোগত পৰি শয্যাশায়ী, ঘৰখনত দিনে দিনে বাঢ়ি অহা খৰচৰ কথাবোৰ আছিলেই!

সেইনিশা মোৰ চকুলৈ অলপো টোপনি নাহিল। প্ৰতি মুহূৰ্ততে

দেউতাৰ কৰুণ মুখখন মোৰ অন্তৰত ভাহি থাকিল। এনেকৈয়ে ৰাতিপুৱাল। গোটেই নিশা চিন্তাৰ অন্তত মই এক সিদ্ধান্তত উপনীত হ'লো যে ঘৰখনৰ এনে এটা পৰিস্থিতিত মই আৰু পঢ়ি থকাৰ সকাম নাই। যিমান সোনকালে পাৰো সামান্য উপাৰ্জন কৰি হ'লেও দেউতাৰ সংসাৰ চলোৱাৰ বোজা পাতল কৰিব লাগিব।

মা, দেউতাক এই বিষয়ে একো নজনাই পিছদিনাৰপৰা মাত্র মই চাকৰিৰ সন্ধানত থাকিলো। যদিও বিশ্ববিদ্যালয়ৰ শ্রেণীসমূহলৈ যাওঁ তথাপি পঢ়া কথাবোৰ মোৰ গৌণ হৈ চাকৰিৰ চেষ্টাহে মুখ্য বিষয় হিচাপে ধৰা দিলে। য'তে যেনেকৈ পাৰো সাক্ষাৎকাৰ দিবলৈ আৰম্ভ কৰিলো। চাহ বাগানৰ এছিষ্টেণ্ট মেনেজাৰ চাকৰিৰ বাবে সাক্ষাৎকাৰত বহিলো। ভাৰত চৰকাৰৰ ফিল্ম ডিভিজনে তেওঁলোকৰ ড'কুমেণ্টৰী ছবিবোৰত অসমীয়া ভাষাত ধাৰা বিৱৰণী দিবৰ বাবে ধাৰাভাষ্যকাৰ চাকৰিৰ বাবে প্রার্থী বিচাৰি জাননী দিয়াত সেই চাকৰিৰ বাবেও আবেদন কৰিলো। কলিকতাৰ বিখ্যাত কোম্পানী 'মেটেল বক্স' আৰু 'জাৰদিন এণ্ড হেণ্ডাৰচনতো' আবেদন কৰি সাক্ষাৎকাৰৰ বাবে কলিকতালৈ গ'লো। প্রতিদিনে 'আসাম ট্রিবিউন' কাকতত প্রকাশিত চাকৰিৰ বিজ্ঞাপন পৃষ্ঠা চোৱাটো তেতিয়া মোৰ এক অভ্যাসত পৰিণত হৈছিল।

মোৰ এই চাকৰিৰ চেষ্টাক বহুতেই বিভিন্ন ধৰণে ব্যাখ্যা দিবলৈ ধৰিলে- মই হেনো কিৰণৰ সৈতে সোনকালে সংসাৰ কৰিবলৈ ওলোৱাৰ বাবেই এনে ধৰণে পঢ়া-শুনালৈ পিঠি দি একাণপতীয়াকৈ চাকৰিৰ বাবে চেষ্টা কৰিছো। মই হেনো তত্ নোহোৱাকৈ কিৰণৰ সৈতে বিয়াত বহিব খুজিছো ইত্যাদি ইত্যাদি। এই কথাবোৰ মোৰ এখন কাণেদি সোমাই আনখন কাণেদি ওলাই গ'ল। কাৰণ মই জানো, মই কি পৰিস্থিতিৰ সন্মুখীন হৈ স্নাতকোত্তৰৰ ষষ্ঠ বাৰ্ষিকৰ ছাত্র হৈয়ো বিভিন্ন চাকৰিৰ বাবে চেষ্টা কৰিছিলো। তাৰ মাজতে মধুচয়নিকাই অনুষ্ঠিত কৰা ৰূপকোঁৱৰ জ্যোতিপ্রসাদ আগৰৱালা দেৱৰ 'লভিতা' নাটকত্ কেপ্টেইন বৰুৱাৰ চৰিত্ৰত অভিনয় কৰো।

সেই একে বছৰত 'প্রগতি শিল্পী সংঘ'ই জিলা পুথিভঁৰালত অৰুণ

শৰ্মাৰ 'জিনটি' নাটকখন পুনৰ মঞ্চস্থ কৰিবলৈ ল'লে। ইতিমধ্যে ড° ভূপেন হাজৰিকাদেৱৰ 'শকুন্তলা' ছবিখনত দুষ্মন্তৰ চৰিত্ৰ ৰূপদান কৰা নগাঁৱৰ পৱিত্ৰ বৰকাকতি বেছ জনজাত হৈ পৰিছে। আনহাতে 'মণিৰাম দেৱান'কে আদি কৰি কেইবাখনো কথাছবিৰ জৰিয়তে জনমানসত প্ৰতিষ্ঠা লাভ কৰিছে ডিব্ৰুগড়ৰ নৃত্যশিল্পী ৰেখা বৰাই। তেওঁলোক দুয়োকে কেপ্টেইন লুইত আৰু জিনটি চৰিত্ৰ ৰূপায়ণৰ বাবে বাছনি কৰা হৈছিল। কেপ্টেইন দীপক সেইবাৰ ধীৰু ভূএগ্ৰা আৰু আন আন চৰিত্ৰত নিলু চক্ৰৱৰ্তী, ধীৰেন দাস, ধ্বজেন দাস আদি আছিল। পৰিচালক শৈল বৰুৱা। মই চাৰিওফালে চাকৰিৰ চেষ্টা কৰি আছো বুলি জানি শৈলদাই মোক এইবাৰ ভাও দিয়া নাই। ইফালে এইবাৰ 'জিনটি' নাটখন নামী শিল্পীৰ দ্বাৰা অভিনীত হ'ব বুলি জানি অলপ নিলগে নিলগে আছিলো। নাটখন জিলা পুথিভঁৰালত অভিনীত হ'ব যদিও আখৰা হৈছিল 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'ত।

মই চাকৰিৰ সাক্ষাৎকাৰৰ বাবে কলিকতালৈ যাম। বিমানৰ টিকট হৈ গৈছে। পৱিত্ৰ বৰকাকতি, ড° ভূপেন হাজৰিকাদেৱৰ পৰৱৰ্তী কথাছবি 'প্ৰতিধ্বনি'ৰ 'মানিক ৰাইটং' চৰিত্ৰৰ বাবে চুক্তিবদ্ধ হৈছে। 'জিনটি' মঞ্চস্থ হোৱা দুদিনৰ পিছত 'প্ৰতিধ্বনি'ৰ দৃশ্য গ্ৰহণৰ বাবে পৱিত্ৰ বৰকাকতি যোৱা কথা। সেই মতে মিলায়েই পৱিত্ৰই 'জিনটি'ৰ অভিনয়ৰ বাবে মত দিছে। এনেতে হঠাৎ ভূপেনদাই শ্বিলঙৰ লোকেচনৰ পৰা পৱিত্ৰক মাতি পঠালে 'প্ৰতিধ্বনি'ৰ দৃশ্যগ্ৰহণৰ দিন আগবঢ়া বুলি। তাৰ পিছদিনাই গাড়ীও পঠালে তেওঁক শ্বিলঙলৈ নিবলৈ। কথাবাৰ সকলোৰে মূৰত সৰগ ভাগি পৰাৰ দৰে হ'ল। ইফালে নাটকৰ বাবে নিমন্ত্ৰণী পত্ৰ দিয়াও হৈছিল। নাটকখন পিছুৱালেও সংঘটোৰ বদনাম।

শৈলদা, ধীৰু আমাৰ ঘৰ পালেহি। কেপ্টেইন লুইত চৰিত্ৰটোত মই অভিনয় কৰিব লাগে। ইফালে মই পিছদিনা ৰাতিপুৱাতে কলিকতালৈ যাম আৰু নাটকৰ আগদিনা অৰ্থাৎ চূড়ান্ত আখৰাৰ দিনাহে গুৱাহাটী পামহি। সেয়ে মোৰ অসুবিধাৰ কথা বুজাই ক'লো। শৈলদাৰ মোৰ ওপৰত অগাধ বিশ্বাস থকা কাৰণেই নেকি ক'লে যে মই পাৰিম। সংঘৰ এই বিপদৰ সময়ত দুবছৰৰ আগতে এই 'জিনটি' নাটকখনতেই সাধন

হাজৰিকাৰ ঠাইত এনিশা কেপ্টেইন দীপকৰ চৰিত্ৰ সুকলমে অভিনয় কৰাৰ কথা মনত পৰিল। ঠিক হ'ল যে সেইনিশা মই কেপ্টেইন লুইতৰ আখৰা কৰি, নাটকখন মই কলিকতালৈ লৈ যাম বচন মুখস্থ কৰিবৰ বাবে আৰু চূড়ান্ত আখৰাৰ দিনা কলিকতাৰ পৰা ঘূৰি আহিহে আখৰা কৰিম। সকলোৱে স্বস্তিৰ নিশ্বাস পেলালে।

সেই সন্ধ্যা মই আখৰা কৰি পিছদিনা কলিকতালৈ বুলি যাত্ৰা কৰিলো। যাওঁতে বিমানত নাটকৰ বচন আঁওৰাই গ'লো। কলিকতা পাই কলেজ স্কোৱেৰৰ কাষত সূৰ্যসেন ষ্ট্ৰীটত অৱস্থিত 'আইডিয়েল হোম' হোটেলত গৈ নামিলোগৈ। এই হোটেলখনত সেই সময়ত অসমৰ পৰা যোৱা অধিকাংশ লোকেই থাকে। আগে-পিছে আহিলেও মই এই হোটেলখনতেই থাকো। দুটা কথাৰ বাবে মই এই হোটেলখনত থাকি ভাল পাওঁ। প্ৰথম কথাটো হ'ল ছয়-সাত মহলীয়া হোটেলখনৰ তলতে এজন বুঢ়া মানুহ অতিথিসকলক আদৰিবৰ বাবে বহি থাকে। অতিথি এজন আহিলেই তেওঁ চিৰিয়েদি ওপৰলৈ উঠাৰ সময়ত এই হোটেলখনৰ ইতিহাস, নবীন চন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন, গোপীনাথ বৰদলৈৰ পৰা আৰম্ভ কৰি লক্ষ্যধৰ চৌধুৰীলৈকে যিসকল লোক অসমৰ পৰা গৈ তাত থাকে তাৰ এক চাক্ষুষ বিৱৰণ দি মেনেজাৰ বহা কোঠালিটোলৈ লৈ যায়। মোৰ সেই সময়ত এনে লাগে যেন কোনো বাংলা কথাছবিত দেখাৰ দৰে কোনো এক জমিদাৰৰ অট্টালিকাৰ দ্বাৰৰক্ষী এজনে নিশা হাতত লেম এটা লৈ ৰাতিৰ অতিথিজনক চিৰিয়েদি গৈ থাকোতে সেই জমিদাৰৰ বংশৰ অতীত পৰম্পৰাহে কৈ গৈছে! দ্বিতীয়টো কথা হ'ল- ইয়াৰ খাদ্যবোৰ বৰ জুতি লগা। সচৰাচৰ কলিকতালৈ আহিলে ইয়াত থকা দিনকেইটাৰ প্ৰায় প্ৰত্যেক সন্ধ্যা হোটেলৰপৰা কিছু দূৰৈত থকা ৰংমহল, বিশ্বৰূপা, ষ্টাৰ আদি প্ৰেক্ষাগৃহত বাংলা নাটক চোৱাটো মোৰ এক অভ্যাসেই আছিল। কিন্তু সেইবাৰ সেইটো হৈ নুঠিল। সেইদিনা হোটেল পাই ক'লৈকো ওলাই নগ'লো। চাকৰিৰ ইণ্টাৰভিউ আৰু 'জিনটি' নাটকৰ বচন মুখস্থ দুয়োটা সমানেই মোৰ বাবে গুৰুত্বপূৰ্ণ আছিল। প্ৰথমতে ইণ্টাৰভিউৰ বাবে পঢ়িব লগাখিনি পঢ়ি শেষ কৰিলো আৰু তাৰ পিছত কেপ্টেইন লুইতৰ বচন

আঁওৰোৱাত লাগিলো। পিছদিনা পুৱা সোনকালে উঠি বচন অলপ আওৰাই, পুনৰ ইণ্টাৰভিউৰ প্ৰস্তুতি চলাই, ওলাই গ'লো ইণ্টাৰভিউলৈ। প্ৰায় আবেলিলৈকে লিখিত আৰু মৌখিক সাক্ষাৎকাৰ হ'ল। যাওঁতে বেগত 'জিনটি' নাটকখনো লৈ গ'লো। সাক্ষাৎ গ্ৰহণৰ স্থানত প্ৰাৰ্থীসকলে বিভিন্ন ধৰণৰ প্ৰশ্নৰ উত্তৰ পঢ়াত ব্যস্ত। মই কিন্তু সাক্ষাৎ গ্ৰহণৰ সময়খিনিত সম্পূৰ্ণ ভগৱানৰ ওপৰত এৰি দি একান্ত মনে নাটকৰ বচন আঁওৰোৱাত ব্যস্ত হ'লো। সময়ত মোক মাতিলে, ভিতৰলৈ গ'লো, সাক্ষাৎকাৰ সমাপ্ত হ'ল। সাক্ষাৎকাৰো ভাল হোৱা যেন অনুভৱ কৰিলো। হোটেললৈ আহি একান্তমনে পুনৰ বচন আঁওৰোৱাত লাগিলো। পিছদিনা গুৱাহাটীলৈ উভতি আহিম সেয়েহে বেছ নিশালৈকে হোটেলৰ আছুতীয়া কোঠালিটোত দুৱাৰ বন্ধ কৰি বচন আঁওৰোৱাত ব্যস্ত হ'লো।

পিছদিনা বিমানেৰে গুৱাহাটীলৈ আহি থাকোতে তাতো বচন আঁওৰোৱাত লাগিলো। ইফালে শৈলদা প্ৰমুখ্যে সংঘৰ আনসকল সদস্য চিন্তিত হৈ আছিল মই ঠিক সময়ত আহি পামহিনে নাপাওঁ। কাৰণ সেইদিনা নাটকৰ চূড়ান্ত আখৰা আৰু পিছৰ দুদিনত নাট মঞ্চস্থ হ'ব। আনকি মই ঘৰ আহি পোৱাৰ খবৰটো জনাবৰ বাবে সংঘৰ দুজন সদস্যই আলেঙে আলেঙে খবৰ লৈ আছিলহি। মই ৰিক্সাৰ পৰা নমাৰ লগে লগে বিজুলী সঞ্চাৰে তেওঁলোকে সকলোকে খবৰ দিলেগৈ মই যে আহি পাইছোঁহি।

সন্ধ্যা চূড়ান্ত আখৰা আৰম্ভ হ'ল। দুই-এটা খোকোজা লগাৰ বাহিৰে আখৰা ভালেই হ'ল। শৈলদাই শেষ মুহূৰ্তৰ কেইটামান কথা আৰু একচন বুজাই পুনৰ বচনখিনি ভালকৈ মুখস্থ কৰিবলৈ ক'লে। সেই নিশা আৰু পিছদিনা পুৱা মাত্ৰ নাটকৰ বচন আঁওৰোৱায়ে আছিল মোৰ মুখ্য কাম। আমাৰ বাবে মিলিটেৰী পোছাক পৰিচ্ছদসমূহ গোটাই দিয়াৰ ভাৰ পৰিছিল বন্ধু তৰুণ শৰ্মা (টিনু)ৰ ওপৰত। কাৰণ সেইখিনি সময়ত টিনুৱে নাৰেংগী সামৰিক ছাউনীত ঠিকা কৰে। যথা সময়ত ৰূপ-সজ্জাত বহা হ'ল। সাজ-সজ্জাৰ বাবে আহি মই আৰু ধীৰুৱে এটা ডাঙৰ সমস্যাত পৰিলো। টিনুৱে যুগুতাই দিয়া পোছাকযোৰ পিন্ধাৰ লগে লগে ঘাম শুকাই যোৱা এটা

ভেকেটাভেকেট গোন্ধে আমাক বৰ আমনি কৰিবলৈ ধৰিলে। পিছত বুজা গ'ল টিনুক যিসকলে ছাউনীৰ পৰা পোছাকখিনি দিলে সেইখিনি তেওঁলোকে ধোবাক দিবলৈ থোৱা পোছাক আছিল। অলপ পিছতেই নাটক আৰম্ভ হ'ব, আন পোছাক যোগাৰ কৰিবলৈকো সময় নাই। সেয়েহে কোনো উপায় নাপাই তাকে পিন্ধিলো। যথা সময়ত নাটক আৰম্ভ হ'ল। নাটকৰ অভিনয় ভালেই হ'ল কিন্তু ধীৰু আৰু মোক মাজে মাজে পোছাকযোৰৰ ভেকেটা-ভেকেট গোন্ধটোৱে ভীষণ অসুবিধাত পেলালে।

মই আৰু ধীৰুৱে ঠিক কৰিলো যে এই পোছাক পিন্ধি পিছৰ নিশা আমি অভিনয় কৰিব নোৱাৰিম। সেয়েহে ৰাতিপুৱাতে ধীৰু মোৰ তালৈ আহিব আৰু আমি আগবেলাতেই পোছাকখিনি গোটাম। সেই সময়ত বৰ্তমান কটন কলেজৰ অধ্যক্ষৰ চৰকাৰী বাসভৱনটো সেনা বাহিনীৰ ছাব এৰিয়া হেড কোৱাৰ্টাৰৰ কাৰ্যালয় আছিল। তাৰ ভাৰপ্ৰাপ্ত বিষয়া আছিল বিগ্ৰেডিয়াৰ লাহিড়ী। অসমৰে বাসিন্দা আৰু তেওঁ জীৱনৰ এছোৱা সময় অসমতে কটাইছে। সেয়ে তেখেতক লগ ধৰাৰ বাবে আমি পাণবজাৰলৈ বুলি আগবাঢ়িলো। সামৰিক বাহিনীৰ নিয়ম অনুসাৰে আমি ব্ৰিগেডিয়াৰ লাহিড়ীক লগ ধৰি আমাৰ কথাখিনি ক'লো। তেখেতে আন দুগৰাকী মেজৰ আৰু কেপ্টেইনক মাতি আনি সামৰিক নিয়ম অনুসৰি পোছাক দিয়াৰ নিয়ম আছেনে নাই আলোচনা কৰিলে। আলোচনাৰ অন্তত সংঘৰ সভাপতি আৰু সম্পাদকৰ স্বাক্ষৰেৰে ব্ৰিগেডিয়াৰ লাহিড়ীৰ পদটোক সম্বোধন কৰি এখন চিঠি লৈ আমি দুপৰীয়া তেখেতসকলৰ মেছলৈ আহি পোছাক পৰিচ্ছদখিনি সংগ্ৰহ কৰিবলৈ ক'লে।

সাধাৰণতে মই নাটক মঞ্চস্থৰ কেইদিন দুপৰীয়া পাতল আহাৰ গ্ৰহণ কৰিছিলো। সেয়েহে দুপৰীয়া ৰুটী তৰকাৰী খাই ধীৰুৰ সৈতে সেনাৰ মেছলৈ বুলি গ'লো। তেতিয়া তেখেতসকলৰ 'অফিচাৰ্ছ মেচ'টো উলুবাৰীৰ লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱৰ বাসগৃহৰ দক্ষিণ ফালে থকা তেখেতসকলৰ পৰিয়ালৰেই ঘৰ এটাত ভাড়া লৈ আছিল। আমিগৈ পাওঁতে তেখেতসকল কাৰ্য্যালয়ৰ পৰা দুপৰীয়াৰ আহাৰৰ বাবে আহি পাইছেহি। আমাকো আহাৰ গ্ৰহণ কৰিবলৈ অনুৰোধ কৰিলে। আমি ধন্যবাদ

জনাই খাই অহাৰ কথা ক'লো আৰু লগত লৈ যোৱা সংঘৰ চিঠিখন ব্রিগেডিয়াৰ লাহিড়ীক দিলো। ইতিমধ্যে আমি দেখা পালো জিন, হুইস্কি, ৰাম আদি গুৰু পানীয়ৰ বটল, আইছ বক্স, লাইম কৰদিয়েল, চ'দা, পানী আদিৰ বটল আৰু বহুকেইটা গিলাছ ট্রলী এখনত লৈ বেহেৰা এজন আহি আমাৰ মাজত সেইখিনি থৈ গিলাছবোৰত প্রত্যেককে সুধি সুধি পানীয় ঢালিবলৈ ধৰিলে। সন্মুখত এক বিপদৰ সংকেত দেখি মই আৰু ধীৰুৱে চোৱা-চুই কৰিলো। আমি আমাৰ অসুবিধাৰ কথা তেখেতসকলক জনালো মঞ্চখনক যে আমি পূজা কৰো আৰু নিচাযুক্ত দ্রব্য সেৱন কৰি যে আমি মঞ্চত নুঠো আৰু আমিও তেখেতসকলৰ দৰে নিয়মানুৱৰ্তিতাৰ মাজত থাকি নাটক কৰো এইবোৰ বিষয়ে এটি সৰু-সুৰা বক্তৃতা দিলো। আমাৰ কথা শুনি তেখেতসকলে ক'লে যে আমি যদি তেখেতসকলৰ লগত পানীয় গ্রহণ নকৰো তেনেহ'লে তেখেতসকলক অপমান কৰা হ'ব। আমাৰ প্রধান উদ্দেশ্য হ'ল পোছাক পৰিচ্ছদখিনি অনা। সেয়ে দুয়ো কুল ৰক্ষা কৰি তেখেতসকলৰ সৈতে এক পেগ লোৱাতো ঠিক হ'ল। তেতিয়াও নাটকলৈ পাঁচ ঘণ্টাৰ ওপৰ সময় আছে। বিভিন্ন কথা-বতৰা, নাটকৰ কাহিনী, চৰিত্ৰায়ন সম্পৰ্কে আলোচনা হ'ল। ইতিমধ্যে প্রত্যেকৰে গিলাছৰ পানীয় শেষ হৈ আহিছে পুনৰ তেখেতসকলে দ্বিতীয়টো পেগ ল'বলৈ জোৰ কৰিলে। আমি কোনোপধ্যেই বুজাব পৰা নাই যে আমাৰ অসুবিধা আছে। নাটকৰ সময়ত আমাৰ জ্যেষ্ঠজন থাকে তেখেতসকলৰ সন্মুখত আমি বিপদত পৰিম। সামৰিক বিষয়াসকলৰ এটা ধাৰণাই আছিল যে অভিনয় শিল্পীসকলে নিচা নকৰিলে অভিনয় কৰিব নোৱাৰে। আমি বুজাওঁতে যথেষ্ট কষ্ট হৈছিল যে এটা সময়ত হয়তো আছিল সেইদিন এতিয়া আৰু নাই। অতিপাত জোৰ কৰাৰ পিছত আমি দ্বিতীয়টো পেগ ল'ব লগা হ'ল। ধীৰুক মই ইংগিত দিলো যে এইবাৰ আমি কিন্তু উঠিম। গোটেইকেইজন সামৰিক বিষয়া আমাৰ চাৰিওফালে এনেকৈ বহি আছে যে কাষতে থকা ফুলৰ টাবটোত পানীয়খিনি পেলাই দিবলৈকো উপায় নাই। দ্বিতীয়টো পেগ শেষ হোৱাৰ পিছত আমি তেখেতসকলক পোছাক-পৰিচ্ছদখিনি দিবলৈ অনুৰোধ কৰিলো। ইতিমধ্যে বিষয়াসকলৰ তিনি-

চাৰিটা পেগ লোৱা হৈ গৈছে। তেখেতসকল এইবাৰ উঠি এফালৰপৰা বিষয়াসকলৰ ৱাড্ৰব'ববোৰ খুলি আমাৰ পছন্দমতে পোছাক ল'বলৈ ক'লে। আমাৰ চকু কপালত উঠিল। ইমানবোৰ ইষ্ট্ৰিকৰা নতুন নতুন পোছাক কোনযোৰ লওঁ, কোনযোৰ থওঁ! আমাৰ জোখত হোৱা একোযোৰকৈ পোছাক আৰু লগত সামৰিক বিষয়াৰ আন আন আচবাববোৰ লৈ তেখেতসকলক নাটক চাবলৈ নিমন্ত্ৰণী পত্ৰ দি আমি বিদায় ল'লোঁ। এতিয়া বিপদ হ'ল জ্যেষ্ঠসকলে আৰু অভিনেত্ৰী ৰেখা বৰাই যদি গম পায় বৰ বেয়া কথা হ'ব। সেই কথা ভাবি-গুণি আহি উজান বজাৰ বাৰোৱাৰীৰ কাষ পাওঁতে ধীৰুৰ মনত পৰিল যে দাড়ী খুৰাবলৈ তাৰ আছেই। সি চেলুন এখনত দাড়ী খুৰাবলৈ সোমাল। মই পোছাক পৰিচ্ছদখিনি লৈ ৰিক্সাখনতে বহি আছো। ইতিমধ্যে উলুবাৰীৰ পৰা উজান বজাৰলৈ ৰিক্সাৰে আহোতে বতাহ লাগি অলপ অলপ নিচাৰ ভাব হৈছে, ভয়ো লাগিছে। ধীৰুক ঘৰত নমাই, তাক ৰূপসজ্জাৰ বাবে যাবলৈ সাজু হ'বলৈ কৈ মই ঘৰ পালোহি। দেউতা সন্মুখৰ বাৰাণ্ডাৰ আৰামী চকীখনত বহি আছে, সেয়ে তেখেতৰ কাষেদি নগৈ ভিতৰলৈ যোৱা আন এটা বাটেৰে গাধোৱা ঘৰত সোমাই মূৰত পাৰেমানে ঠাণ্ডা পানী ঢালি গাটো ধুলো। মূৰত ঠাণ্ডা পানী ঢলাত হয়তো মূৰৰ ৰিম্‌জিম ভাবটো সাম কাটিল। গাটো ভাল লাগিল। গৰমকৈ চাহ একাপ খাই যাবলৈ সাজু হৈ মনত পৰিল যদি মুখত গোন্ধ পায়? সেইখিনি সময়ত কোনোবাই কোৱা শুনিছিলো নিচাৰ গোন্ধ মুখৰ পৰা আঁতৰাবলৈ হ'লে শুকান চাহপাত চোবাই মুখখন ধুই পেলাব লাগে। কথাটো মনত পৰি সেই ধৰণে কৰি ধীৰুক লৈ যাওঁ বুলি সিহঁতৰ ঘৰলৈ আগবাঢ়িলো। গৈ পাই মোৰ মূৰ ঘূৰাই যোৱাৰ দৰে অৱস্থা হ'ল। ধীৰুক মই যি ভাগে নমাই থৈ গৈছিলো সেইভাগেই বাৰাণ্ডাৰ বেতৰ ডাঙৰ চোফাখনত পৰি সি টোপনিত লালকাল। ইফালে ৰূপ-সজ্জাত বহাৰ সময় হৈ আহিছে।

ধীৰুক ততাতৈয়াকৈ জগাই গা ধুবলৈ পঠালো আৰু জিলা পুথিভঁৰাললৈ বুলি ৰাওনা হ'লো। মোৰ নিচা প্ৰায় কাটি আহিছে। ধীৰুৰ তেতিয়াও আছে। সি গগলছ জোৰ পিন্ধি লৈছে। জিলা পুথিভঁৰাল গৈ

পাই দেখো যুগল দাস দাদা আৰু নিলু চক্ৰৱৰ্তী দুয়ো ৰূপসজ্জাত ব্যস্ত। যুগল দাই মাতিছে- 'আহ মেক্‌আপ্ লহি'। ইফালে সৰ্বেশ্বৰ চক্ৰৱৰ্তী ডাঙৰীয়াই প্ৰেক্ষাগৃহত বহি শৈলদাৰ লগত আলোচনা কৰি আছে। এখেতসকলৰ সন্মুখত আজি ধৰা পৰি যাম নেকি ভাবি অণ্ঠ-কণ্ঠ শুকাই গৈছে। মনে মনে নিলুক গোটেই ঘটনাটোৰ বিষয়ে কৈ কৌশলেৰে মোৰ আৰু ধীৰুৰ মেক্‌আপ্ নিলুৱে কৰিব বুলি যুগলদাক ক'বলৈ ক'লো। সময়ত নিলুৱেই আমাৰ মেক্‌আপ্ কৰিলে। যুগলদাৰ পৰা বাৰু ৰক্ষা পালো কিন্তু কঠোৰ নিয়মানুৱৰ্তিতাৰ মাজত থকা সৰ্বেশ্বৰ চক্ৰৱৰ্তী ডাঙৰীয়াৰপৰা হাত সাৰিবলৈ সেইদিনা দূৰে-দূৰে থাকিবলৈ চেষ্টা কৰিলো।

নাট মঞ্চস্থৰ আগে আগে অভিনেত্ৰী ৰেখা বৰাক কথাটো বুজাই ক'লো কাৰণ মোৰ আৰু ধীৰুৰ বেছিভাগ অভিনয় ৰেখাৰ লগত। আমি যদি কথাবোৰ নকওঁ কেনেবাকৈ ৰেখাই মুখৰ পৰা গোন্ধ পালে কথাটো বৰ বেয়া হ'ব। ৰেখাক কথাবোৰ কোৱাত যেনিবা বুজিলে। লগতে ৰগৰ কৰি জ্যেষ্ঠসকলক কৈ দিব বুলিও ভয় খুৱালে। নাট মঞ্চস্থৰ আগে আগে আমাৰ মগজুৰ জড়তা সম্পূৰ্ণকৈ আঁতৰ হ'ল। গাটো বৰ পাতল পাতল লাগিল। কৃতকাৰ্যতাৰে দ্বিতীয় নিশাৰ অভিনয় শেষ হ'ল। মই আৰু ধীৰুৱে নাটকত ভাল অভিনয়তকৈ এটা ডাঙৰ বিপদৰপৰা হাত সাৰিলো বুলি ভাবিলো। তাৰ পিছত আৰু আজিলৈকে এই ধৰণে মঞ্চত ঠিয় হোৱা নাই।"

বৰদেউতাৰ সেই অধ্যায়ৰ কথাবোৰৰ অন্ত পৰিছিল বেলি লহিওৱাৰ লগে লগে। কথাবোৰে মোৰ মাজত অনন্য পুলক সিঁচি থৈ গ'ল। মই বাৰে বাৰে ভাবিছিলো তেতিয়াই কিদৰে তেখেতে নিষ্ঠা আৰু দায়বদ্ধতাৰ পৰিচয় দিবলৈ সক্ষম হৈছিল। যাৰ ফলশ্ৰুতি আজিৰ এই শিল্পীজন। ❑

# পাঁচ

বৰদেউতাৰ জীৱনৰ চাৰিওটা অধ্যায় বিভিন্ন সময়ত শুনাৰ পিছত যেতিয়াই পৰৱৰ্তী অধ্যায় শুনিবলৈ তেখেতৰ ওচৰলৈ গৈছিলো মোৰ মনত এটা ভাবেই ক্ৰিয়া কৰিছিল, এইবাৰো হয়তো তেখেতক মই অন্য ৰূপত আৱিষ্কাৰ কৰাৰ সুযোগ পাম। মোৰ ধাৰণা সঠিক আছিল কাৰণ তেখেতে মোক কোৱা কথাবোৰতে সেয়া পৰিষ্কাৰ হৈ পৰিছিল। জীৱনৰ এক গুৰুত্বপূৰ্ণ সময় যৌৱনৰ দিনবোৰতে বৰদেউতাই বিচাৰি পাইছিল জীৱনৰ বাস্তৱতা—যি প্ৰতি মুহূৰ্তে শিকাই গ'ল নিজস্ব দায়বদ্ধতা। জীৱনৰ অন্যৰূপ আছিল এই অধ্যায়।

বৰদেউতাই কৈছিল- "চাকৰিৰ বাবে হাহাকাৰ কৰি থাকোতেই ব্ৰিটিছ ড্ৰাগ হাউছ বোলা বিদেশী কোম্পানীটোৰ মেডিকেল ৰিপ্ৰেজেন্‌টেটিভ চাকৰিৰ বাবে মই মকৰল হওঁ। মই ডিব্ৰুগড় হেডকোৱাৰ্টাৰ হিচাপে উজনি অসম, নগাঁও জিলা, কাছাৰ জিলা, মিজোপাহাৰ, মণিপুৰ আৰু ত্ৰিপুৰাৰ বাবে চাকৰিত যোগদান কৰো। তাৰ আগতে তিনিমাহ মুম্বাইত ট্ৰেইনিং হ'য়। বৃদ্ধ দেউতা আৰু শয্যাশায়ী মাক অকলে এৰি থৈ যাব লাগিব বুলি ভাবটো আহিলেই মনটো সেমেকি গৈছিল। তথাপিও বিশ্ববিদ্যালয়ৰপৰা আহি এদিন দেখা পোৱা দেউতাৰ সেই অসহায় মুখখন, কথাবোৰ আৰু চকুলোৰ কথা মনত পৰাৰ লগে লগে মনটো দৃঢ় কৰি মুম্বাইলৈ যোৱাৰ প্ৰস্তুতি চলালো। ক্ৰমে মুম্বাইলৈ যোৱাৰ দিন ওচৰ চাপি আহিল আৰু এদিন সকলোৰেপৰা বিদায় লৈ ১৯৬৪ চনৰ এপ্ৰিল মাহত মুম্বাইলৈ বুলি ৰেলত উঠিলো।

মুম্বাইৰ 'ভিক্টোৰিয়া টাৰ্মিনাছ' ৰেল ষ্টেচনত নামি তাৰ কাষতে থকা 'ইণ্টাৰনেচনেল' হোটেল পালোগৈ। আগতীয়াকৈ যোগাযোগ কৰা এই

হোটেলখনত কেৱল মাত্ৰ নিৰামিষ আহাৰহে পৰিৱেশন কৰা হৈছিল। আমিষ আহাৰ খাবলৈ বিচাৰিলে ওচৰৰ হোটেলৰ পৰা আনিহে পৰিৱেশন কৰিব পাৰিছিল। গুৱাহাটীত থকা কালতে বাহেল বুলি আন এটা কোম্পানীৰ এজন মেডিকেল ৰিপ্ৰেজেন্‌টেটিভৰ লগত মোৰ যোগাযোগ আছিল। বাহেলেও মোৰ সৈতে একেলগে এই চাকৰিৰ বাবে ইণ্টাৰভিউ দিছিল। তেওঁ কাণপুৰৰ বাবে মকৰল হৈছিল। গুৱাহাটীতে আমি দুয়ো ঠিক কৰিছিলো যে আমি 'ইণ্টাৰনেচনেল' হোটেলতে থাকিমগৈ। মই গৈ পোৱাৰ কিছু সময় পিছত বাহেলো আহি পালেহি।

পিছদিনা পুৱা ৱালাৰ্ড ইষ্টেটত থকা ব্ৰিটিছ ড্ৰাগ হাউছৰ ভাৰতস্থ মুখ্য কাৰ্যালয়ত উপস্থিত হ'লোগৈ। হোটেলৰ পৰা কাৰ্যালয়লৈ খোজকাঢ়ি অহা-যোৱা কৰিব পাৰি। পূৰ্ণগতিত ট্ৰেইনিং আৰম্ভ হ'ল। কলকাতা, দিল্লী, আগ্ৰা, হায়দৰাবাদ আদি চহৰলৈ ইতিমধ্যে গৈছো যদিও মুম্বাইখনৰ গতিবিধি, চালচলন, আদব-কায়দাবোৰ যেন আন চহৰৰ লগত নিমিলে। সকলো ক্ষেত্ৰতে যেন মুম্বাইখন আধুনিকতা আৰু চঞ্চলতাৰ চৰম বিন্দুলৈ গতি কৰিবৰ কাৰণে ইতিমধ্যে প্ৰস্তুত হৈছে। বাৰে বাৰে ভাবিছিলো মই কি উদ্দেশ্যৰে মুম্বাইলৈ গৈছো, গুৱাহাটীৰ ঘৰখনৰ পৰিস্থিতি আৰু কিৰণৰ মুখখনে মোক এই চঞ্চলতাৰ মাজলৈ যাবলৈ নিদিলে। ট্ৰেইনিঙৰ পঢ়া-শুনা আৰু কাম-কাজ কঠিনৰ পৰা কঠিনতম হৈ আহিবলৈ ধৰিলে। নিজকে ইয়াৰ মাজত ব্যস্ত ৰাখিব লগা হ'ল।

আমি মুম্বাইত থকা কালতেই ভাৰতবৰ্ষৰ প্ৰথমগৰাকী প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰু স্বৰ্গী হয়। তেখেতৰ মৃত্যুৰ বাতৰি বিয়পাৰ লগে লগেই যেন সদ্যব্যস্ত মহানগৰীখন এখন স্থিৰ চিত্ৰৰ লেখীয়াকৈ স্তব্ধ হৈ গ'ল।

আমাৰ ট্ৰেইনিঙৰ সময়খিনিতো দৰমহা আৰু বানচ দিয়াৰ নিয়ম আছিল। প্ৰথম মাহ পাৰ হোৱাৰ পিছত দৰমহা পালো। হাতত জীৱনত প্ৰথম উপাৰ্জনৰ ধন। মনত এক বুজাব নোৱৰা অনুভূতি! টকাখিনি পোৱাৰ পিছত সেইদিনা হোটেললৈ ঘূৰি আহি বাকী টকাখিনি থৈ প্ৰথমেই আগবাঢ়িলো মুম্বাই জি পি অ'লৈ। জি পি অ' নিশা সাত বজালৈকে চলে। দেউতালৈ দুশ টকাৰ মনি অৰ্ডাৰ কৰি মনটো অজান পুলকেৰে ভৰি

উঠিল। চকু দুটা সেমেকা সেমেকা অনুভৱ কৰিলো। হয়তো আনন্দতো হ'ব পাৰে। তাৰ পৰা ঘূৰি আহি হোটেলত মাহটোৰ বাকীখিনি মাৰিবলৈ বুলি মেনেজাৰৰ ওচৰলৈ যাওঁ। তালৈ গৈ মেনেজাৰৰ কাষতে শকত আৱত মানুহ এজনে বহি কথাপাতি থকা দেখিলো। মানুহজনৰ হাতত এডাল লাঠি। মানুহজনক দেখিয়েই ভাব হ'ল যেন ক'ৰবাত সঘনাই দেখিছো। হোটেলৰ বনকৰা ল'ৰা এজনক কাষতে পাই মনে মনে সুধিলো এই মানুহজন কোন? তেওঁ ক'লে এই হোটেলৰ মালিক। হোটেলৰ মেনেজাৰজনে ইতিমধ্যে গম পাইছে যে মই অভিনয়ৰ লগত জড়িত। টকাখিনি লোৱাৰ পিছত মোক মেনেজাৰজনে সেই মানুহজনৰ লগত চিনাকি কৰি দিলে, তেখেত মহম্মদ ইউনিছ, সকলোৱে তেখেতক য়াকুব বুলি জানে। এটা যুগত তেখেত হিন্দী কথাছবিৰ অপ্ৰতিদ্বন্দ্বী অভিনেতা আছিল। বৰ্তমান তেখেত একাংঙ্গি ৰোগী হোৱাৰ বাবে অভিনয় বাদ দিছে।

ইতিমধ্যে আমি য়াকুব চাহাবৰ বহুতো কথাছবি চাইছো। ময়ো অভিনয়ৰ সৈতে জড়িত বুলি জানি তেখেতৰ সৈতে মোৰ এক আত্মীয়তা গঢ়ি উঠিল। কিয় জানো তেখেত হোটেললৈ আহিলেই প্ৰথমেই মোৰ খবৰ লোৱা হ'ল। 'ঈশান বেটা কেইছা হ্যায়।'

এই ধৰণেই তেখেতৰ সৈতে ঘণ্টাৰ পিছত ঘণ্টা অভিনয় সম্পৰ্কে, বিশেষকৈ কথাছবি অভিনয় সম্পৰ্কে আলোচনা হ'বলৈ ধৰিলে। তেখেতৰ পৃষ্ঠপোষকতাতে আৰ কে ষ্টুডিঅ', ফ্লিমষ্টান ষ্টুডিঅ' আদি চোৱাৰো সৌভাগ্য হৈছিল।

মনত পৰিছে মুম্বাইত কটোৱা প্ৰতিটো দেওবাৰৰ কথা। দেওবাৰৰ দিনবোৰত আমাৰ ট্ৰেইনিঙৰ কাৰ্যসূচী নাথাকে। দেওবাৰেই আমি এলিফেন্ট গুহা, মুম্বাইৰ চাবলগীয়া ঠাইবোৰ চাবলৈ ওলাই যাওঁ।" এনেতে বৰদেউতাই কথাবোৰৰ মাজতে কোৱা মনত পৰে—"মই ইমান পৰে তাহানিৰ বোম্বাইখনক বাৰে বাৰে আজিৰ 'মুম্বাই' নামেৰেই কৈ আছো সেয়ে প্ৰসংগতে সোঁৱৰাই দিছো কাৰণ এতিয়া 'বোম্বাই'ক 'মুম্বাই' বুলিহে জানে। তেতিয়া মোৰ কাণসমনীয়া, ল'ৰালিৰ দুষ্ট ভাগিনটো মঞ্জু মুম্বাইৰ কাষৰ পাৱেলত অৱস্থিত অভিযান্ত্ৰিক মহাবিদ্যালয়ত পঢ়ি আছে। সিও

মাজে মাজে আমাৰ ওচৰলৈ আহি থাকে, আমিও তাৰ ওচৰলৈ যাওঁ, তেনে এটা দেওবাৰতে খোজকাঢ়ি কাঢ়ি হোটেললৈ ঘুলি উভতি আহোতে হঠাৎ বাটটোৰ দুয়োকাষৰপৰা কিছুমান ছোৱালী আৰু তিৰোতাৰ বিভৎস চিৎকাৰ শুনি মূৰ তুলি চাই দেখিলো বাটটোৰ পাদপথৰ পৰা আৰম্ভ কৰি বহু মহলাৰ ঘৰবোৰৰ খিড়িকী, বেলকনি আদিত বিভিন্ন যৌন আবেদনকাৰী ভংগীমাৰে থিয় হৈ থকা বিভিন্ন বয়সৰ ছোৱালী আৰু তিৰোতাই বাটেদি পাৰ হৈ যোৱা পদাচাৰীসকলক আমন্ত্ৰণ জনাইছে। কাৰোবাৰ শাড়ীৰ আঁচল খহা, কোনোবাই কেৱল অন্তৰ্বাস পিন্ধিহে আছে, কোনোবাই কেৱল সামান্য অন্তৰ্বাস গাত ৰাখিয়েই দেহটো প্ৰদৰ্শন কৰিছে। মই আৰু বাহেলে তেতিয়হে গম পালো যে আমি অজানিতে মুম্বাইৰ পতিতালয় থকা অঞ্চল 'ৰেড লাইট এৰিয়া' গ্ৰেণ্ড ৰোডত ভৰি দিছোহি। কেনেকৈ সেই পৰিৱেশৰপৰা ওলাই যাব পাৰি ভাবি মাত্ৰ আমি প্ৰাণটাকি বেগাই খোজ কাঢ়িছো। গ্ৰেণ্ড ৰোডটো যথেষ্ট দীঘল, তথাপি খোজকাঢ়ি ঠাইডোখৰ পাৰ হৈহে স্বস্তিৰ নিশ্বাস পেলালো।

তিনি মাহৰ অন্তত সুকলমে ট্ৰেইনিং শেষ কৰি ১৯৬৪ চনৰ গ্ৰীষ্মকালি ডিব্ৰুগড়লৈ বুলি ওভতাৰ পথত দুদিনমান গুৱাহাটীত মা, দেউতাৰ সৈতে কটাই ডিব্ৰুগড়লৈ বুলি ৰাওনা হ'লো। মই ডিব্ৰুগড়ত দহদিনমান থাকি মাহটোৰ বাকী কেইদিন ডিব্ৰুগড়ৰ বাহিৰত ঘূৰিব লাগে। এই চাকৰিটোৱে মোক নিজৰ ৰাজ্যখনৰ উপৰিও দাঁতি কাষৰীয়া ৰাজ্য মণিপুৰ আৰু ত্ৰিপুৰা ৰাজ্য দুখন চোৱাৰ সুযোগ দিলে। লেখাপানীৰ পৰা আৰম্ভ কৰি নগাঁও পৰ্যন্ত কোনো এখন সৰু বৰ ঠাই বাকী নাছিল য'লৈ মই যোৱা নাছিলো। কাছাৰ জিলালৈ যোৱা মোৰ সুকীয়া অভিজ্ঞতা। সংস্কৃতিৰ মেটমৰা ভঁৰালৰ অধিকাৰী মণিপুৰ আৰু ত্ৰিপুৰাৰ কেতবোৰ কথাই মোক বৰকৈ আকৃষ্ট কৰিছিল। মণিপুৰবাসী কাৰোবাৰ ঘৰত যেতিয়া এজনী ছোৱালী জন্ম হয় আৰু সেই ছোৱালীজনী থুপুক-থাপাককৈ খোজ কাঢ়িব পৰা হ'লেই তাইৰ ভৰিত সূতা এডালৰ স'তে এটা জুনুকা বান্ধি দিয়া হয় অৰ্থাৎ যেতিয়াই ছোৱালীজনীয়ে খোজ কাঢ়িবলৈ শিকে তেতিয়াৰেপৰা জুনুকাৰ শব্দটোৰ স'তে ছোৱালীজনী অভিন্ন হৈ যায়।

জুনুকাৰ ছন্দে ছন্দে তাইৰ খোজতো এটা ছন্দ আহি পৰে। সেইখিনি সময়ত প্ৰত্যেক ঘৰৰ মণিপুৰী ছোৱালীয়ে মণিপুৰী নৃত্য নাচিব জনাতো জাতীয় গৌৰৱ হিচাপে গণ্য কৰা হৈছিল।

মই মণিপুৰ ৰাজ্যৰ চুৰাচান্দপুৰ বোলা ঠাই ডোখৰলৈকে যাব লগা হৈছিল। চুৰাচান্দপুৰৰপৰা পূৱলৈ কেইকিলোমিটাৰমান গ'লেই ব্ৰহ্মদেশৰ সীমা। ঠাইডোখৰ পাহাৰীয়া। প্ৰথমবাৰ তালৈ যাঁওতে তেনে এটা পাহাৰীয়া অঞ্চলত সৰু সৰু কিছুমান খেৰী ঘৰ দেখি আচৰিত হৈছিলো—এটা অঞ্চলতে ইমানবোৰ খেৰী জুপুৰী। সেই ঘৰবোৰত মানুহৰ ভিৰ দেখা পাইছিলো। আনকি দূৰ-দূৰণিৰপৰা গাড়ীলৈয়ো লোক তালৈ আহিছিল। ঠাইডোখৰত ডাক্তৰ, ফাৰ্মাচী কম বাবে মোৰ কাম আগবেলাতেই হৈ যায়। ইয়ালৈ ইম্ফলৰপৰা বাছৰ যাতায়াত আছে। আগবেলা আমাক লৈ অহা বাছখন ঘূৰি যোৱাৰ পিছত, পিছবেলাহে ইম্ফলৰপৰা এখন বাছ আহে আৰু ইয়াৰ পৰা ঘূৰি গৈ আবেলি সময়তহে ইম্ফল পায়গৈ। সেয়েহে খেৰী জুপুৰীবোৰতনো কিহৰ বাবে ভিৰ হৈছে বুলি চাবলৈ গৈ দেখো যে সেইখন এখন চোৰাং বস্তুৰ বজাৰ। ব্ৰহ্মদেশৰ সীমায়েদি বিদেশত তৈয়াৰী সকলো ধৰণৰ সামগ্ৰী এই বজাৰলৈ আহে।

ত্ৰিপুৰাৰ আগৰতলা, ধৰ্মনগৰ, কৈলেশ্বৰ আদি ঠাই সমূহলৈও মই যাব লগা হৈছিল। প্ৰতিখন ঠাইতে ত্ৰিপুৰী ৰজাৰ ৰাজত্বকালৰ চিহ্নসমূহ আৰু ইয়াৰ কাৰুকাৰ্য আৰু স্থাপত্যৰ নিদৰ্শন দেখি আচৰিত হৈছিলো। ত্ৰিপুৰাৰ জনজাতীয় লোকসকলৰ সংস্কৃতিয়ে ত্ৰিপুৰী সংস্কৃতিৰ ভঁড়াল চহকী কৰিছে। সহজ-সৰল লোকসকলৰ অন্তৰভৰা মৰমে মোক বৰকৈ আকৃষ্ট কৰিছিল।

কাছাৰ জিলালৈ মই দুমাহত এবাৰ যাব লাগিছিল। কাছাৰলৈ যোৱাৰ যাত্ৰাটো মোৰ বাবে বৰ ৰোমাঞ্চকৰ আছিল। নিশা নমান বজাত ডিব্ৰুগড়ত ৰেলত উঠি পিছৰ দিনা এঘাৰমান বজাত লামডিং পোৱা যায়। লামডিঙৰপৰা শিলচৰলৈ যোৱা ৰেল নিশা আঠ বজাত। সেয়ে প্ৰায় আঠ ঘণ্টামান লামডিঙত থাকিব লাগে। সেই সময়ত লামডিং ৰেলৰে কেটাৰিঙত এজন ইছলামধৰ্মী বৰ ভাল ৰান্ধনি আছিল। তেওঁ কুকুৰাৰ

মাংস বৰ জুতি লগাকৈ ৰান্ধিছিল। সেয়ে লামডিং জংছনত নামি ৰেলৰে ৰিটায়াৰিং ৰুমত টিকট এটা লৈ কুকুৰাৰ মাংসৰে দুপৰীয়াৰ আহাৰ খাই পুনৰ ৰাতিৰ কাৰণে খোৱাৰ অৰ্ডাৰ দি বিছনাত পৰোগৈ। শিলচৰ ৰেলত উঠাৰ আগতে পুনৰ নিশাৰ আহাৰ খাইহে দোকমোকালি শিলচৰ পাওঁগৈ।

মই বাংলা ভাষা সুন্দৰকৈ ক'ব পাৰো কাৰণেই নেকি অতি সহজতে আৰু সোনকালে মই বিভিন্ন অঞ্চলৰ ডাক্তৰ, ফাৰ্মাচীৰ মালিকসকলৰ সৈতে আত্মীয়তা গঢ়ি তুলিবলৈ সক্ষম হৈছিলো। মনত পৰে বহু কথাই। কৰিমগঞ্জলৈ প্ৰথমবাৰ যাওঁতে মই যিখন হোটেলত থাকিব লগা হৈছিল সেইখন হোটেলৰ দুজনীয়া কোঠালি এটাৰ এখন বিছনা মোক দিয়া হৈছিল। হোটেলখনৰ নামটো পাহৰিছো। কুছিয়াৰা নৈৰ একেবাৰে ওপৰতে। সেই কোঠালিটোত আগৰেপৰা স্থায়ী হিচাপে থকা আমাৰ সমনীয়াৰ দৰে লোকজনেই আজিৰ ৰাজনীতিবিদ-নাৰায়ণ বৰকটকী। তেওঁ সেই সময়ত শিলচৰত চাকৰি কৰি আছিল। তেতিয়াৰেপৰা আজিও বৰকটকীৰ লগত বন্ধুত্ব অটুট আছে। কাছাৰ ভ্ৰমণলৈ আহিলেই মই মিজো পাহাৰৰ আইজললৈ যাব লগা হৈছিল। সেই সময়ত লালডেংগাৰ 'মিজো নেচনেল ফ্ৰণ্ট' বৰ সক্ৰিয়। লালডেংগাই আত্মগোপন কৰাৰ ঠিক আগৰ সময়, শিলচৰৰপৰা ৰাতিপুৱাতে বাছেৰে ৰাওনা হৈ আবেলি সময়ত আইজল পায়গৈ। একে সময়তে শিলচৰ আৰু আইজলৰপৰা বাছ এৰে। বাটটোৰে কেৱল এখন গাড়ীহে যাব পাৰে। সেয়ে শিলচৰ আৰু আইজলৰপৰা সম দূৰত্বৰ খিলঙলৈ যোৱা পথত থকা নংপুৰ দৰে এখন ঠাইত দুয়োফালৰপৰা অহা গাড়ীবোৰ ৰয়হি আৰু সেই একেদৰেই দুয়ো ফালে আগবাঢ়ে। এই ঠাইৰপৰা আইজললৈ যোৱা পথটো বৰ বিপদ শঙ্কুল। বাটটোৰ এফালে ওখ পাহাৰ আৰু আনফালে দ কুৰুং। তলেদি বৈ যোৱা নৈখন এখন সৰু চাদৰৰ দৰে দেখা যায়। বাটটো ইমানেই ধূলিময় যে আইজল গৈ পোৱাৰ পিছত মুখমণ্ডল, চুলি, পিন্ধা কাপোৰ-কানি সকলো ধূলিৰে উপচি পৰে। মই আইজললৈ গ'লে ডাক বঙলাতে প্ৰায়ে থাকো। তাত ভাই-ভনীসকলক 'কাপু' আৰু 'কাপি' বুলি সম্বোধন কৰা হয়। ডাক বঙলাত থকা 'কাপু-কাপি' হালে গধূলি ছয়মান বজাতে

খোৱা দি যায়গৈ। গধূলিতে নিশাৰ আহাৰ গ্ৰহণ কৰাৰ অভ্যাস নথকাৰ বাবে প্ৰথম অৱস্থাত যথেষ্ট অসুবিধা হৈছিল। সন্ধ্যাৰ লগে লগে আইজলৰ ৰূপেই সলনি হৈ গৈছিল। জাকে জাকে যুৱক-যুৱতীসকলে হাতত গীটাৰ লৈ বাটেৰে মিজো আৰু ইংৰাজী গীতসমূহ গাই যোৱা দেখিলে কেইমুহূৰ্তমানতে পাহৰি যাব লগা হৈছিল এয়া হয় জানো অসমৰ ভিতৰৰে এখন ঠাইৰ দৃশ্য? ১৯৬৫ চনৰ শেষৰফালে লালডেংগাই আত্মগোপন কৰাৰ লগে লগে আৰু সন্ত্ৰাসবাদে গা কৰি উঠাৰ পিছত এনে ধৰণৰ উৎসাহী যুৱক-যুৱতীসকলেও বাটে-ঘাটে গীত গাবলৈ এৰি পেলাইছিল।"

বৰদেউতাৰ জীৱনৰ স্মৰণীয় ভ্ৰমণ সোঁৱৰণি শুনি মোৰ হৃদয় ভৰিছিল। ভাবিছিলো ভ্ৰমণে কিমান অভিজ্ঞতা আৰু উপলব্ধি আমাৰ মাজত সিঁচি থৈ যায়। সোঁৱৰণ কৰিলেই চকুৰ আগত সেই দৃশ্যৰাজী! বৰদেউতাই অতদিনে সাঁচি ৰখা পেৰাটো আলফুলে মোৰ আগত মেলি দিওঁতে বিয়পি পৰা স্পন্দন বৰ্তমানো মোৰ চাৰিওকাষে। যেন অলপ মৌন হ'লেই তাৰ শিহৰণ মই উপলব্ধি কৰো।

বৰদেউতাই কৈছিল- "ইতিমধ্যে কিৰণে তেজপুৰৰ ঘোঁৰামাৰী ব্লকত 'ছচিয়েল-এডিউকেশ্বন্ একচটেনশ্বন অফিচাৰ' হিচাপে চাকৰিত সোমাইছে। চিঠিৰে আমাৰ মাজত সম্পৰ্ক অটুত আছেই। সেইখিনি সময়তে পাকিস্তানে ভাৰত আক্ৰমণ কৰে। তুমুল যুদ্ধ আৰম্ভ হয়। চীনা আক্ৰমণৰ দৰে আকৌ এক সন্ত্ৰাসৰ সৃষ্টি হয়। ভাৰতে এইবাৰো যদি সেও মানিব লগা হয়? তেতিয়া ভাৰতৰ প্ৰধানমন্ত্ৰী আছিল লাল বাহাদুৰ শাস্ত্ৰী। পাকিস্তানী বিমান আক্ৰমণৰ পৰা হাত সাৰিবৰ বাবে 'ব্লেকআউট' আৰম্ভ হৈছে। সন্ধ্যাৰ লগে লগে বজাৰ-সমাৰ সকলো বন্ধ হৈ যায়। বাটত এজনো মানুহ নোহোৱা হৈ পৰে। এক নিমাওমাও পৰিৱেশ। সকলোৱেই ঘৰত সোমাই ৰেডিঅ'যোগে দেশৰ খবৰ লোৱাত ব্যস্ত। আনৰ দৰে ময়ো বাহিৰৰ সকলো ভ্ৰমণ বন্ধ ৰাখি মাত্ৰ ডিব্ৰুগড় আৰু কাষৰীয়া ঠাইবোৰ, য'ৰ পৰা দিনটোৰ ভিতৰতে ঘূৰি আহিব পাৰি তাতেহে কাম কৰিছো। কামলৈ গ'লেও প্ৰত্যেকৰে মুখত মাত্ৰ এটাই আলোচনা—'যুদ্ধ'। ইতিমধ্যে গুৱাহাটীতো ব্ৰহ্মপুত্ৰৰ ওপৰৰ দলং আৰু গুৱাহাটী শোধনাগাৰৰ ওখ

পাহাৰত বিমান বিধ্বংসী কামান বহুওৱা হৈছে। এবাৰ পাকিস্তানী বিমান বোমা নিক্ষেপ কৰিবলৈ আহোতে ভাৰতীয় সেনাই বিমান বিধ্বংসী কামানেৰে তাৰ যোগ্য প্ৰত্যুত্তৰ দিয়াৰ বাতৰি ডিব্ৰুগড়তো বিয়পি পৰিছে। মনত পৰে এনে সময়তে আমাৰ সৰু বাইদেউ প্ৰয়াতা ৰেণুকাৰ পুত্ৰ আমাৰ ভাগিন চন্দনে আমাৰ গুৱাহাটীৰ ঘৰতে থাকি কলেজত পঢ়িছিল। সেয়ে বৃদ্ধদেউতা আৰু অসুখীয়া মাৰ চিন্তা আহিলেই ভাগিনটো থকাত সকাহ পাইছিলো। ইপিনে কোম্পানীৰ পৰাও নিৰ্দেশ আহিছে আমি যাতে কোনো বিপদত নপৰো তাৰ বাবে যেন কোনেও হেডকোৱাৰ্টাৰ এৰি নাযাওঁ, অনবৰতে সাৱধানতা অৱলম্বন কৰো।

মই আৰু ডে'ইজ মেডিকেল কোম্পানীৰ ধ্ৰুৱজ্যোতি গোস্বামী (বিৰু) তেতিয়া ডিব্ৰুগড়ৰ শান্তিপাৰা অঞ্চলৰ এটা ভাড়াঘৰত থাকো। সন্ধ্যাৰ লগে লগে প্ৰত্যেকৰ ঘৰৰ সন্মুখত জুম পাতি পাতি আলোচনাৰ বাহিৰে আন কাম নাই। ঘৰৰ ভিতৰতো থাকিব নোৱাৰি ব্লেক আউটৰ প্ৰভাৱ। এক অশান্তিকৰ পৰিৱেশ। ইফালে সমগ্ৰ দেশতে অস্বাভাৱিক পৰিৱেশ বিৰাজ কৰিছে। আমাৰ দৰমহা আৰু বানছৰ টকা মুম্বাই কাৰ্যালয়ৰ পৰা বেংকৰ একাউণ্টলৈ আহে। দেশত এনে অস্বাভাবিক পৰিস্থিতি বিৰাজ কৰাৰ হেতু টকা-পইচা সময় মতে নহা হ'ল। ডিব্ৰুগড়ৰ 'ৰংঘৰ' ছবিগৃহৰ ওচৰতে কুণ্ডু ফাৰ্মেচী। ইয়াৰ স্বত্বাধিকাৰী নাৰায়ণ কুণ্ডু। মাজে সময়ে টকা-পইচা অহা দেৰি হ'লে এই কুণ্ডু দাদাৰ পৰাই আমি টকা ধাৰে লওঁ। এনে পৰিস্থিতিত কুণ্ড দাদায়ে আমাৰ বেংক হ'ল। অৱশ্যে এটা সময়ত পাকিস্তানী সেনা আৰু বায়ুসেনা ভাৰতীয় প্ৰতিৰক্ষাৰ সন্মুখত তিষ্ঠি থকিব নোৱাৰিলে। দুয়োপক্ষৰ হতাহত যথেষ্ট হ'ল। বহুতো যুদ্ধবন্দী হ'ল। সময়ত যুদ্ধ সাম কাটিলে আৰু এক স্বাভাৱিক অৱস্থা চাৰিওফালে বিৰাজ কৰিলে।

সুঁৱৰিছো কিৰণে এবছৰৰ ট্ৰেইনিঙৰ বাবে উৰিষ্যাৰ ভুৱনেশ্বৰলৈ বুলি ৰাওনা হোৱা কথাটো। আমাৰ মাজত চিঠিৰ আদান-প্ৰদান চলি আছিল আৰু লাহে লাহে চিঠিবোৰ যেন কেৱল প্ৰেম পত্ৰ হৈ নাথাকি ইয়াত বিভিন্ন সাংস্কৃতিক, সামাজিক, ৰাজনীতি, সমাজ নীতিৰ নানান কথাৰে ভৰি পৰিছিল।

এইখিনিতে আন এটা কথা কৈ থওঁ। আমাৰ বিভিন্ন কোম্পানীত কাম কৰা ৰিপ্রেজেন্‌টেটিভসকলৰ ৰাজ্যিক ভিত্তিত সন্থা থাকে। ৰিপ্রেজেন্‌টেটিভজন ইয়াৰ সদস্য হ'লেহে অসম, মণিপুৰ, ত্রিপুৰা আদি ঠাইত বিভিন্ন সা-সুবিধা পোৱাৰ লগেত সন্থাৰ অধীনত মূল চহৰকেইখনৰ সমূহ 'ৰেষ্ট হাউছ'ত থকাৰ সুবিধাৰ লগতে কম খৰচতে খোৱা-বোৱাৰো ভাল সুবিধা পায়। মই ১৯৬৪-৬৫ চনত কামৰ ভিত্তিত ব্রিটিছ ড্রাগ হাউছৰ ৰিপ্‌ৰেজেন্‌টেটিভসকলৰ ভিতৰত সর্বভাৰতীয় পর্যায়ত ষষ্ঠ স্থান অধিকাৰ কৰিলো যিয়ে মোক কামত অধিক মনোনিৱেশ কৰাত উৎসাহ প্রদান কৰিলে। কিন্তু তাৰ ফলত মোৰ সাংস্কৃতিক কর্ম সম্পূর্ণভাৱে স্তব্ধ হৈ গ'ল। ১৯৬৪ চনৰ পৰা ১৯৬৭ চনলৈকে সময়খিনি মোৰ সাংস্কৃতিক নির্বাসন বুলি ক'ব পাৰি। মই কাছাৰ জিলালৈ গ'লেই শিলচৰৰ উপৰি কৰিমগঞ্জ আৰু হাইলাকান্দিলৈ যাব লাগে। কৰিমগঞ্জৰ কাষেৰে বৈ যোৱা কুছিয়াৰা নৈখনৰ সিপাৰেই পূব পাকিস্তান। ১৯৪৭ চনৰ আগতে এইখন এখন সম্পূর্ণ ভাৰতবর্ষই আছিল। এতিয়াও দুয়োপাৰৰ বাসিন্দা সকলৰ মাটি-বাৰী, সতি-সন্ততি পূব পাকিস্তানত বা ভাৰতবর্ষত আছে। নৈখনৰ দুটা পাৰে দুখন ৰাষ্ট্র হ'লেও মানৱীয় এনাজৰীডাল তেওঁলোকৰ মাজত শেষ হৈ যোৱা নাই। দুয়োপাৰৰ বাসিন্দাসকলে একেখন কুছিয়াৰা নৈৰ দুপাৰে গা-ধুবলৈ নামি পৰস্পৰে পৰস্পৰৰ মাজত হোৱা কুশল-বার্তা, কথা-বতৰা, হাঁহি-ধেমালি দেখিলে অনুভৱেই কৰিব নোৱাৰি যে এই বাসিন্দাসকল দুখন পৰস্পৰৰ শত্রু বুলি গণ্য কৰা ৰাষ্ট্রৰ বাসিন্দা। কিন্তু দুখন ৰাষ্ট্রৰ মাজত নৈখনৰ বাহিৰে কোনো স্থায়ী সীমা নির্ধাৰণৰ চিহ্ন নাই। সেয়েহে কৰিমগঞ্জ চহৰখন পূব পাকিস্তানৰ পৰা অহা চোৰাং ব্যৱসায়ৰ অন্যতম স্থলী আছিল। এই চোৰাং বেপাৰীসমূহে আনটো পাৰৰ সৈতে ৰখা যোগাযোগৰ সূত্ৰেৰেই এই ব্যৱসায় চলাই যায়। এদিন সন্ধ্যা যিকোনো এবিধ চোৰাং বস্তু লাগে বুলি ক'লে পিছদিনা সন্ধ্যা বস্তু আহি এজনৰ হাতত পৰেহি।

এইখিনিতে মোৰ জীৱনৰ এক গুৰুত্বপূর্ণ পর্যায় বিবাহৰ কথা বৃদ্ধ দেউতা আৰু শয্যাশায়ী মায়ে চিন্তা কৰিলে। শ্বিলঙত চাকৰি সূত্রে থকা

মোৰ ডাঙৰ দাদা কৃষ্ণপ্ৰসাদ আৰু বৌ, ডাঙৰ বাইদেউ আৰু ভিনিদেউ, ধুবুৰীত চাকৰি কৰি থকা হৰ দাদা আৰু বৌক সেয়ে কথাবোৰ আলোচনা কৰিবলৈ মাতি আনিছে। আলোচনাৰ পিছত ছোৱালী বিচাৰি ল'ৰা ঘৰে আগতে যোগাযোগ কৰা আনুষ্ঠানিকতাখিনি দেউতাই সম্পূৰ্ণ কৰিছে। দেউতাই কিৰণৰ দেউতাকলৈ লিখাৰ পিছত আনুষ্ঠানিকতা ৰক্ষাৰ অৰ্থে তেখেতো গুৱাহাটীলৈ আহি দেউতা-মাৰ লগত কথা-বতৰা হৈছেগৈ। এই সকলোবোৰ কথা বিছনাতে বহি বহি মায়ে লিখা চিঠিৰ পৰা মই ডিব্ৰুগড়তে গম পাইছো। দুয়ো পক্ষৰ সহযোগত বিয়াৰ দিনটো ঠিক হ'ল ১৯৬৬ চনৰ ২৭ জানুৱাৰীত। তেনে এক সময়তেই কিৰণহঁতৰ ঘৰলৈ এক বিপৰ্যয় নামি আহে। ১৯৬৫ চনৰ শীতকাল। কিৰণৰ দেউতাকে নলবাৰীৰপৰা অহা তেখেতৰ অন্তৰংগ বন্ধুৰ সৈতে চোতালত ৰ'দ লৈ থকাৰ পিছত গা ধোওঁ বুলি কাপোৰ আনিবলৈ ভিতৰলৈ যায়। তেখেত বহু সময় ভিতৰৰপৰা ওলাই নহা দেখি গৈ দেখে যে তেখেত কাপোৰ লৈ গা ধুবলৈ ওলাই আহিব ধৰা ভাগেই মাটিত নিঠৰ হৈ পৰি আছে। ততাতৈয়াকৈ চিকিৎসক অনা হয় আৰু খন্তেকতে চিকিৎসকে তেখেতক মৃত বুলি ঘোষণা কৰে। ঘৰখনত হুৱা-দুৱা লাগি যায়। এজন সুস্থ মানুহৰ হঠাৎ এইদৰে মৃত্যু ঘটা কথাটোৱে সকলোকে স্তম্ভিত কৰি তোলে। তেখেতৰ শ্ৰাদ্ধাদি কৰ্মৰ পিছদিনাই ইতিমধ্যে সামান্য অসুখত ভুগি থকা কিৰণৰ ভিনিয়েক চন্দ্ৰশেখৰ ভূঞাক চিকিৎসাৰ বাবে গুৱাহাটীলৈ লৈ যোৱা হয়। গুৱাহাটীত ডাক্তৰে পৰীক্ষা কৰি তেখেতৰ কৰ্কট ৰোগ সন্দেহ কৰি ততালিকে মাদ্ৰাজৰ আদিয়াৰ হাস্পতাললৈ যাবৰ বাবে উপদেশ দিয়ে। ওপৰাউপৰি দুটাকৈ বিপৰ্যয়ে কিৰণহঁতৰ ঘৰখনক ম্ৰিয়মান কৰি তোলে। কিন্তু কিৰণৰ দেউতাকে ঠিক কৰি যোৱা আমাৰ বিয়াৰ দিনটো পিছুৱাই তেখেতৰ ইচ্ছাক অৱমাননা কৰিবলৈ কিৰণহঁতৰ ঘৰখন আৰু আত্মীয়সকলে ইচ্ছা নকৰিলে। সেই মতেই কেইমাহমানৰ পিছত তেখেতে ঠিক কৰি যোৱা মতেই ১৯৬৬ চনৰ ২৭ জানুৱাৰী তাৰিখে আমাৰ শুভ-বিবাহ হৈ যায়। সেইদিনা কিৰণক মোৰ জীৱনসংগিনী কৰি আনিবলৈ যোৱা কথাবোৰ সোঁৱৰণ কৰিলে এতিয়াও অনন্য পুলক অনুভৱ কৰো।

মনলৈ আহে কিৰণক প্ৰথম লগ পোৱাৰ পৰা পত্নী হিচাপে চিৰদিন আদৰি লোৱালৈকে কথাবোৰ। মোৰ চকুৰ আগত কেতিয়াবা দৃশ্যবোৰ ভাঁহি আহে, আলফুলে মই সাঁচি ৰাখো স্মৃতিৰ পাপৰিবোৰ। সময় গৈ আছে, তথাপি মোৰ বাবে সেইদিনবোৰ নিত্য নতুন আজিও। সুঁৱৰিছো পুৱা দহমান বজাত দৰা হৈ কিৰণক তেজপুৰৰ ঘৰৰ পৰা আনিবলৈ যোৱা যাত্ৰাটোৰ কথা। আমি শৰাইঘাট দলং পাৰ হৈ পোৱা কেকুৰিটো ঘূৰিছো মাত্ৰ এনেতে সোঁফালৰপৰা এটা নাহৰফুটুকী বাঘ গাড়ীখনৰ আগেদি পাৰ হোৱাত গাড়ীবোৰ সাময়িকভাৱে ৰ'ব লগা হ'ল। বাঘটোৱে ঘাইপথ পাৰ হৈ বাঁওফালৰ পাহাৰৰ শিল এটাৰ ওপৰত বহি আমাক চাবলৈ ধৰিলে। বৰযাত্ৰীসকলে দৃশ্যটো বৰ উপভোগ কৰিলে। তেওঁলোকৰ মতে এনে যাত্ৰা কেইজন দৰাৰ ক্ষেত্ৰত ঘটে? বয়সস্থসকলৰ মতে যাত্ৰাকালত হাতী, বাঘ আদি দেখা বোলে ভাল। দৰা হৈ গৈ থাকোতে স্বাভাৱিকতে এনেবোৰ কথা শুনি ভাল লাগিছিল। সময়ত আমাৰ বিয়াখন ভালদৰেই হৈ যায়। সেইদিনাৰ পৰাই মোৰ এসময়ৰ প্ৰেয়সী কিৰণ তেওঁৰ ঘৰত মতা নাম 'মনা'ৰে মোৰ জীৱনৰ অৰ্ধাংগ দখল কৰিলে।

ইফালে মোৰ ছুটীৰ সময় শেষ হৈ অহাৰ লগে লগে মা, দেউতাৰ পৰা বিদায় লৈ মনাৰ সৈতে ডিব্ৰুগড়লৈ যাওঁ। বিয়াৰ আগতেই ডিব্ৰুগড়ৰ চৌকিডিংগী অঞ্চলত এটা পাৰ্টি হাউচ ভাড়ালৈ থোৱাত সময়ত আমাৰ একো অসুবিধা নহ'ল। আনটো পাৰ্টত ৰিপ্ৰেজেন্‌তেটিভ, মুক্তিনেতা 'ডেইজ মেডিকেল'ৰ বীৰেন দা (বীৰেন দাস) আৰু তেওঁৰ পত্নী দুলালী বৌ আছিল। সেই ঘৰটোতে আমাৰ নতুন সংসাৰখন আৰম্ভ হ'ল। এক দায়িত্ব আহি পৰিল এনে ভাব হ'বলৈ ধৰিলে। পাহৰিব নোৱাৰো বীৰেন দা আৰু দুলালী বৌৰ মৰম সনা হৃদয়ৰ ভাষা। লাহে লাহে মনাৰো চাকৰিৰ ছুটী শেষ হৈ আহিল। মই ডিব্ৰুগড়ত আৰু মনা তেজপুৰত থাকি চাকৰি কৰা কথাটো সেই সময়ত অস্বাভাৱিক যেন লগাৰ হেতু ঠিক হ'ল মনাই চাকৰিৰপৰা ইস্তফা দিব। সেই মতেই তেওঁ চাকৰিৰপৰা ইস্তফা দিবলৈ তেজপুৰলৈ যায়। এইখিনি সময়তেই মনাৰ অভিনিয়েক চংগশৈলৰ ভূঞা আদিয়াৰৰ পৰা ঘূৰি আহিছে। তাত ডাক্তৰে তেওঁক কেইমাহমান

সময়হে ধৰি দি আশা নাই বুলি ঘৰলৈ পঠিয়াই দিলে। পুনৰ ঘৰখনত এক চিন্তাৰ পৰিৱেশ। চাকৰি ইস্তফা দিয়াৰ পিছত কিছুদিন ঘৰত থাকি মনা পুনৰ ডিব্ৰুগড়লৈ ঘূৰি আহিছে। মাজে মাজে কামৰ যাত্ৰাত বিভিন্ন ঠাইলৈ গ'লে মনাকো লৈ যোৱা হ'লো, ঠাইবোৰ দেখুৱাবৰ বাবে। এবাৰ মনত পৰিছে ঘোৰ বাৰিষাৰ সময়, মই কামত উত্তৰ লক্ষীমপুৰলৈ যাব লাগে। পথৰ যাত্ৰা ডিব্ৰুগড় আৰু লক্ষীমপুৰৰ মাজত যথেষ্ট দীঘল হোৱাত আমি আকাশী পথেৰেই কম সময়তে প্ৰায়েই অহা-যোৱা কৰিছিলো। মনাক ডিব্ৰুগড়ত থৈ মই উত্তৰ লক্ষীমপুৰলৈ গৈছো। সেইদিনা গৈ, মাজত এটা দিন থাকি তাৰ পিছৰদিনা ডিব্ৰুগড়লৈ বিমানেৰে ঘূৰি অহাৰ কথা। লক্ষীমপুৰ গৈ পোৱাৰ দিনা সন্ধ্যাৰে পৰা বৰষুণ আৰম্ভ হ'ল নেৰা-নেপেৰা বৰষুণ! সেইখিনি সময়ত বতৰ অলপ বেয়া হ'লেই বিমান লক্ষীমপুৰত অৱতৰণ নকৰে। দিনটোৰ ভিতৰত 'লীলাবাৰী বিমান কোঠ'ত সেই এখনেই বিমান অৱতৰণ কৰে। মই যিদিনা ডিব্ৰুগড়লৈ ঘূৰি অহা৺ কথা সেইদিনাও নেৰানেপেৰা বৰষুণৰ বাবে বিমান বন্দৰত বিমান অৱ৺ ণ কৰিব নোৱাৰিলে। তেনেকৈ বৰষুণ দি থাকিলে অহা দুই-তিনি f লৈ বিমান অৱতৰণ কৰিব নোৱাৰিব। ইফালে তাৰ দুদিনৰ পিছত কাছাৰ জিলালৈ, তাৰ পৰা ইম্ফল, ত্ৰিপুৰা, আইজললৈ যাবৰ বাবে ৰেলৰ টিকট কৰি থোৱা আছে। সেয়ে ঠিক কৰিলো যে বাছ আৰু মটৰ লাঞ্চেৰেই ডিব্ৰুগড়লৈ ঘূৰি আহিব লাগিব। পিছদিনা দোকমোকালিতে মোৰ বাছ যাত্ৰা আৰম্ভ হ'ল। বৰষুণৰ গতি একেবাৰেই কমা নাই। উত্তৰ লক্ষীমপুৰৰ পৰা কমলাবাৰীলৈ এখন বাছ চলে। মাজুলীলৈ আহোতে বাটত খা বুলি নামেৰে এখন নৈ পোৱা যায়। বাছৰ সৈতে মটৰ লাঞ্চেৰে নৈখন পাৰ হ'ব লাগে, তাৰ পৰা পুনৰ বাছৰ যাত্ৰা আৰম্ভ হয়। সোৱনশিৰি পাৰ হৈ কমলাবাৰী ঘাট পাওঁতে দুপৰীয়া হয়হি। তাৰ পৰা মটৰ লাঞ্চেৰে যাত্ৰা আৰম্ভ হয় যোৰহাটৰ নিমাতী ঘাটলৈ। নিমাতীঘাটত নামি আন এখন বাছেৰে যোৰহাট পৰিবহণ নিগমৰ বাছ আস্থান পাওঁতে প্ৰায় তিনিমান বাজে। তাৰ পৰা ডিব্ৰুগড়লৈ যোৱা বাছত উঠি ডিব্ৰুগড় পাওঁতে সন্ধ্যা পাৰ হৈ যায়। আচৰিত লাগে আকাশী পথেৰে আধা ঘণ্টাতে অহা-যোৱা কৰা যাত্ৰাটো

পথেৰে ইমান দীঘলীয়া। মই সন্ধ্যা আহি ঘৰ পোৱাতহে সকলোৰে চিন্তা দূৰ হ'ল। ঘোৰ বাৰিষাৰ মাজত তিনিখনকৈ নৈ এইদৰে পাৰ হৈ অহা কথাবোৰ শুনি বীৰেন দা আৰু দুলালী বৌৱে বৰকৈ গালি পাৰিলে।

১৯৬৬ চনৰ এপ্ৰিল মাহৰ প্ৰথম সপ্তাহৰ কোনো এক সন্ধ্যা, আমাৰ ঘৰলৈ সেই সময়ত চাকৰি সূত্ৰে ডিব্ৰুগড়ত থকা অসমীয়া কথাছবি 'সংগ্ৰাম'ৰ পৰিচালক অমৰ পাঠক আৰু ৰত্ন ওজা আহিল। খা-খবৰ, চাহ্-জলপানৰ পৰ্ব শেষ হোৱাৰ পিছত অমৰ পাঠক ডাঙৰীয়াই তেওঁৰ কথাছবিৰ বাবে মোক নায়ক নিৰ্বাচন কৰাৰ কথা ক'লে (কথাছবিৰ চিত্ৰগ্ৰহণৰ বাবে কলিকতালৈ যাব লাগিব প্ৰায় ডেৰমাহৰ বাবে)। জীৱনত প্ৰথমখন কথাছবিত অভিনয়ৰ আমন্ত্ৰণ পাই স্বাভাৱিকতে মনটো আনন্দেৰে ভৰি উঠিল। মই লগে লগে কথা দিব নোৱাৰি তেখেতসকলক অনুৰোধ কৰিলো যে মই কোম্পানীক ছুটীৰ বাবে আবেদন কৰিম। আনন্দৰ মাজতো মোৰ মনত এক শংকাও আহি পৰিছিল যে সেই বছৰৰ আৰম্ভণিতে বিয়াৰ বাবেও মই ছুটী লৈছো, এতিয়া আকৌ ডেৰ মাহৰ ছুটী পাওঁনে নাপাওঁ। মোৰ শংকাই সত্য হ'ল। কোম্পানীয়ে মোৰ ছুটী মঞ্জুৰ নকৰিলে আৰু মোৰ 'সংগ্ৰাম' কথাছবিত অভিনয় কৰা নহ'ল।"

কথাবোৰৰ মাজতে বৰদেউতাই পৰিপাটীকৈ সজাই থোৱা তেখেতৰ অভিনয় জীৱনৰ এলবামটো আনি দেখুৱাইছিলহি। মই অবাক হৈ চাইছিলো। ইমান পৰিপাটী, শৃংখলাবদ্ধকৈ অভিনয় জীৱনৰ আৰম্ভণিৰ পৰা বৰ্তমানলৈকে অসংখ্য পেপাৰ কাট, ফটো সজাই থৈছে। মই ভাবো সেয়া বৰদেউতাৰ জীৱনৰ প্ৰতি ভালপোৱাৰ নিদৰ্শন। এই এলবামতে মই ১৯৬৬ চনৰ তিনি বছৰমান পিছত সেই সময়ৰ আৰ্গশাৰীৰ সাংস্কৃতিক আলোচনী 'ৰূপম'ৰ Vol. II Issue VII-VIII ১৯৬৯ ৰ সংখ্যাত ৰমা দত্তই 'সংগ্ৰাম' কথাছবিৰ নিৰ্মাণ সম্পৰ্কে লিখা প্ৰবন্ধ এটাৰ অংশ বিশেষ টুকি আনিছিলো যাৰ অংশ আছিল এনে ধৰণৰ- 'আঁচনিমতে ব'হাগ বিহুৰ পৰা লিডুত বহিৰ্দৃশ্য আৰু মে'ৰ পৰা অন্তৰ্দৃশ্য কলিকতাত গ্ৰহণ কৰা হ'ব বুলি ধৰি লৈছিলো। সেয়া নহ'লগৈ। প্ৰস্তাৱিত নায়ক ঈশান বৰুৱাই নিৰ্দিষ্ট দিনত ছুটী নাপালে। এনেতে নিপন গোস্বামীয়ে পুণাৰ পৰা আমালৈ লিখে...।

বৰদেউতাই কৈছিল- 'এইখিনি সময়তেই তেজপুৰত ভিনিদেউ চন্দ্ৰশেখৰ ভূএগ্ৰাৰ বিয়োগ ঘটে। মই তেতিয়া ডিব্ৰুগড়ৰ বাহিৰত। মোক বীৰেন দাই ফোন কৰি জনায়, তেতিয়া নিশাৰ সময়। ইফালে মনা শোকত ভাগি পৰিছে। বাছৰ নৈশ সেৱা প্ৰচলন নোহোৱাত পিছদিনা পুৱাতে ডিব্ৰুগড়লৈ ঘূৰি গ'লো। ৰিপ্ৰেজেন্‌তেটিভসকলৰ একতা অপৰিসীম, দুঃসংবাদটো অহাৰ লগে লগেই মই ডিব্ৰুগড় নোপোৱালৈকে তেওঁলোকে নানান বুজনিৰে মনাৰ কাষতে আছিল। ইতিমধ্যে তেওঁলোকে কৰি থোৱা বিমানৰ টিকটেৰে পিছদিনা তেজপুৰলৈ বুলি ৰাওনা হ'লো। সেই সময়ত কামৰ খাতিৰত বিমানেৰে অহা-যোৱা কৰোতে বিমানৰ চালকসকলৰ লগত ভালকৈ চিনা-পৰিচয় হৈছিল। সেইদিনাৰ বিমান চালক আছিল কেপ্টেইন মুখাৰ্জী। তেওঁ মনাই দুখতে কন্দা-কটা কৰি থকা দেখি বিমানখনে কাজিৰঙা অভয়াৰণ্যৰ ওপৰেদি পাৰ হোৱাৰ ঠিক আগে আগে বিমানৰ পৰিচাৰিকা এগৰাকীৰ দ্বাৰা আমাক ককপিটলৈ মতাই নিলে। ইচ্ছা কৰিয়েই কাজিৰঙাৰ ওপৰেদি বিমানখন তললৈ নমাই নি আমাক অভয়াৰণ্যৰ জন্তুবোৰ অলপ হ'লেও দেখুৱাবৰ বাবে চালক মুখাৰ্জীয়ে ভূমিকা লৈ আমাক এটি নতুন অভিজ্ঞতা প্ৰদান কৰিছিল।

১৯৬৬ চনৰ শেষৰ ফালে মই ডিব্ৰুগড়ৰপৰা গুৱাহাটীলৈ বদলি হওঁ। প্ৰায় আঢ়ৈ বছৰ সাংস্কৃতিক নিৰ্বাসনৰ পিছত পুনৰ গুৱাহাটীলৈ আহি সাংস্কৃতিক কৰ্মত সক্ৰিয় হৈ লাগিম বুলি এক অদম্য হেঁপাহ মনতে পুহি ৰাখিছিলো আৰু বিশেষকৈ বৃদ্ধ দেউতা আৰু অসুখীয়া মাৰ সহায় হ'ব বুলি গুৱাহাটীৰ ঘৰখনৰ উদ্দেশ্যে ডিব্ৰুগড়ৰ পৰা ৰাওনা হোৱাৰ প্ৰস্তুতি চলালো। তথাপি পাৰ হৈ যোৱা আঢ়ৈ বছৰৰ আত্মীয়তাৰ অন্তত ডিব্ৰুগড় চহৰখনৰ লগতে মৰমৰ মানুহবোৰক এৰি অহাৰ বেদনাই আমাক আৱেগিক কৰি তুলিলে। আমাৰ বদলিৰ খবৰ পাই নানাজনে আমাক আন্তৰিকতাৰে আহাৰৰ নিমন্ত্ৰণ জনালে। এই কথাবোৰ আজিও মই শ্ৰদ্ধাৰে সোঁৱৰণ কৰো। মনত পৰে নাৰায়ণ কুণ্ডু দাই নিমন্ত্ৰণ কৰা দিনটোৰ কথা। ইয়াৰ আগতেও বঙালী পৰিয়ালৰ নিমন্ত্ৰণ গ্ৰহণ কৰিছো যদিও সেইদিনা আমাৰ এক বেলেগ অভিজ্ঞতা হ'ল। যথা সময়ত আমাক খাবলৈ মাতিলে।

মাটিত পিৰা পাৰি আথে-বেথে খাবলৈ দিছে বৌদি-দাদাই। কাঁহীখনত ভাত, চাৰিওকাষে বাৰটামান বাটি। পাঁচবিধমান বিভিন্ন মাছেৰে তৈয়াৰী ব্যঞ্জন। তদুপৰি মাংস, বাকীবোৰ বিবিধ ব্যঞ্জন আছেই। প্ৰথমতে দেখিয়েই আচৰিত হৈছিলো। দাদা, বৌদিৰ মৰমৰ দাবী 'সকলোবোৰ খাবই লাগিব'। ইমানবোৰ মৰম মই ক'ত পাম। লাহে লাহে বন্ধু-বান্ধৱসকলৰ নিমন্ত্ৰণ শেষ কৰি এদিন নিশা বুকুত অসংখ্য ডিব্ৰুগড়ৰ সোণসেৰীয়া স্মৃতিৰ টোপোলা সাৱটি গুৱাহাটীলৈ বুলি ৰেলত উঠিলো।

গুৱহাটীলৈ ঘূৰি আহি বিয়াৰ ঠিক পিছতে থাকিবলৈ লোৱা কোঠাটোতে পুনৰ আমাৰ সংসাৰখন আৰম্ভ হ'ল। মা-দেউতাইতো আমি গুৱাহাটীলৈ অহাত বিশেষভাৱে আনন্দিত হ'ল। দাদাইতো চাকৰিসূত্ৰে তেতিয়াও গুৱাহাটীৰ বাহিৰত থকাত মাইতে আমাক পাই হেৰুওৱা সাহস যেন পুনৰ ঘূৰাই পালে। বিয়াৰ পিচৰে পৰা মাজে মাজে মনা গুৱাহাটীত আছে যদিও বেছিদিনৰ বাবে নহয়। এইবাৰ প্ৰথম মা আৰু মনাৰ মাজত শাহু-বোৱাৰীৰ আন্তৰিকতা আৰম্ভ হ'ল। এইবোৰ একো-একোটা অপৰিসীম তৃপ্তিৰ মুহূৰ্ত আছিল। দেউতা আৰু মনাৰ মাজতো শহুৰ, বোৱাৰীৰ সম্পৰ্কৰ পৰিৱৰ্তে পিতৃ আৰু কন্যাৰ সম্পৰ্কহে যেন বেছি গাঢ় হৈ উঠিল। কথাবোৰে মোক যথেষ্ট আনন্দ দিছিল।"

বৰদেউতাৰ কথাবোৰ শুনি গৈ থাকোতে মোৰ যেন ক'বলৈ একো নাছিল। বিচিত্ৰ জীৱনৰ বিচিত্ৰ কাহিনীয়ে মোক অত পৰে আপ্লুত কৰি ৰাখিছিল।

বৰদেউতাই পুনৰ কৈছিল—"গুৱাহাটী হেডকোৱাৰ্টাৰ হোৱাৰ লগে লগে মোৰ কামৰ ক্ষেত্ৰখনো বেলেগ হৈ পৰিল। এফালে গোৱালপাৰা, আনফালে ধুবুৰীলৈকে সম্পূৰ্ণ নামনি অসমখন, অবিভক্ত শোণিতপুৰ জিলা আৰু খাচী-জয়ন্তীয়া পাহাৰ মোৰ কৰ্মক্ষেত্ৰখনৰ অন্তৰ্ভুক্ত হৈ পৰিল। সমগ্ৰ বৃহৎ অসমখনেই যেন মোৰ এই কেইবছৰত চোৱাৰ সৌভাগ্য ঘটিল। এই কামৰ যোগেদি বৰঅসমখনৰ বিভিন্ন বাসিন্দা, সম্প্ৰদায় আৰু জনগোষ্ঠীসমূহৰ লগত এক সম্পৰ্ক গঢ়ি উঠাত সহায় হ'ল। লাহে লাহে এই নতুন অঞ্চলবোৰতো কামৰ দ্বাৰা কোম্পানীৰ মন মই জয় কৰিব পৰা হ'লো।

সেই সময়খিনিত মোৰ ডাঙৰ দাদা কৃষ্ণপ্ৰসাদ, নবৌ আৰু বাইদেউ, ভিনিদেউ শ্বিলঙত, মাজু দাদা হৰপ্ৰসাদ চাকৰিসূত্ৰে ধুবুৰীতে আছিল। কামৰ বাবে এইবোৰ ঠাইলৈ গৈ তেওঁলোকৰ লগত কেতিয়াবা থাকি যথেষ্ট আনন্দ পাইছিলো। তেতিয়া ধুবুৰী ঠাইখন বৰ ভোগালী ঠাই আছিল। হৰদাদা থকা ঘৰটো ব্ৰহ্মপুত্ৰৰ একেবাৰে কাষতে আছিল। নাৱেৰে মাছ আনি তাতে নমাইহি। ১৯৬৭ চনৰ শীতকালি এটা ডাঙৰ চিতল মাছ দাদাই লোৱাৰ পিছত সন্ধ্যা চোতালত জুই ধৰি মাছ ভাজি খোৱাৰ কথাবোৰ এতিয়াও মনত পৰে।

সাংস্কৃতিক ক্ষেত্ৰখনৰপৰা একে লেথাৰিয়ে কেইটামান বছৰ আঁতৰি থাকিলে পুনৰ এই ক্ষেত্ৰখনৰ সৈতে ছন্দ আৰু তাল মিলোৱাত যথেষ্ট সময় লাগে। এইবাবেই হয়তো সুন্দৰ সুন্দৰ প্ৰতিভাবোৰ কেইবছৰমান বিচ্ছিন্নতাৰ পিছত পুনৰ সক্ৰিয় হ'ব নোৱাৰি চিৰকাললৈ হেৰাই যায়। মাত্ৰ আঢ়ৈ বছৰৰ বিচ্ছিন্নতাৰ পিছত মোৰো যেন তেনে অৱস্থাই হ'ল। মই যেন সাংস্কৃতিক ক্ষেত্ৰখনৰ পৰাই আঁতৰি গৈছো। মনত পৰিছে তেতিয়াই কুলদা কুমাৰ ভট্টাচাৰ্য ডাঙৰীয়াই 'নাট্যপীঠ' বুলি বৈজ্ঞানিক পদ্ধতিৰে নাট আৰু অভিনয় প্ৰশিক্ষণ কেন্দ্ৰ এটা সপ্তাহত দুদিন 'ভগৱতী প্ৰসাদ বৰুৱা ভৱন'ত আৰম্ভ কৰাৰ কথা। সম্ভৱতঃ এইটোৱেই অসমৰ প্ৰথম নাট অভিনয়ৰ প্ৰশিক্ষণ কেন্দ্ৰ আছিল। তাৰ ঠিক আগে আগে আভা হাজৰিকা (দাস), ইন্দুকল্প হাজৰিকাৰ সৈতে বিবাহপাশত আৱদ্ধ হৈছে। আভা অভিনয়ত আৰু ইন্দু চিত্ৰগ্ৰহণত পুণা ফিল্ম ইনষ্টিটিউটৰ পৰা ডিপ্লমা লৈ ওলাই আহিছে। আভা এই প্ৰশিক্ষণ কেন্দ্ৰৰ সৈতে জড়িত হৈ পৰে। যথেষ্ট বিদ্যাৰ্থীৰ সৈতে কেন্দ্ৰটো ভালদৰেই চলি গৈছে। এই কেন্দ্ৰৰ সৈতে আনকি ভাস্কৰ যুগল দা (যুগল দাস)ৰ পৰা আৰম্ভ কৰি গুৱাহাটীৰ সাংস্কৃতিক ক্ষেত্ৰৰ ভালেকেইজন গণ্যমান্য ব্যক্তি জড়িত হৈ আছিল। এই বিদ্যালয়ৰ এটা বিশেষ অংগ আছিল গুৱাহাটীত সদ্য মঞ্চস্থ হোৱা নাটসমূহৰ অভিনয় চোৱা আৰু পিছৰ শনি, দেওবাৰত নাটখনৰ ওপৰত সম্পূৰ্ণ আলোচনা সমালোচনা আদিত প্ৰত্যেকগৰাকী বিদ্যাৰ্থীয়ে ভাগ লোৱা। বিদ্যালয়খনৰ প্ৰায়ভাগ বিদ্যাৰ্থী আৰু শিক্ষকো এই নাটসমূহত ভাগ লোৱা অভিনেতা অভিনেত্ৰী পৰিচালক আছিল।

আমাৰ শিল্পীসকল একেবাৰেই সমালোচনা প্ৰিয় নহয—লাগে সি সুস্থ সমালোচনাই নহওক কিয়। দেখা গ'ল এনে সমালোচনাৰ পিছৰ শনি, দেওবাৰবোৰত বিদ্যাৰ্থীৰ সংখ্যা কমি আহিবলৈ ধৰিলে লগতে শিক্ষকসকলৰ সংখ্যাও কমি আহিল। লাহে লাহে বিদ্যাৰ্থীৰ সংখ্যা কমি আহি এনে এটা পৰ্যায় পালেগৈ যে কেইটামান শনি, দেওবাৰত বেণু দাৰ (শ্ৰীকুলদা কুমাৰ ভট্টাচাৰ্য) লগত কেৱল মাত্ৰ মই আৰু ধীৰু ভূঞাহে থাকিলোগৈ। এটা দেওবাৰে বেণুদাই আমাৰ দুটাক লগত লৈ ভগৱতী প্ৰসাদ বৰুৱা ভৱনৰ পৰা দিঘলীপুখুৰীৰ কাষেৰে আহি লতাশিল মছজিদৰ কাষত থকা 'পৱিত্ৰ ভাণ্ডাৰ'ত চাহ, গজা খাই উঠাৰ পিছত ক'লে যে সেইদিনাৰ পৰা আমিও আৰু নাট্যপীঠলৈ আহিব নালাগে। এই ধৰণেই অতি সম্ভাৱনাপূৰ্ণ 'নাট্যপীঠ'ৰো ইয়াতে যতি পৰিল।

অনাতাঁৰ কেন্দ্ৰই মই গুৱাহাটীলৈ স্থায়ীভাৱে অহাৰ খবৰটো পাই বিভিন্ন নাটকৰ বাবে নিমন্ত্ৰণ জনাবলৈ আৰম্ভ কৰিলে। পুনৰ মই সাংস্কৃতিক জগতৰ মূলসুঁতিলৈ যেন প্ৰত্যাৱৰ্তন কৰিলো।" ❑

# ছয়

বৰদেউতাৰ সাংস্কৃতিক ক্ষেত্ৰলৈ পুনৰ প্ৰত্যাবৰ্তনৰ কাহিনী শুনি মই উপলব্ধি কৰিছিলো কোনোজন সৃষ্টিকামী ব্যক্তিয়ে কেতিয়াও তেওঁৰ জগতখনলৈ উলটি নঅহাকৈ থাকিব নোৱাৰে, সৃষ্টিৰ জগতখনে সদায় তেওঁক ৰিঙিয়াই মাতিথাকে। বৰদেউতাৰ ক্ষেত্ৰতো সেয়ে হ'ল, জীৱিকাৰ তাড়না থাকিলেও সাংস্কৃতিক জগতখনলৈ তেখেত পুনৰ আহিল। এজন শিল্পী তথা ব্যক্তিৰ সেই অনন্ত যাত্ৰাৰ কাহিনীবোৰ ক্ৰমে আমি পাই গৈ থাকিম। জীৱন মানেই বিচিত্ৰ কাহিনীৰ সমাহাৰ।

বৰদেউতাই কৈছিল '১৯৬৭ আৰু ১৯৬৮ চনত চাকৰিৰ মাজতে সুবিধা বুজি 'প্ৰগতি শিল্পী সংঘ'ৰ প্ৰয়োজনাত দ্বিবন বৰুৱাৰ নাট 'উত্তৰ শূন্যত' অভিনয় কৰো। ড° ভবেন্দ্ৰনাথ শইকীয়াৰ 'ধাৰণ' নাটখন প্ৰথম ১৯৬৮ চনৰ জানুৱাৰী মাহৰ ন তাৰিখে আকাশবাণী কেন্দ্ৰ যোগে প্ৰচাৰিত হয়। নাটকখনে শ্ৰোতাৰ মাজত এক আলোড়নৰ সৃষ্টি কৰে। নাটকখনত মই এজন আদৰ্শবান অধ্যাপকৰ মূল চৰিত্ৰটোত অভিনয় কৰিছিলো। যি কলেজৰ অধ্যাপনা এৰি ৰাইজৰ দাবীত ৰাজনীতিত যোগ দিয়ে। প্ৰথম অৱস্থাত অধ্যাপকজন বিৰোধী দলত থাকি পুনৰ ৰাইজৰ দাবীত শাসক দলত যোগদান কৰি সময়ত মন্ত্ৰী হৈ সচৰাচৰ ৰাজনীতিকে কৰিবলৈ ধৰিলে অৰ্থাৎ লংকালৈ যিয়ে যায়, তেৱেঁই ৰাৱণ হয়। এইয়েই নাটকখনৰ বিষয়বস্তু আছিল। এই নাটকখনৰ অভিনয়ৰ যোগেদি পুনৰ মই শ্ৰোতা ৰাইজৰ হৃদয়ত সোমাই পৰিলো।

মনত পৰে ইয়াৰে চাৰি মাহমানৰ পিছত মই ব্ৰিটিছ ড্ৰাগ হাউছৰ অফিচৰ পৰা এখন চিঠি পালো যে মোক উৰিষ্যাৰ সম্বলপুৰলৈ বদলি কৰা হৈছে। মই যথেষ্ট চিন্তা কৰিছিলো, মই অসমত থাকিম নে যাম?

মোৰ বিবেকে যেন বাৰে বাৰে ক'লে- 'তুমি নাযাবা, বহু কষ্টেৰে গঢ় দিয়া সাংস্কৃতিক ক্ষেত্ৰখনৰপৰা নিজকে বিচ্ছিন্ন নকৰিবা। তাৰ লগেত মা, দেউতাৰ চিন্তা, মনাও তেতিয়া অন্তঃসত্বা। কথাবোৰত মই এক সিদ্ধান্তলৈ আহি মোৰ কথাবোৰ জনাই কোম্পানীলৈ লিখিলো। কামৰ খাতিৰতে তেওঁলোকেও তেওঁলোকৰ সিদ্ধান্ত বাতিল কৰিবলৈ টান পালে। আৰু সময়ত মই চাকৰিৰ পৰা ইস্তফা দিলো। এতিয়া ভাবো মই যদি বদলিকৰণ গ্ৰহণ কৰিলো হয় এতিয়া কোম্পানীৰ এজন উচ্চ বিষয়া হৈ অৱসৰ গ্ৰহণ কৰিব পাৰিলোহেঁতেন, কিন্তু....! অসমৰ সাংস্কৃতিক ক্ষেত্ৰখনে মোক পুনৰ ৰিঙিয়াই মাতিলে। আচলতে, মোৰ সিদ্ধান্ত মই নিজেই ল'লো, মোৰ অনুতাপ নহয়! মই মোৰ জগতত সুখী।

ইয়াৰ বেছ কিছুদিনৰ আগৰেপৰা ব্ৰজেন দাই (ব্ৰজেন বৰুৱা) তেখেতৰ 'ডা° বেজবৰুৱা' কথাছবিখন এক নতুন পদ্ধতিৰে, ষ্টুডিঅ'লৈ নোযোৱাকৈ নিৰ্মাণ কৰিবলৈ প্ৰযোজক বিচাৰি ফুৰিছে। তেখেতৰ আটাইতকৈ ডাঙৰ গুণটো আছিল 'ড° বেজবৰুৱা'ৰ চিত্ৰনাট্যখন আৰম্ভণিৰ পৰা শেষলৈকে তেখেতে বহুজনক পঢ়ি শুনাইছিল। এনেকৈ বিভিন্ন বয়সৰ তেখেতে বাছনি কৰা ৩৯ জন ব্যক্তিক বেলেগে বেলেগে বহুৱাই লৈ চিত্ৰনাট্যখন শুনাই, তেখেতে বক্তব্য বিচাৰিছিল আৰু সেই ধৰণেৰে চিত্ৰনাট্যখনৰ পৰিৱৰ্তন ঘটাইছিল। এই ৩৯ জন ব্যক্তিৰ ভিতৰত ময়ো পৰিছিলো। ইমানবোৰ ব্যক্তিৰ শুভেচ্ছা থকাৰ বাবেই হয়তো ড° বেজবৰুৱা অসমীয়া কথাছবি জগতত সৰ্বকালৰ এখন উপভোগ্য কথাছবি হিচাপে পৰিগণিত হৈছে। আমাৰ ঘৰৰ কাষতে ১৯৩৬ চনৰে পৰা গঢ় লৈ উঠা নিকা ভাৱমূৰ্তিৰ এক শুদ্ধ অসমীয়া অনুষ্ঠান 'লাৱণ্য প্ৰেছ'। প্ৰথমতে মুক্তিযোদ্ধা, এসময়ৰ বিধায়ক, কংগ্ৰেছী প্ৰয়াত গৌৰীকান্ত তালুকদাৰ ডাঙৰীয়াই প্ৰতিষ্ঠা কৰা লাৱণ্য প্ৰেছৰ স্বত্বাধিকাৰী পৱিত্ৰ দাই (পৱিত্ৰ তালুকদাৰ) দেউতাকৰ জীৱিত কালতে আৰম্ভকৰা মাহেকীয়া শিশু আলোচনী 'দীপক'খন নিয়মীয়াভাৱে প্ৰকাশ কৰি আছে। তেখেতে মোক আৰু মোৰ বন্ধু প্ৰেম বৰগোহাঞিক যুটীয়াকৈ আলোচনীখনৰ সাংস্কৃতিক শিতানটো চলোৱাৰ দায়িত্ব দিয়ে। নিয়মীয়াকৈ বহুদিন আমি

এই শিতানটো চলাই আছিলো।

সুৰৰিছোঁ মোৰ সাংস্কৃতিক যাত্ৰাত বিশেষ প্ৰভাৱ বিস্তাৰ কৰা 'প্ৰগতি শিল্পী সংঘ'ৰ কথা। মনত পৰে ১৯৬১ চনমানৰ পৰা 'প্ৰগতি শিল্পী সংঘ'টো বৰ্তমান থকা ঠাইলৈ স্থানান্তৰিত হয়। ৰেলৱেৰ মাটিত এটি খেৰৰ ঘৰৰ পৰাই সাংস্কৃতিক কৰ্মৰ সৈতে ব্ৰতী হৈ আছিল। নানান সুন্দৰ সুন্দৰ নাটকৰ আখৰা এই ঘৰটোতে হৈছিল। বৰ্তমান সকলো একোটা স্মৃতি। ঘৰটোৰ পিছফালেৰে পাহাৰলৈ উঠি যোৱা এটা বাট গৈছে। আমাৰ সংঘৰ পিছফালৰ মাটিবাৰীখিনি স্বৰ্গীয় সত্যনাথ বৰাদেৱৰ পৰিয়ালবৰ্গৰ। আজিও মনত পৰে ১৯৬৭ চনমানত এবাৰ এখন ঘোঁৰাগাড়ী সেই বাটটোৰে বৰ বেগেৰে নামি আহোতে ইয়াৰ চালকজনে নিয়ন্ত্ৰণ হেৰুৱাই ঘোঁৰাৰে সৈতে গাড়ীখন আমাৰ সংঘৰ খেৰী ঘৰটোৰ ওপৰত পৰাত ঘৰটো সম্পূৰ্ণৰূপে ধ্বংস হয়। আমাৰ মনত বৰ দুখ, আমাৰ সাংস্কৃতিক ক্ষেত্ৰখনৰে এই অৱস্থা। কৰুণা গোস্বামী, ললিত বৰুৱা, জয়ন্ত হাজৰিকা, ধীৰু ভূঞা, সাধন হাজৰিকা আদি আমি সকলোৱে আলোচনা কৰি ঠিক কৰিলো যে এইবাৰ আৰু তাত পুনৰ খেৰৰ ঘৰ নাসাজো। চান্দা তুলি হ'লেও সেই ঠাইত স্থায়ীকৈ এটা পকীঘৰ সাজিম। পকীঘৰ নিৰ্মাণ কৰাৰ আগতে মাটিখিনি সংঘৰ নামত স্থায়ীভাৱে লিখা পঢ়া নাথাকিলে ভৱিষ্যতে বিপদ হ'ব পাৰে বুলি উত্তৰ-পূৰ্ব সীমান্ত ৰেলৱেৰ লগত যোগাযোগ আৰম্ভ কৰা হ'ল। ৰেল কৰ্তৃপক্ষই মাটিখিনি সংঘৰ নামত লিজ হিচাপে আবণ্টন দিলে। আমাৰ অপৰিসীম আনন্দ।

সংঘৰ নিৰ্মাণ পৰ্ব আৰম্ভ হ'বলৈ ধৰিলে। কেতিয়াবা ৰাজমিস্ত্ৰিৰ লগত আমি নিজেও কামত সহযোগ কৰিলো। অতি কম সময়ৰ ভিতৰতে নিৰ্মাণ কাৰ্য সম্পূৰ্ণ হ'বলৈ ধৰিলে। মজিয়াখনৰ মাজৰ অংশটোত ৰঙীন কৰাৰ কামখিনি সাধন হাজৰিকাই সম্পূৰ্ণ কৰিলে। সাধন অভিনেতাৰ উপৰিও এজন নীৰৱ শিল্পী। সংঘৰ বেৰবোৰত থকা পুৰণা গ্ৰামোফোন ৰেকৰ্ডৰ ওপৰত বিভিন্ন চিত্ৰকৰ্মবোৰো সাধনৰেই সৃষ্টি। নিৰ্মাণ কাৰ্যৰ শেষৰফালে টকা-পইচাৰ সমস্যা হোৱাটো চিৰন্তন নিয়ম, আমাৰ ক্ষেত্ৰতো সেয়েই হ'ল। টকা-পইচাৰ অভাৱৰ বাবে কাম শেষ নহয় নহয় যেন

অৱস্থা এটাই গা কৰি উঠিল। ইফালে সংঘৰ ভৱনটোৰ উদ্বোধনৰ সময় সমাগত। মিস্ত্ৰীয়ে টিঙৰ যি হিচাপ দিছিল সেই মতে এখন টিং কম হ'ল, ইফালে টিং কিনিবলৈও পইচা নাই। কি কৰা যায় ভাবি সেই সন্ধ্যা সংঘৰ বাহিৰৰ মুকলি ঠাইখনতে সকলো বহি আছো।

তেতিয়া ব্ৰজেন বৰুৱা অৰ্থাৎ আমাৰ ব্ৰজ দাদা সংঘৰ উপ-সভাপতি, তেওঁ আলোচনাৰ মাজতে প্ৰেম বৰগোহাঞিক (যাক আমি স্বৰ্গদেউ বুলি সম্বোধন কৰোঁ)লৈ ওলাই গ'ল আৰু এঘণ্টামানৰ মূৰত আমাক অতপৰে লগা এখন নতুন টিংপাত দুয়ো দুটামূৰে ধৰি উপস্থিত হ'লহি। আমি সকলোৱে এই দৃশ্য দেখি অবাক হ'লো কেনেকৈ ক'ৰ পৰা আনিলে, সুধিলো। প্ৰেমই সকলো বিৱৰি ক'লে। তেতিয়া জজখেল পথাৰত বৰদলৈ ট্ৰফিৰ খেলসমূহ হৈ থকাৰ কাৰণে খেল পথাৰখন টিঙেৰে বেৰি থৈছিল। ব্ৰজদা আৰু প্ৰেম গৈ খেল পথাৰৰ চকীদাৰক দুটকা দি এখন টিং সংঘৰ বাবে আনিবলৈ সক্ষম হ'ল। আটাইতকৈ ডাঙৰ কথা ব্ৰজদাৰ বয়সৰ এজন প্ৰখ্যাত চিত্ৰ পৰিচালক তথা সংগীত পৰিচালকে জজখেল পথাৰৰ পৰা ফটিক চন্দ্ৰ পথৰ মাজেৰে সন্ধ্যা এখন টিং প্ৰেমৰ সৈতে কঢ়িয়াই আনিবলৈ অলপো কুণ্ঠাবোধ নকৰাটো। সেইজনেই আছিল ব্ৰজদা। তেখেতৰ মহানুভৱতা অতুলনীয় আছিল।

টিং লগোৱাৰ লগে লগে সংঘৰ ভৱনটো সম্পূৰ্ণ হৈ উঠিল। ভৱন উদ্বোধন কৰিলে নাট্য ওজা প্ৰবীন ফুকন ডাঙৰীয়াই। সেইদিনা সন্ধ্যা ভৱনটোত এক সঙ্গীতানুষ্ঠানৰ আয়োজন কৰা হ'ল। ১৯৬৮ চনত আজিৰ প্ৰখ্যাত ধ্ৰুপদী গায়িকা পাৰবীন চুলতানাৰ প্ৰতিভা উজলিবলৈ আৰম্ভ কৰিছে মাত্ৰ। পাৰবীনে গুৱাহাটী অনাতাঁৰ কেন্দ্ৰত অনুষ্ঠান পৰিৱেশনৰ বাবে আহিছে। তেতিয়াই ধীৰুৱে পাৰবীনৰ দেউতাক মজিদ চাহাবৰ স'তে কথাপাতি পাৰবীনক আমাৰ সংঘৰ উদ্বোধনী অনুষ্ঠানত সংগীত পৰিৱেশনৰ বাবে নিমন্ত্ৰণ জনালে। সংঘৰ উদ্বোধনীৰ দিনা পাৰবীনৰ অনুষ্ঠানে সংঘৰ ভৱনটো মুখৰিত কৰি তুলিলে। কেনেকৈ এগৰাকী পিতৃয়ে তেওঁৰ কন্যাক গঢ় দিয়াত অনন্য ভূমিকা ল'ব পাৰে তাক মজিদ চাহাবৰ দৰে পিতৃক নেদেখিলে কোনেও বিশ্বাস কৰিব

নোৱাৰে। পাৰবীনে অনুষ্ঠান পৰিবেশন কৰিছে, মজিদ চাহাবে সমুখত পাণৰ টেমী লৈ পাৰবীনৰ নৃত্য পৰিবেশনত ক'ৰবাত খুঁত ৰৈ যায় বুলি নিজে গাই সেইখিনি শুধৰাই দিছে। প্ৰবীন ফুকন দাদাই সমুখত বহি বাঃ বাঃ ধ্বনিৰে অনুষ্ঠান উপভোগ কৰিলে। এক সুন্দৰ পৰিৱেশৰ মাজত সংঘৰ ভৱনটোৰ শুভ উদ্বোধনী অনুষ্ঠান হৈ যায়।"

বৰদেউতাৰ কথাবোৰ শুনি গৈ থাকোতে মাজতে মই ভাবিছিলোঁ: বৰদেউতাই চাকৰি ইস্তফা দিয়াৰ পিছত জীৱিকাৰ পথ হিচাপে কি কৰিছিল। মোৰ সেই ভাব মাৰ নৌযাওঁতেই তেখেতে কৈছিল—"চাকৰিৰ পৰা ইস্তফা দি মই দুমাহমান কোনো সমস্যাৰ সমুখীন হোৱা নাছিলো। কিন্তু তাৰ পিছৰে পৰা সমস্যাবোৰ আহি পৰিবলৈ ধৰিলে। সেইখিনি সময়তে অসমৰ আগশাৰীৰ উদ্যোগ হিচাপে 'ইণ্ডিয়া কাৰ্বন লিমিটেড' গঢ় লৈ উঠিছে। মোৰ ডাঙৰ ককাইদেউ কৃষ্ণপ্ৰসাদ বৰুৱাৰ সহায়ত অতি কম সময়তে মোৰ এই প্ৰতিষ্ঠানত বিষয়া পৰ্যায়ৰ এটা চাকৰি হ'ল। ছাৰে পাঁচশ টকা দৰমহাত মই 'ইণ্ডিয়া কাৰ্বন'ত যোগদান কৰো। নুনমাটি অঞ্চলত অৱস্থিত এই প্ৰতিষ্ঠানলৈ অহা-যোৱা কৰিবৰ বাবে বাছৰ ব্যৱস্থা আছে। প্ৰাকৃতিক পৰিৱেশেৰে পৰিৱেষ্টিত 'ইণ্ডিয়া কাৰ্বন' কোম্পানীত চাকৰি কৰি বৰ আনন্দ লভিলো। গুৱাহাটীৰ বামুনি মৈদামত থকা উদ্যোগ পামত ইণ্ডিয়া কাৰ্বনৰ ভগ্নী অনুষ্ঠান 'অসম কাৰ্বন প্ৰডাক্টছ লিমিটেড' প্ৰতিষ্ঠা হয় ১৯৬৩ চনতে। মোক তালৈ কেইমাহমানৰ পিছতে বিশেষ এক দায়িত্ব দি পঠিয়ায়।

মই ইণ্ডিয়া কাৰ্বনত চাকৰিত সোমোৱাৰ ঠিক আগতে 'প্ৰগতি শিল্পী সংঘ'ৰ প্ৰযোজনাত নাট্যকাৰ অৰুণ শৰ্মাদেৱৰ 'পুৰুষ' নাটকখনত অভিনয় কৰো। 'পুৰুষ' নাটকখন অসমীয়া নাট্য সাহিত্যৰ লগতে মঞ্চজগতলৈ এক আপুৰুগীয়া বৰঙণি। ঠিক সেইদৰে মোৰো অভিনয় জীৱনৰ বাবে ই এক টাৰ্নিং পইণ্ট। মই নাটকখনত অন্তৰ্মুখী সুকান্তৰ চৰিত্ৰত অভিনয় কৰো। নায়িকা পুনা ফিল্ম ইনষ্টিটিউটৰ পৰা প্ৰশিক্ষণ লৈ অহা আভা হাজৰিকা, ফুটুকা জকাৰৰ ভূমিকাত অভিনয় কৰিছে প্ৰয়াত দুৰ্গেশ্বৰ বৰঠাকুৰে। নাটকখনৰ আন আন চৰিত্ৰত অভিনয় কৰিছিল

সাধন হাজৰিকা, ধীৰু ভূঞা, বিৰিঞ্চি ভট্টাচাৰ্য্য, শোভ্ৰা নাথ, গৌতম বৰুৱা, ইন্দ্ৰ গগৈ, কমল (ৰাণা) শৰ্মা, মিহিৰ বৰদলৈ আদিয়ে। নাটকখনে গুৱাহাটীৰ দৰ্শকৰ মাজত যথেষ্ট আলোড়নৰ সৃষ্টি কৰিছিল।"

এইখিনিতে বৰদেউতাৰ পেপাৰ কাটিং এলবামটোৰ পৰা সংগ্ৰহ কৰা 'পুৰুষ' নাটকখনৰ বিষয়ে বিভিন্নজনে কাকত, আলোচনীত আগবঢ়োৱা বক্তব্য আছিল এনেধৰণৰ—"দৈনিক 'অসম' কাকতে ১৯৬৮ চনৰ ২০ জুলাইৰ সংখ্যাত লিখিছিল—'পুৰুষ' এখন সুন্দৰ নাটক। আনহাতে ই এটা নতুন আৰু বলিষ্ঠ পদক্ষেপ। অসমৰ নাট্য আন্দোলন আগবঢ়াই নিয়া নাটকসমূহৰ তালিকাত এইখন নাটকৰো নাম নিশ্চয় থাকিব।" 'অসমীয়া' নামৰ মাহেকীয়া আলোচনীৰ (প্ৰথম বছৰ চতুৰ্থ সংখ্যা, আগষ্ট ১৯৬৮ চন) সংখ্যাত কৃতি সমালোচক, সাংবাদিক মুনীন বৰকটকীদেৱে লিখিছিল—'পুৰুষ অসমীয়া আধুনিক নাটকৰ সম-সাময়িক ভাৰতীয় তথা সামগ্ৰিক নাটক পৰম্পৰাৰ সৈতে সংযোগ সাধন কৰাৰ এক সজ চেষ্টা। নাটখনে আমাৰ বহুতৰে বহুদিনীয়া হেঁপাহ পূৰ কৰিলে'। নাটকখনে ইমানেই আলোড়নৰ সৃষ্টি কৰিলে যে ৰাইজৰ বিশেষ আগ্ৰহৰ প্ৰতি লক্ষ্য ৰাখি নাটকখন পুনৰ সেই বছৰৰে ১৭ আৰু ১৮ আগষ্ট তাৰিখে মঞ্চস্থ কৰা হ'ল।

সেই বছৰৰে অক্টোবৰ মাহত গুৱাহাটীত জাতীয় নাট্যশালা বিষয়ক এখন অভিৱৰ্তন অনুষ্ঠিত হয়। সেই অভিৱৰ্তন তিনি দিনীয়াকৈ অনুষ্ঠিত হৈছিল। তিনিও নিশা তিনিখন নাটৰ অভিনয় হৈছিল। প্ৰথম নিশা 'বৈজয়ন্তী'য়ে পৰিৱেশন কৰে প্ৰফুল্ল বৰাৰ নাট 'সাঁকো'। দ্বিতীয় নিশা 'প্ৰগতি শিল্পী সংঘ'ৰ 'পুৰুষ' আৰু তৃতীয় নিশা 'নিউ আৰ্ট প্লেয়াৰ্চে' পৰিৱেশন কৰে অৰূপ চক্ৰৱৰ্তীৰ 'আগমণি'। নৱেম্বৰ ১৯৬৮ চনৰ 'অসমীয়া' নামৰ আলোচনীত বিশিষ্ট নিবন্ধকাৰ, ইংৰাজী সাহিত্যৰ পণ্ডিত আনন্দেশ্বৰ শৰ্মা ডাঙৰীয়াই তেখেতৰ 'জাতীয় নাট্যশালা' প্ৰবন্ধত লিখিছিল- 'আমাৰ নাট ঘৰবোৰ নামতহে নাটঘৰ। অভিনয় কৰিবলৈ বা নাট্য কলা চৰ্চাৰ বাবে যিবোৰ সুবিধা আৰু সুযোগৰ লাগে তাৰ ব্যৱস্থা এই নাট ঘৰবোৰত নাই বুলিলেই হয়। তথাপি অসমৰ নাট্য জগতত এটা নতুন

জীৱনৰ স্পন্দন জাগি উঠিছে আৰু এই উজ্জ্বল সম্ভাৱনাৰ মূলত আছে কিছুমান ডেকা নাট্যমোদীৰ উৎসাহ আৰু শ্রম। তেওঁবিলাকে বহুতো কষ্ট কৰি কিছুমান নাট্যগোষ্ঠী গঢ়ি তুলিছে, নিজৰ ধন ব্যয় কৰি নাট মঞ্চস্থ কৰিছে, নতুন ধৰণৰ অভিনয়শৈলী আৰু মঞ্চ কৌশলৰ চৰ্চা আৰু প্ৰয়োগ কৰিছে আৰু অসমৰ নাট্য শিল্পক উন্নততৰ স্তৰলৈ নিবলৈ এটা সচেতন দৃঢ় চেষ্টা কৰিছে। এই প্ৰয়াসৰে এটা সুন্দৰ আৰু সৰল নিদৰ্শন হ'ল অৰুণ শৰ্মাৰ 'পুৰুষ'।

'পুৰুষ' নাটকখনৰ প্ৰশংসাসূচক বক্তব্যবোৰ লিখি থাকোতে লগতে বৰদেউতাৰ এলবামত অসংখ্য নাটকখনৰ পেপাৰ কাট ফটো দেখি যথেষ্ট ভাল লাগিছিল। বৰদেউতাৰ অভিনয় জীৱনত নাটকখন টাৰ্ণিং পইণ্ট যদিও বৰ্তমান আমি জনাৰ প্ৰয়োজন আছে তেতিয়াই কিদৰে এচাম লৌকে সাংস্কৃতিক বাতাবৰণ এটাৰ সৃষ্টি কৰিছিল নাট্য কলাৰে। 'পুৰুষ' নাটকখন তাৰেই নিদৰ্শন। ৰাইজৰ মাজত উৎসাহ, উদ্দীপনা যথেষ্ট আছিল, সফল প্ৰতি ক্ষেত্ৰতে হৈছিল নাটখন।

বৰদেউতাই কৈছিল- 'পুৰুষ' নাটকখনৰ কথা মনত পৰিলেই কিমান কথাই মনৰ মাজত আহি ভিৰ কৰেহি। তাৰ মাজৰে কিছুমান স্মৃতি এনে ধৰণৰ- 'পুৰুষ' নাটকখনৰ পৰিচালনাৰ দায়িত্ব গ্ৰহণ কৰিছিল কথাছবি পৰিচালক ব্ৰজেন বৰুৱা ডাঙৰীয়াই। ব্ৰজদাৰ সৈতে কাম কৰাটোও এক সুকীয়া অভিজ্ঞতা। নাটখনত ব্যৱহাৰ কৰিবৰ বাবে বাঘৰ মাত প্ৰয়োজন হ'ল। সেই সময়ত এনে ধৰণৰ বাণীৱদ্ধ মাত এঠাইত মাত্ৰ পোৱা গৈছিল, সেয়া হ'ল আকাশবাণী কেন্দ্ৰ। কিন্তু ইয়াত সংৰক্ষিত এনে শব্দবোৰ অতিপাত যান্ত্ৰিক আৰু অস্বাভাৱিক লাগিছিল। সেয়েহে ঠিক হ'ল যে ব্ৰজদাৰ নেতৃত্বত আমি ৰাজ্যিক চিৰিয়াখানালৈ গৈ নিজে বাঘৰ মাত বাণীবন্ধন কৰিম। সেই মতে চিৰিয়াখানা কৰ্তৃপক্ষৰ পৰা অনুমতি লৈ চিৰিয়াখানাৰ ভিতৰত সোমালো। তেতিয়া বাঘ, সিংহ আদি চিৰিয়াখানাত মুকলিকৈ থোৱাৰ ব্যৱস্থা হোৱা নাই। আমি বাঘ থকা গঁৰালৰ ওচৰ চাপিলো। আমাক দেখিয়েই বাঘৰ মাত লাগে বুলিয়েই বাঘে কিয় গোঁজৰিব? গতিকে বাঘৰ মাত উলিওৱাৰ প্ৰক্ৰিয়া আৰম্ভ

হ'ল। চিৰিয়াখানাৰ বাঘকেইটাক চোৱা-চিতা কৰা মানুহজনক বিচাৰি তেওঁক কথাখিনি বিৱৰি কোৱাত তেওঁ লাঠি এডাল আনি গঁৰালটোৰ ভিতৰলৈ ভৰাই দিয়াৰ লগে লগে বাঘটোৱে গোঁজৰিবলৈ আৰম্ভ কৰিলে। ব্ৰজদাই টেপৰেকৰ্ডাৰটো গঁৰালৰ লোহাৰ চিক বিলাকৰ একেবাৰে কাষত মোক ধৰিবলৈ দিলে। এবাৰ তেনেকৈ লাঠিৰে বাঘটোক জোকাই দিয়াত গঁৰালৰ লোহাত বাঘটো জাপ মাৰি পৰাত কথমপিহে বাঘৰ আঁচোৰৰপৰা হাত সাৰিলো কিন্তু বাঘটোৰ মুখৰ লেলাউটি আহি মোৰ হাতত পৰিলহি। এনে ধৰণেই আমি নাটকৰ বাবে বাঘৰ মাত সংগ্ৰহ কৰিছিলো।

নাটকখনত নাট্যকাৰ অৰুণ শৰ্মা ৰচিত দুটা কবিতাৰ ব্যৱহাৰ কৰা হৈছিল। এই কবিতা দুটা নায়ক সুকান্তৰ মনৰ দ্বন্দ বুজাবৰ বাবে মোৰ কণ্ঠেৰে বাণীবদ্ধন কৰা হৈছিল দুপৰীয়া সময়ত প্ৰগতি শিল্পী সংঘৰ ভৱনৰ ভিতৰত। কবিতাকেইটাত সংগীতৰ ব্যৱহাৰ কৰা কাৰ্যটো সম্ভৱতঃ এয়েই প্ৰথম আছিল অসমৰ কবিতা আবৃত্তিৰ জগতত। সংগীতৰ দায়িত্বত আছিল জয়ন্ত হাজৰিকা। মনত পৰে জয়ন্ত, ভূপেনদাৰ সৈতে তাৰ কিছুদিন আগতে জাৰ্মেনী আৰু ৰাছিয়াৰ পৰা ঘূৰি আহিছে। জয়ন্তই ৰাছিয়াৰ পৰা অনা 'ডুমৰা' বোলা ৱাদ্যযন্ত্ৰটো এই কবিতাৰ আবৃত্তিৰ সৈতে ব্যৱহাৰ কৰিছিল।

'পুৰুষ' নাটকখন প্ৰথমবাৰ মঞ্চস্থ হোৱাৰ কেইদিনমান আগৰ কথা। মই সংঘৰ ভৱনত আখৰাত ব্যস্ত। নিশা সাতমান বজাত কোনোবা এজনে উধাতু খাই খবৰ দিলেগৈ দুৰ্ঘটনাত পতিত হৈ, নিয়ন্ত্ৰণ হেৰুৱাই আমাৰ ঘৰৰ চৌহদৰ ভিতৰত এখন চিটি বাছ সোমাই গৈছে। আমি প্ৰায় ভাগেই কথাষাৰ শুনি আখৰা সামৰি উধাতু খাই ঘৰলৈ বুলি লৰ মাৰিলো। মোৰ ভীষণ চিন্তা হ'ল বাছখন বা চৌহদৰ ভিতৰত কিমান সোমাই গৈছে? বৃদ্ধ দেউতা আৰু বিছনাত পৰি থকা 'মা'ৰ বা কি অৱস্থা হৈছে? মনা তেতিয়া অন্তঃসত্ত্বা বাবে তেজপুৰত আছেগৈ। এনেকুৱা এক উত্তেজনাৰ মাজত আহি ঘৰ পাই দেখো আমাৰ ঘৰৰ পূব দিশে থকা চৰকাৰী খালটো পাৰ হৈ সীমাৰ দেৱাল ভাঙি সেই সময়ত খালী হৈ থকা ভাড়া ঘৰটোৰ দেৱাল ভাঙি চিটিবাছ খন সোমাই

আছে। চকাৰ তলত এগৰাকী মহিলা সোমাই আছে মৃত অৱস্থাত। এজন যুৱক মৃত অৱস্থাত পৰি আছে বাটৰ দাঁতিত। গোটেই উজান বজাৰ অঞ্চলত হুৱাদুৱা লাগি গ'ল। লোকে লোকাৰণ্য হৈ পৰিল। তেতিয়ালৈকে যুৱকজন চিনাক্ত হোৱা নাই। মহিলাগৰাকী আমাৰ কাষৰে লেম্ব ৰ'ড নিবাসী উজানবজাৰ বাৰোৱাৰীৰ পৰা নাম-প্ৰসংগ শেষ কৰি ঘৰলৈ প্ৰত্যাগতা-দ্বিজেন শৰ্মাদেৱৰ মাতৃ বুলি চিনাক্ত হ'ল। তেওঁৰ মৃতদেহটো চকাৰ তলৰ পৰা উলিওৱা হ'ল। তেতিয়া গুৱাহাটীৰ উপায়ুক্ত ৰাও আৰু আৰক্ষী অধীক্ষক জ্ঞানানন্দ শৰ্মা পাঠক)ক বহুবাৰ ফোন কৰাৰ পিছত আহি ঘটনাস্থলীত উপস্থিত হ'লহি। এক উত্তেজনাময় পৰিৱেশ! দুৰ্ঘটনাস্থলীত উত্তেজনা ইমানেই বাঢ়ি যাবলৈ ধৰিলে যে এটা সময়ত জ্ঞানানন্দ শৰ্মা পাঠকৰ ওপৰত কেইমাহমান আগতে উজানবজাৰ অঞ্চলত ঘটি যোৱা এটা ঘটনাৰ আঁত ধৰি আক্ৰমণ চলিবলৈ ধৰিলে। এটা সময়ত দুৰ্ঘটনাটো যেন গৌণ হৈ শৰ্মা পাঠক ডাঙৰীয়াৰ ওপৰত আক্ৰমণহে মুখ্য হৈ পৰিল। মোৰ লগত নাট্যকাৰ, অভিনেতা অৰূপ চক্ৰৱৰ্তী আৰু কেইজনমানে কেনেকৈ শৰ্মা পাঠক ডাঙৰীয়াক বচাবলৈ যাওঁতে আমাৰ পিঠিত ৰাইজৰ ভুকু আৰু শিলগুটি পৰাৰ কথা এতিয়াও মনত পৰে। আমি ভিৰৰ মাজতে তেখেতক আমাৰ চৌহদৰ মাজেৰে লৈ গৈ, চৌহদৰ পশ্চিম ফালৰ দেৱাল পাৰ কৰি লাৱণ্য প্ৰেছৰ কাষৰ খালী ঠাইত ৰখাই থোৱা পুলিচৰ গাড়ীত উঠাই থৈ আহিছিলোঁগৈ। ভাবিলে, এতিয়াও কথাবোৰ এক অভিযানৰ দৰেই লাগে।

জাতীয় নাট্যশালাৰ অভিৱৰ্তনৰ দ্বিতীয় নিশা 'পুৰুষ' নাটৰ অভিনয় চলি থকা সময়তে আৰু এটা সৰু ঘটনা ঘটিল। নাটৰ বিৰতিৰ বাবে তেতিয়াও এটা দৃশ্য বাকী আছে। বিৰতি এই কাৰণেই দিয়া হৈছে কাৰণ অভিনেত্ৰী আভা হাজৰিকাৰ এক গুৰুত্বপূৰ্ণ পোছাকৰ পৰিৱৰ্তন হয় বিৰতিৰ পিছৰ দৃশ্যটোত। বিৰতিৰ আগৰ দৃশ্যটোৰ আগৰ দৃশ্যটোত সুকান্তৰূপী মই ছুটকেছ এটা লৈ ঘৰৰ পৰা ওলাই গৈছো। হঠাৎ স্ক্ৰীণখন বিৰতিৰ সময়ত বন্ধ হোৱাৰ নিচিনাকৈ দুয়ো ফালৰ পৰা বন্ধ হৈ আহিছে। কিবা এক গণ্ডগোল হোৱাৰ উমান পাই মঞ্চৰ সোঁমাজত ছুটকেছটো

হাতত লৈ মই 'ফ্রিজ' হৈ গ'লো। লগে লগেই ব্ৰজেনদা আহি মোক আৰু আভাক ক্ষমা খুজিলেহি ভুল হোৱাৰ বাবে। এয়াই ব্ৰজেন বৰুৱা মানুহজনৰ মহানুভৱতা। জাতীয় নাট্যশালাৰ অভিৱৰ্তনলৈ অহা নটসূৰ্য ফনী শৰ্মা আৰু কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাদেৱেও নাটখন উপভোগ কৰিবলৈ আহিছিল। তেখেতসকলে ব্ৰজেনদাক নাট শেষ হোৱাৰ পিছত কোৱা শুনিছিলো— 'হেৰা ব্ৰজ, কি দেখুৱালা ভাই, একেবাৰে চিনেমা চিনেমা যেন লাগি গ'ল।'

১৯৬৮ চনৰ ডিচেম্বৰ মাহৰ কথা। কেইদিনমানৰ পিছতে মনাৰ প্ৰসৱৰ সময়। তেতিয়াই আমাৰ ঘৰত এক অঘটন ঘটে। দেউতা এদিন ভীষণ ভাৱে অসুস্থ হৈ পৰে। এফালে ঘৰত অসুখীয়া মা, মনাৰ প্ৰসৱৰ সময় আৰু দেউতাৰ অসুখ! গোটেই পৰিস্থিতিটোৱেই মোক অসহায় কৰি তোলাৰ বাবে টেলিগ্ৰাফ অফিচলৈ গৈ ডাঙৰ দাদা, বাইদেউ আৰু মাজু দাদাক খবৰ দিলেগৈ। ইতিমধ্যে ডাক্তৰ আনন্দেশ্বৰ বৰঠাকুৰদেৱক অনা হ'ল। তেখেতে ঘৰৰ পৰিস্থিতিটো দেখি দেউতাক ছাত্ৰীবাৰীৰ মিছন হাস্পতাললৈ ততালিকে স্থানান্তৰিত কৰিবলৈ উপদেশ দিলে। অলপো সময় নষ্ট নকৰি দেউতাক সেই নিশাই হাস্পতাললৈ স্থানান্তৰিত কৰা হ'ল। ডাক্তৰ বৰঠাকুৰে মিছনলৈ ফোন কৰি দিয়া এম্বুলেঞ্চ গাড়ীখনে দেউতাক লৈ মিছন চৌহদ সোমোৱাৰ পিছতেই দেউতাৰ বাবে আছুতীয়াকৈ ৰখা বিছনালৈ লৈ যোৱা হ'ল। নিৰ্ধাৰিত বিছনাখনৰ কাষত সেই সময়ত মিছন হাস্পতালৰ মুৰব্বী ডাঃ মুনদ্ৰেক থিয় হৈ থকা দৃশ্যটো দেখি এজন সাক্ষাৎ দেৱদূত থিয় হৈ থকা যেন অনুভৱ হৈছিল। দেউতা হাস্পতাললৈ যোৱাৰ পিছতেই সেই নিশা ডাঙৰ দাদা কৃষ্ণ প্ৰসাদ আৰু নবৌ পালেহি। তাৰ পিছতেই বাইদেউ লতিকা আৰু ভিনদেউ, পিছদিনা ধুবুৰীত থকা ককাইদেউ আৰু নবৌৱে ঘৰখন ভৰি পৰিল।

দেউতাক হস্পিতালত থোৱাৰ কেইদিনমানৰ পিছতেই মনাক হস্পিতালত ভৰ্তি কৰোৱা হ'ল। দেউতাৰ অসুখৰ কথাবোৰ প্ৰত্যক্ষ কৰাৰ বাবেই হয়তো মনাৰ কিছুমান সমস্যাই দেখা দিলে। সেই সময়খিনিত গুৱাহাটীত থকা বীৰেণ দাদাৰ পৰিবাৰ দুলালী নৌ, প্ৰেম

বৰগোহাঞি, ধীৰেন গগৈ আৰু ধীৰেন দাস আদি বন্ধুসকলৰ ভূমিকাৰ কথা পাহৰিব নোৱাৰো। জীৱনৰ এক গুৰুত্বপূৰ্ণ সময়ৰ সন্ধিক্ষণত মাত্ৰ ঈশ্বৰক চিন্তা কৰিছিলো। ডিচেম্বৰ মাহৰ হাড়কঁপোৱা জাৰৰ নিশা মনাৰ ওচৰত প্ৰেম আৰু মই থাকি মাজে মাজে হস্পিতালৰ চকীদাৰৰ সৈতে জুই ফুৱাই থাকোতেই ৰাতি পুৱাল। গুৱাহাটী মেডিকেল কলেজৰ পাণবজাৰত থকা হস্পিতালতে আমাৰ পুত্ৰ ৰূপমৰ জন্ম হয়।

লাহে লাহে দেউতাই ভাল পাই অহাত ঘৰলৈ অনা হ'ল। চিকিৎসকে দেউতাক খোৱা-বোৱাৰ ক্ষেত্ৰত যথেষ্ট নিয়ম বান্ধি দিলে। এটা সময়ত হস্পিতালৰ পৰা মনাকো ঘৰলৈ অনা হ'ল। নাতিৰ মুখখনে মা-দেউতাক এক মুহূৰ্তৰ বাবে হ'লেও শাৰীৰিক কষ্টৰ পৰা নিলগাই ৰাখিলে। তেওঁলোক দুয়োৰে মুখ দুখন উজলি উঠিল। যথাসময়ত ককাইদেউ—নবৌ, বাইদেউ-ভিনিদেউ কামে-কাজে গ'লগৈ। আগ... ঘৰখনত যেন মাহে অসুখীয়া আছিল এতিয়া মাৰ লগতে দেউতা ... মনা অসুখীয়া শাৰীত পৰিল। মোৰ ওপৰত গোটেই কেইজনৰ প... ...ৰ্যাৰ ভাৰ পৰিলহি। এটা সময়ত মনাই ঘৰৰ কাম চম্ভালি ল'ব পৰা ...লহি। কেঁচুৱাৰ লগতে মা দেউতাৰ সকলো দায়িত্ব তেওঁই মূৰ পাতি ল'লে। এইবাৰ হস্পিতালৰ পৰা দেউতা ঘূৰি অহাৰ পিছত দেউতাও যেন এটি শিশু, এনেভাৱ হ'বলৈ ধৰিলে। মনাই সকলো সুন্দৰকৈ চম্ভালি ল'লে। নতুন কেঁচুৱাৰ আগমনত মা-দেউতাৰ সময় কটোৱাৰ এক পথ ওলাল। ঘৰখনত আনন্দৰ পৰিৱেশে গা কৰি উঠিল। তেতিয়াহে অনুভৱ কৰিলো ঘৰখনত এটা কেঁচুৱাই কিমান সুখ দিব পাৰে!" কথাখিনি কৈ থাকোতে বৰদেউতাৰ তেজগোৰা মুখখন অধিক উজলি উঠা মন কৰিছিলো। আচলতে, সেয়া আছিল পিতৃত্বৰ গৌৰৱেৰে উজ্জল তেওঁৰ হৃদয়ৰ ভাষা।

বৰদেউতাই কৈছিল- 'এই সুখানুভূতি বৰ বেছিদিনলৈ অব্যাহত নাথাকিলে ১৯৬৯ চনৰ মে' মাহৰ ১০ তাৰিখে কেইদিনমান অসুখৰ পিছত মাৰ মৃত্যু ঘটে। মাৰ অসুখৰ বাবে দাদা-নবৌ, বাইদেউ-ভিনিদেউ সকলোবোৰ আহি গুৱাহাটীত আছিলহি। মাৰ মুখাগ্নি ময়ে কৰিব লগা

হ'ল। মাৰ অনুপস্থিতিত মোৰ ডাঙৰ বাইদেউ লতিকাই যেন মাৰ স্থান লৈ থিয় হ'লহি। শ্মশানৰ কৰ্মাদি শেষ কৰি আহি ঘৰৰ পদুলিত ভৰি দিয়াৰ লগে লগে এগৰাকী মাকৰ সমস্ত দায়িত্ব লৈ পদুলি মুখত ঠিয় হৈ শ্ৰাদ্ধাদি শেষ নোহোৱা পৰ্যন্ত মোৰ কাষে কাষে থকা মানুহ গৰাকী আছিল লতিকা বাইদেউ। শ্ৰাদ্ধাদি শেষ হোৱাৰ পিছত বাইদেউ শ্বিলঙলৈ ঘূৰি গ'ল যদিও দুমাহমানৰ ভিতৰতে বাইদেউ দীঘলীয়াকৈ আমাৰ লগত থাকিবলৈ আহিল। প্ৰথম কথা দেউতাক লগ দিবলৈ আৰু দ্বিতীয়তে ঘৰখনত মাৰ অভাৱ সামান্যভাৱে হ'লেও ভৰাই তুলিবলৈ। এই সময়খিনিতে বাইদেৱে মনাকো নানান উপদেশ আৰু দিহা দি ভৱিষ্যতে এগৰাকী সুগৃহিণী হোৱাত সহায় কৰিলে। আমাকো বাইদেউৰ সেই উপস্থিতিয়ে জীৱনটো সুচাৰুৰূপে পৰিচালনা কৰাত সহায় কৰিলে।

ইতিমধ্যে আমাৰ ভিনিদেৱ শৰৎ কাকতি ডাঙৰীয়াই চাকৰিৰপৰা অৱসৰ লোৱাৰ পিছত শ্বিলঙৰ পৰা আহি গুৱাহাটীত থাকিবলৈ ল'লে। ভিনিদেৱে আমবাৰীত থকা স্বৰ্গীয় তৰুণ চন্দ্ৰ আগৰৱালাদেৱৰ মাটিয়ে ঘৰে ক্ৰয় কৰিছিল। মাৰ জীৱিত কালতে অমৃত দাদাই ঘৰৰ অনুমতি সাপেক্ষে আমেৰিকাতে এনক বিয়া কৰাইছে। মাৰ মৃত্যুৰ পিছত তেওঁলোক দুয়ো গুৱাহাটীলৈ আহি দেউতাৰ সৈতে কিছুদিন থাকিল। তেওঁলোক যোৱাৰ সময়ত দুদিনমান দাৰ্জিলিঙত কটাই তাৰ পৰা কলিকতালৈ ঘূৰি যাব। সেয়ে মনা আৰু মোকো তেওঁলোকে লগ ল'লে। মাৰ মৃত্যুৱে মনবোৰ বৰ ভাৰাক্ৰান্ত কৰি পেলাইছিল, সেয়েহে কেইদিন মানৰ কাৰণে হ'লেও বাহিৰলৈ ওলাই যোৱাটো বৰ প্ৰয়োজন হৈছিল। সময়ত আমি দাৰ্জিলিঙলৈ ৰাওনা হ'লো। ৰেলেৰে শিলিগুড়ি গৈ পাওঁতে বতৰ যথেষ্ট বেয়া কৰি আনিছিল। এখন জীপ গাড়ীৰে আমি শিলিগুৰিৰ পৰা দাৰ্জিলিঙলৈ যাত্ৰা আৰম্ভ কৰিলো। বাটত ধাৰাষাৰ বৰষুণ আৰম্ভ হ'ল। বৰষুণৰ মাজতে নানান কষ্টেৰে আমি নিশা আহি দাৰ্জিলিং পালোহি। তাৰ 'এভাৰেষ্ট' হোটেলত থকাৰ ব্যৱস্থা আগৰে পৰা কৰি থোৱা আছিল। সেই নিশা আমি খোৱা-বোৱা কৰি শুই থাকিলো।

পুৱা কোঠালীটোৰ পৰ্দাখন আঁতৰাই দিয়াৰ লগে লগে প্ৰকৃতিৰ

মনোমোহা দৃশ্য চাই থমকি ৰ'লো। মনাক মাতি দুয়ো দৃশ্যটো উপভোগ কৰিলো অলপ সময়। সন্মুখত সুদৃশ্য বৰফত জিলমিলাই উঠা 'কাঞ্চনজংঘা' পৰ্বতমালা। যেন হাতেৰে ছুইহে চাম। দাৰ্জিলিঙত থকা সময়তে আমি টেনজিং নৰ্কেৰ বাসভৱনলৈ গৈ তেখেতক লগ কৰিলো। তেখেতৰ ঘৰতে স্থাপিত মিউজিয়ামটো চালো। দাৰ্জিলিঙৰ বিভিন্ন ঠাই খোজকাঢ়িয়েই চালো। ইয়াৰ 'টাইগাৰ হিল', 'ডি মল' আদিত সময় কটালো। নিৰ্দিষ্ট দিনত দাৰ্জিলিঙৰ পৰা শিলিগুৰিলৈ বুলি সৰু ৰেলগাড়ীখনত উঠি আহোঁতে 'বাটাছিয়া লুপ'ত ৰেলগাড়ীখনৰ চলনটোও এক অভিজ্ঞতা। প্ৰকৃতিৰ অনাবিল সৌন্দৰ্যই আমাক ভিন্ন জগতত প্ৰৱেশ কৰাইছিল । তথাপি আমাৰ কৰ্মক্ষেত্ৰই আমাক হাত বাউলি দি মাতি আছিল। সময়ত আমি প্ৰকৃতিৰ ৰাণী দাৰ্জিলিঙৰ পৰা বিদায় লৈ আহিছিলো। তেতিয়াই দেউতাৰ সৈতে মনাৰ আত্মীয়তা বাঢ়িবলৈ ধৰিলে। সৰু-সুৰা প্ৰতিটো কথাতেঁ দেউতাই মনাক বিচৰা হ'ল যেন পিতৃ আৰু কন্যাৰহে সম্বন্ধ। কথাবোৰত মই যথেষ্ট আনন্দ লভিছিলো। লাহে লাহে আমাৰ পুত্ৰ ৰূপমৰো অন্নপ্ৰাসন্নৰ দিন ওচৰ চাপি আহিল। মনত পৰে অন্নপ্ৰাসন্নৰ দিনা আনসকলৰ লগতে দেউতায়ো সেইদিনা যথেষ্ট স্ফূৰ্তি কৰিলে। মাৰ অভাৱ সেইদিনা বৰকৈ অনুভূত হৈছিল।

আচলতে, সুখৰ সময়বোৰ মানুহৰ জীৱনত বৰ বেছি দীঘলীয়া নহয়। দুমাহমানৰ পৰা দেউতা ক্ৰমান্বয়ে অসুখত ভুগিবলৈ আৰম্ভ কৰাত স্বাস্থ্যৰো অৱনতি হৈ আহে। মাৰ মৃত্যুৰ পিছৰ পৰা দেউতাৰ যেন জীৱনৰ সকলো দায়িত্ব শেষ হৈ আহিল এনে এক ভাব হ'বলৈ ধৰিলে। মা থাকোতে মাৰ আলপৈচান ধৰাটো দেউতাৰ এটা কৰ্তব্যই আছিল। কিন্তু মাৰ অনুপস্থিতিত দেউতা মানুহজনেই প্ৰায় অসাৰ হৈ আহিল। আৰু এদিন পৃথিৱীৰ সকলো মায়ামোহ ত্যাগ কৰি দেউতা ৮৫ বছৰ বয়সত ১৯৭০ চনৰ ১৪ জানুৱাৰীৰ মাঘ বিহুৰ দিনা স্বৰ্গী হয়। জীৱনত এবছৰৰ অন্তৰতে পুনৰ আন এটা বেদনাময় সত্যৰ সৈতে মুখামুখি হৈ উপলব্ধি কৰিলো, জীৱনটো আচলতে কি?

দেউতাৰ বিয়োগত পুনৰ আমি একেলগে গোট খালো। ময়েই

দেউতাৰ মুখাগ্নিৰ কাম সমাধা কৰিলো। তেতিয়া মোৰ আন দুজন ককাইদেউ আমেৰিকাতে। দেউতাৰ শ্ৰাদ্ধাদি শেষ হোৱাত পৰিয়ালৰ সকলোবোৰ নিজ নিজ কৰ্মক্ষেত্ৰলৈ যায়গৈ। মাত্ৰ ঘৰখনত মনা, মই আৰু এবছৰীয়া ৰূপমক লৈ সংসাৰ যাত্ৰা আৰম্ভ হ'ল। তথাপি প্ৰতি মুহূৰ্তে মা, দেউতাৰ অনুপস্থিতি মৰ্মে মৰ্মে উপলব্ধি কৰিলো। এটা যুগৰ যেন অৱসান ঘটিল এনে ভাব হ'ল। ৰৈ গ'ল মাত্ৰ তেওঁলোকে ব্যৱহাৰ কৰা সামগ্ৰীবোৰৰ লগতে ডুখৰীয়া স্মৃতিৰ টোপোলাবোৰ।" ❑

# সাত

আচলতে, মই ভাবো বৰদেউতাই কৈ যোৱা জীৱনৰ প্ৰতিটো সৰু-বৰ কথা বা কাহিনীয়েই প্ৰত্যেক ব্যক্তিৰে জীৱনত ধৰা দিয়া একোটা দৃশ্যৰ অংশ মাথো। জীৱনক গভীৰভাৱে ভাল পোৱাৰ উপলব্ধিৰে তেখেতে মাথো ছুই চাব খোজে জীৱনৰ অৰ্থ। এজন শ্ৰোতা হিচাপে বৰদেউতাৰ জীৱনৰ প্ৰতিটো অংশ যেতিয়াই মই স্পৰ্শ কৰিব খোজো মোৰ হৃদয় ভৰি যায়। সেই দিনাও শীতৰ কোমল, এচেৰেঙা ৰ'দ লৈ তেখেতে কৈ গৈছিল অভিনয়ৰ কথা, জীৱনৰ অলেখ সৰু বৰ স্মৃতিৰ সৌধবোৰ।

তেখেতে কৈছিল—"স্বাধীন জীৱন-যাপন কৰিবলৈ বুলি দেউতাৰ বছৰেকীয়া হৈ যোৱাৰ পিছতে ১৯৭১ চনত আমি চান্দমাৰীত কোম্পানীয়ে লোৱা ভাড়া ঘৰলৈ স্থানান্তৰিত হওঁ। তেতিয়া আমাৰ দ্বিতীয় সন্তানৰ আগমণৰ বাবে মনা পুনৰ অন্তঃসত্ত্বা। চান্দমাৰীৰ ঘৰটোত দুটা ভাগ এটাত আমি আৰু আনটোত মোৰ ল'ৰালিৰ বন্ধু মহেশ ডেকা থাকে। তেওঁ চি.আৰ.পি.এফ.ত কেইবা বছৰো চাকৰি কৰাৰ পিছত ঘৰখনৰ তাগিদাত সেই কাম এৰি আহি 'অসম কাৰ্বন' কোম্পানীত যোগদান কৰিছেহি। তেতিয়ালৈকে তেওঁ বিয়া কৰোৱা নাই কিন্তু লিলি উজীৰৰ স'তে তেওঁৰ বিয়াৰ কথা চলি আছে। লিলিৰ ঘৰখনৰ আপত্তিৰ বাবে বিয়াখন হৈ উঠা নাই। মনত পৰিছে সেই সময়খিনিতে ব্ৰজদাই (ব্ৰজেন বৰুৱা) তেখেতৰ চতুৰ্থখন কথাছবি 'ললিতা'ৰ প্ৰস্তুতিৰ কাম আৰম্ভ কৰিছে। এদিন ব্ৰজদা মোৰ চান্দমাৰীৰ ঘৰত উপস্থিত হৈ মোক বিজু ফুকনৰ ককায়েকৰ ভূমিকাত অৱতীৰ্ণ হ'বলৈ কয়হি। মোৰ জীৱনত প্ৰথম কথাছবিত অভিনয়ৰ সুযোগটো পোৱা দেখি মনটো ভৰি উঠিল। 'ললিতা'ৰ প্ৰযোজক আছিল

উজান বজাৰ অঞ্চলৰ অপূৰ্ব কুমাৰ চৌধুৰী। তেখেতৰ ঘৰতেই কথাছবিখনৰ অন্তৰ্দৃশ্যৰ কাম আৰম্ভ হ'বলৈ ধৰিলে। মোৰ বিপৰীতে অভিনয় কৰিছে কৃষ্ণা দাসে(নাথ), মূল ভূমিকাত পূৰ্ণিমা পাঠক(শইকীয়া)। বিজু ফুকনৰ বিপৰীতে জয়া শইকীয়া (দুৱৰা)। দুটা গুৰুত্বপূৰ্ণ ভূমিকাত ব্ৰজদা নিজে আৰু যোৰহাটৰ তিলমিজুৰ ৰহমানে অভিনয় কৰিছে।

কথাছবি অভিনয়ৰ সীমাৱদ্ধতাৰ বিষয়ে প্ৰথম 'ললিতা'ত সন্মুখীন হওঁ। নাটকৰ অভিনয় আৰু কথাছবিৰ অভিনয়ৰ মাজৰ পাৰ্থক্য বহুতো। কেমেৰাৰ মাজেদিয়েই ইয়াৰ প্ৰকাশ। সেয়েহে কথাছবিৰ অভিনয় যিমানেই স্বাভাৱিক হয় সিমানেই মনোগ্ৰাহী হয়। 'ললিতা'ৰ মোৰ অভিনয় নাটকীয় অভিনয়ৰ পৰা ফালৰি কাটি আহিব নোৱাৰিলে বুলি মই কথাছবিখন চাই অনুভৱ কৰিলো। মোৰ ভাব হয় তাত মই ভাল অভিনয় কৰিব পৰা নাছিলো। কথাছবিখনে ১৯৭২ চনৰ ১৭ ফেব্ৰুৱাৰীত মুক্তি লাভ কৰে।

আমি চান্দমাৰীৰ ঘৰলৈ যোৱাৰ দুমাহমানৰ পিছতে আমাৰ দ্বিতীয় সন্তান ময়ুৰীৰ জন্ম হয। ইতিমধ্যে ৰূপমে চান্দমাৰীৰ 'চেক্ৰেদ হাৰ্ট' স্কুলৰ খেল-ধেমালিৰ শ্ৰেণীলৈ যোৱা আৰম্ভ কৰিছে। দুটাকৈ ল'ৰা ছোৱালীৰ আলপৈচান ধৰাত মনা ব্যস্ত হৈ পৰিছে। ৰূপমৰ ল'ৰালি কালৰ স্বাভাৱিক দুষ্টালিবোৰৰ বাবে মাজে মাজে স্কুল কৰ্তৃপক্ষৰ পৰা অভিযোগো আহিছে।

সেইখিনি সময়তে চান্দমাৰীৰ ভাড়াঘৰৰ পৰাই বন্ধু মহেশ ডেকাৰ বিয়াৰ যো-জা চলিছে। লিলিৰ ঘৰে বিয়াখনত সহযোগ নকৰাত লিলিৰ কন্যাদানৰ ভাৰ মোৰ ওপৰতে আহি পৰিলহি। সময়ত এক গুৰুদায়িত্বৰে মই এই কাৰ্য সমাধা কৰিলো।

অধিবক্তা দিলীপ ডেকাৰ স্বৰচিত গল্পৰ আধাৰত 'আদালত' কথাছবিৰ এক গুৰুত্বপূৰ্ণ ভূমিকাত অভিনয়ৰ বাবে মোক অনুৰোধ কৰে। মোৰ বিপৰীতে নায়িকা আছিল কৃষ্ণা দাস। ১৯৭২ চনতে কথাছবিখনৰ চিত্ৰগ্ৰহণ আৰম্ভ হয় যদিও কাৰিকৰী সম্পৰ্কীয় কিছুমান বেমেজালিৰ বাবে চিত্ৰগ্ৰহণ আৰম্ভ হোৱাৰ কিছু দিন পিছতেই শ্ৰীডেকাই ইয়াক বন্ধ কৰি দিয়ে।

বিয়াৰ কিছুদিনৰ পিছতেই বন্ধু মহেশ ডেকা তেওঁৰ নিজা উগ্ৰতাৰা

মন্দিৰৰ কাষৰ ঘৰলৈ যায়গৈ। আমাৰ কাষৰ পাৰ্টটোত ঘৰৰ মালিকৰ ল'ৰা দুজন গুৱাহাটীত চাকৰি সূত্ৰে আহি থাকিবলৈ ল'লে। তেওঁলোকৰ সৈতে বৰদেউতাকৰ ল'ৰা বিপুলো আহি থাকেহি। ক্ৰমে আমাৰ একেখন ঘৰৰ দৰে সম্বন্ধবোৰ আগবাঢ়ে। তেতিয়া ঘৰৰ মালিক বিমান বৰাদেৱ চাকৰিসূত্ৰে শিলঙত।

সুঁৱৰিছো, সেই বছৰবে ফেব্ৰুৱাৰী মাহৰ ১৬ আৰু ১৭ তাৰিখে এখন ভিন্নসুৰী পূৰ্ণাংগ নাটকৰ এটি সৰু চৰিত্ৰত অভিনয় কৰাৰ কথা। মেক্সিমগৰ্কীৰ 'মাদাৰ' বোলা উপন্যাসৰ অৱলম্বনত ব্ৰাৰটোল্ট ব্ৰেখ্‌টে দিয়া নাট্যৰূপৰ পবিত্ৰ কুমাৰ ডেকাই অসমীয়া অনুবাদ কৰিছিল। নাটকখন পৰিৱেশন কৰিছিল 'প্ৰগতি শিল্পী সংঘ' আৰু গুৱাহাটীৰে 'নক্সা' নাট্যগোষ্ঠীয়ে যুটীয়াভাৱে। প্ৰায় চল্লিশতকৈ অধিক চৰিত্ৰৰ সমাৱেশ ঘটা নাটকখন পৰিচালনা কৰিছিল ৰত্ন ওজাই। নাটখনৰ কলা কৌশল আৰু সৃষ্টিধৰ্মীতা আদি মন কৰিবলগীয়া আছিল। মই নাটকখনৰ 'নিকোলাই' বোলা এটা সৰু অথচ গুৰুত্বপূৰ্ণ চৰিত্ৰত অভিনয় কৰিছিলো। নাটকখনে গুৱাহাটীত এক আলোড়নৰ সৃষ্টি কৰিছিল।

১৯৭৩ চনৰ পৰা মোৰ জীৱনত সাংস্কৃতিক কৰ্মৰ এক লেথাৰি নিছিগা যাত্ৰা আৰম্ভ হয়। ১৯৭৩ চনৰ জুলাই মাহৰ প্ৰথম সপ্তাহত আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ ৰূপালী জয়ন্তী বৰ্ষৰ বিশেষ কাৰ্যসূচী আৰম্ভ হয়। বিগত পঁচিশটা বছৰত কেন্দ্ৰৰ পৰা প্ৰচাৰ হোৱা আৰু বিশেষ তাৎপৰ্য্য বহন কৰা অনুষ্ঠানসমূহ নতুনকৈ পৰিৱেশন কৰা হয়। আকাশবাণীৰ নাট বিভাগেও সপ্তাহজোৰা নাট মহোৎসৱৰ আয়োজন কৰিছে। জুলাই মাহৰ পাঁচ তাৰিখে ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ 'এজাক জোনাকীৰ জিলমিল' নাটকখনৰ প্ৰচাৰ হয়। এইবাৰ ভাস্কৰৰ চৰিত্ৰত মই অভিনয় কৰিছো, বিজুলীৰ চৰিত্ৰত সান্ত্বনা বৰুৱাই (বৰদলৈ)।

সেই বছৰৰে ছেপ্টেম্বৰ মাহৰ ১৫ আৰু ১৬ তাৰিখে এখন ভিন্নসুৰী পূৰ্ণাংগ নাটকৰ মূল নায়কৰ চৰিত্ৰত অভিনয় কৰিলো, নাট্যকাৰ ড° শ্যামা প্ৰসাদ শৰ্মা। তেতিয়া তেখেতৰ নামৰ আগত ডক্টৰেট উপাধি সংযোগ হোৱা নাই। মোৰ সৈতে সহ অভিনেতা আছিল ধীৰু ভূঞা।

যদিও নাটকখনক গুৰুত্বপূৰ্ণ বৈশিষ্ট্য প্ৰদানৰ অৰ্থেহে মঞ্চস্থ কৰা হৈছিল। এই নাটকত কামৰূপ নাট্য সমিতিৰ জীৱিত তিনিটা পুৰুষৰ অভিনেতাসকলে অভিনয় কৰিলে। অন্নৰাম বৰুৱা, ভবানীকান্ত বৰুৱাৰপৰা আৰম্ভ কৰি সুৰেণ দাস, সত্যপ্ৰসাদ বৰুৱা, যুগল দাস, জীৱেশ্বৰ চক্ৰৱৰ্তীৰ মাজেদি আহি মই আৰু গৌতম প্ৰসাদ বৰুৱায়ো অভিনয় কৰিলো। নাটখন মঞ্চস্থ হোৱাৰ পিছত কৃতি সমালোচক মুনীন বৰকটকী ডাঙৰীয়াই তেখেতৰ 'অভিনয়ৰ অভিনৱত্ব' নামৰ প্ৰৱন্ধত এইদৰে প্ৰকাশে কৰিছে—'কলিকতা মহানগৰীৰ ভিন ভিন মঞ্চ দলৰ বাছকবণীয়া শিল্পীসকলক একেলগ কৰি মাজে মাজে কোনো এটা মঞ্চত সুপ্ৰসিদ্ধ নাট্যকাৰৰ বিখ্যাত নাটক পৰিৱেশন কৰা নিয়ম এটা আগেয়ে প্ৰচলিত আছিল। তাহানিৰ অন্নৰাম বৰুৱা, ভৱানীকান্ত বৰুৱাৰ পৰা আজিৰ ঈশান বৰুৱা আৰু গৌতম প্ৰসাদ বৰুৱালৈকে ককাদেউতা আৰু নাতি ল'ৰা সদৃশ তিনি চাৰি পুৰুষৰ একত্ৰ অভিনয়ৰ পৰিকল্পনাটোৱেই এনে অভিনৱ আৰু অপূৰ্ব যে এনে এটা 'ব্ৰেইনৱেভ' খেলোৱাৰ বাবেই কামৰূপ নাট্য সমিতিৰ উদ্যোক্তাসকলক গুৱাহাটীয়া আৰু লুইত পৰীয়া ৰাইজে ধন্য ধন্য কৰিব।'

*('অসমবাণী' ১০ জানুৱাৰী, ১৯৭৫ চন)*

এই নাটকত ঘটি যোৱা সৰু ঘটনা কেইটামানে মনত বৰ্তমানেও দোলা দি যায়। মই নাটকখনত শ্ৰীকৃষ্ণৰ ভূমিকাত অভিনয় কৰিছো। ইমান কেইজন জ্যেষ্ঠ আৰু এসময়ৰ বিখ্যাত অভিনেতাৰ সৈতে অভিনয় কৰা এইয়ে প্ৰথম। মনত অপাৰ আনন্দ। কৃষ্ণৰূপী মই কৌৰৱৰ ৰাজসভাত পাণ্ডৱসকলৰ প্ৰস্তাৱ লৈ প্ৰৱেশ কৰিছো, হঠাৎ বিদুৰ ৰূপী যুগল দাস দাদাই কৃষ্ণৰ প্ৰৱেশৰ লগে লগে ভৰিত একোপাহকৈ ফুল দি দি ফুলৰ ওপৰেৰে কৃষ্ণক ৰাজসভালৈ প্ৰৱেশ ঘটাইছে। যুগলদাই আখৰাত কেনোদিনে এইদৰে কৰা নাছিল বাবে প্ৰথম অৱস্থাত মই অলপ অপ্ৰস্তুত হৈছিলো। পিছ মুহূৰ্ততে মই ভাবি ল'লো যে যুগলদাইতো মোৰ ভৰি চুই ফুল দিয়া নাই কৃষ্ণকহে দিছে। সেয়ে ময়ো অভয় দিয়াৰ ভংগীৰে মঞ্চত প্ৰৱেশ কৰিলো। ৰাজসভাত প্ৰৱেশ কৰি দেখোঁগৈ যে কৌৰৱ পক্ষৰ মাজত বহি থকা দ্ৰোণাচাৰ্য্যৰ ভূমিকাত থকা অন্নৰাম বৰুৱাই চকুত চশমা পিন্ধি আছে।

১৯৭৩ চনৰ শেষৰ ফালে আমি চান্দমাৰীৰ ঘৰটোৰপৰা উজান বজাৰৰ ভুবন ৰোডত থকা ড° মথুৰানাথ গোস্বামী ডাঙৰীয়াৰ কোম্পানীয়ে লোৱা ঘৰত থাকিবলৈ আহোঁ। পুনৰ নিজ অঞ্চলৰ লগতে ইয়াৰ সাংস্কৃতিক ক্ষেত্ৰখনক কাষতে পোৱাৰ হাঁহিয়াসে মনটো ভৰাই তুলিলে।

আমাৰ ল'ৰালিৰ বন্ধু অশোক বৰঠাকুৰ। তেওঁ ইতিমধ্যে অভিযন্তা হৈ কামত সোমাইছে। সৰুৰে পৰাই অশোক আমাৰবোৰতকৈ বেলেগ, ডেকা কালতে যেন আধ্যাত্মিক কাৰ্যকলাপৰ প্ৰতি অনুৰাগী। কবিতাৰ প্ৰতিও তাৰ দুৰ্বলতা আছিল। এই অশোকেই দুখন নাটক ৰচনা কৰিলে ১৯৭৪/১৯৭৫ চনত। এখন 'অ'থেলো' আৰু আনখন 'ছাহজাহান'। মই এই নাটক দুখনক মূল নাটকৰ অসমীয়া অভিযোজনা বুলি ক'ব খোজা নাই কাৰণ অশোকে নাটক দুখন মূল নাট্যকাৰৰ নাটকৰ হুবহু অভিযোজনা কৰা নাই। নিজস্ব কৌশলেৰে নাটক দুখন ৰচনা কৰাৰ বাবেই এই নাটক দুখনক অসমীয়া নাট্য সাহিত্যৰ মৌলিক নাটকৰ শাৰীত পেলাব পাৰি। দুয়োখন নাটক হাতে লিখা অৱস্থাতে থাকি গ'ল। তাৰ পিছত বহুবাৰ অশোকক কোৱা সত্ত্বেও সি আৰু নাটক ৰচনা নকৰিলে। মই 'অ'থেলো'ত 'ৰদাৰিগ'ৰ চৰিত্ৰ ৰূপায়ণ কৰিছিলো। অ'থেলো'খন ৰবীন্দ্ৰ ভৱন প্ৰেক্ষাগৃহত মঞ্চস্থ হৈছিল ১৯৭৪ চনৰ ২৭ জুলাই তাৰিখে।"

বৰদেউতাৰ সেই কেইবছৰৰ সাংস্কৃতিক কৰ্ম ঘাইকৈ নাট্য কৰ্মৰ বাতৰি শুনি মই যথেষ্ট আপ্লুত হৈছিলো। তেতিয়া যেন চাৰিওফালে মুখৰিত অসমৰ সাংস্কৃতিক জগত, ঘাইকৈ নাট্য পৰম্পৰা। একোখন নাটকৰ বাবে ৰাইজৰ কিমান আগ্ৰহ। কলা-কুশলীসকলৰতো প্ৰশংসাৰ তুলনা নাছিলেই। কিমান সুন্দৰ আছিল সেই যাত্ৰাপথ!

বৰদেউতাই কৈছিল—"কুমাৰ ভাস্কৰ নাট্য মন্দিৰ' কামৰূপ নাট্য সমিতিৰ অংগ বিশেষ। 'কামৰূপ নাট্য সমিতি'ৰ সৈতে জড়িত এটি অনুষ্ঠান 'সবিতা সভা'। সবিতা সভাখন প্ৰতিষ্ঠা হৈছিল ১৯৩১ চনত পদ্মধৰ চলিহাদেৱৰ দায়িত্বত। ১৯৭৪ চনত সবিতা সভাই সবিতা সমাৰোহ নামকৰণেৰে অতুল চন্দ্ৰ হাজৰিকাদেৱৰ 'ভীষ্মৰ শৰশয্যা' নাটকখন মঞ্চস্থ কৰিবলৈ যো-জা কৰে। এই নাটকখন এখন বিখ্যাত পৌৰাণিক নাটক

বহু চৰিত্ৰৰ সমাৱেশ ঘটা ৰাজসভাত হয়তো কথাটো আনসকলে মন কৰা নাছিল আৰু মন কৰিছিলো যদিও তেখেতক ক'বলৈ উপায়ো নাছিল। দৰ্শকসকলৰ মাজৰ পৰা বহুতেই হয়তো কথাটোৰ উমান পাই যথেষ্ট ৰস পাইছিল। মই মঞ্চত প্ৰৱেশ কৰি যুগলদাই বচনটো মতাৰ পিছত এই দৃশ্য দেখি অন্নৰাম বৰুৱা খুৰাৰ কাষলৈ গৈ তেখেতক দৰ্শকৰপৰা ঢাকি ৰাখি ফুচফুচাই ক'লো-'খুৰাদেউ, আপোনাৰ চশমাজোৰ খোলক'। তেখেতে চশমাজোৰৰ অবিহনে একোকে নেদেখিছিল। চশমাজোৰ ভীষণ পাৱাৰ থকা আছিল। সেয়েহে তেখেতে মঞ্চত প্ৰৱেশ কৰাৰ পিছত চশমাজোৰ খুলিবলৈ পাহৰি থাকিল। মোৰ কথা শুনিয়েই লাহেকৈ খুৰাই মোৰ আঁৰ লৈ মঞ্চতে চশমাজোৰ খুলি থ'লে। দৃশ্যটোৰ পিছত গ্ৰীণ ৰুমলৈ গৈ যুগলদাই মঞ্চত মোৰ ভৰি ছুই যোৱাৰ বাবে মই তেখেতৰ চৰণ ছুই ক্ষমা বিচাৰিলো। যুগলদায়ো মোৰ পিঠিত ঢকা এটা মাৰি ক'লে 'হেৰ সেয়া অভিনয়হে. তই শ্ৰীকৃষ্ণ, মঞ্চৰ ওপৰতে সেয়া তোৰ অধিকাৰ।"

বৰদেউতাৰ কথাষাৰ শুনি বাৰে বাৰে ভাবিছিলো কিমান সুক্ষ্ম অথচ তাৎপৰ্য নিহিত আছে। বৰদেউতাৰ অনুভূতিপ্ৰৱণ মনটোক প্ৰশংসা কৰো। মঞ্চৰ লগতে জ্যেষ্ঠজনৰ আশীষ শিৰত লৈ তেতিয়াই দায়বদ্ধতাৰে আগবঢ়াৰ বাবেই তেখেত আজিও আনতকৈ ব্যতিক্ৰম অভিনয় জগতত।

বৰদেউতাই কৈছিল—"মঞ্চ"খন এখন পৱিত্ৰভূমি। ইয়াতেই আমি যথেষ্ট অভিজ্ঞতা লভিছো, শিকিছো অনেক কথা! সেইদিনবোৰ সোঁৱৰণ কৰিলে আত্মহাৰা হৈ পৰো। ৰাইজৰ মৰম, আশীষ কিমান আমাৰ প্ৰতি। এখন বিচিত্ৰ পৃথিৱীত বাস কৰা যেন লাগে!

১৯৭৫ চনৰ ফেব্ৰুৱাৰী মাহৰ আঠ আৰু ন তাৰিখে ৰবীন্দ্ৰ ভৱন প্ৰেক্ষাগৃহত মঞ্চস্থ হ'ল অশোক বৰঠাকুৰৰ আনখন নাটক 'ছাহজাহান'। দিলীপ শৰ্মা ছাহজাহান, অশোক ঔৰঙ্গজেৱ আৰু মই চুজাৰ চৰিত্ৰত অভিনয় কৰিছিলো। এই নাটকখনৰ প্ৰচাৰ বেলেগ ধৰণেৰে কৰা হৈছিল। নাটকখনৰ একোটা বিশেষ মুহূৰ্তৰ সম্পূৰ্ণ অবয়ৱৰ 'কাট্ আউট' উলিয়াই চহৰৰ বিশেষ কিছুমান ব্যস্ত অঞ্চলত ৰখা হৈছিল। নাটখনে দৰ্শকক এক বিশেষ সোৱাদ দিছিল। কাট্ আউট্‌বোৰ তৈয়াৰ কৰিছিল দিঘলীপুখুৰীৰ

পাৰতে থকা এজন প্ৰচাৰ বিমুখ মনচুৰ বুলি শিল্পীয়ে। লিখি থকা হ'লে হয়তো অশোক অসমৰ এজন কৃতি নাট্যকাৰ হ'লহেঁতেন!"

কথাবোৰৰ মাজতে বহু সময় ভাবি থকা প্ৰশ্ন এটা বৰদেউতাক অৱতাৰণা কৰিলো। আচলতে, প্ৰশ্ন কৰাৰ অধিকাৰ মই নিজেই বিচাৰি পোৱা নাছিলো। মোৰ আকাংক্ষিত কথাবোৰৰ উত্তৰ তেখেতে নিজেই একাদিক্ৰমে দি গৈছিল। তথাপি মই ক'লো—'বৰদেউতা আপুনি অভিনয়, চাকৰি আৰু সংসাৰৰ সকলো কাম কেনেকৈ চম্ভালি ল'লে? তেখেতে কৈ গ'ল—'ইতিমধ্যে চাকৰিটোত মোৰ উন্নতি হ'বলৈ আৰম্ভ কৰিলে। 'অসম কাৰ্বন' কোম্পানীত মোৰ কামৰ দায়িত্বও যথেষ্ট বাঢ়িল। লগে লগে কামত অধিক ব্যস্ত হ'বলগীয়া হ'ল। মাজে মাজে ভয় হ'ল জানোচা চাকৰিৰ হেঁচাত মোৰ সাংস্কৃতিক কৰ্মৰ ইয়াতেই ইতি পৰে? দুয়োটাই মোৰ বাবে জৰুৰী, যি মোক জীৱনদান কৰি আছে প্ৰতি ক্ষণতে। তেনে ক্ষেত্ৰত মই কাম আৰু সাংস্কৃতিক কৰ্মৰ মাজত এডাল লক্ষ্মণৰেখা টানি ল'লো আৰু সেইমতেই মই খোজ দিবলৈ ধৰিলো। মোৰ যাত্ৰাপথত ৰাইজৰ আশীষ, মৰম অবিহনে মোৰ জীৱিকা, সাংস্কৃতিকক্ষেত্ৰ, সংসাৰ কোনোটোৱেই সুখৰ নহ'লহেঁতেন। তোমাৰ দৰে বহুতেই এতিয়াও মোক একেটা প্ৰশ্নকেই অৱতাৰণা কৰে—'আপুনি, কেনেকৈ সমানেই অভিনয়, চাকৰি আৰু সংসাৰ সুন্দৰকৈ চম্ভালি ল'লে? উত্তৰ মোৰ এষাৰেই, মই নিজেই নিৰ্দ্ধাৰণ কৰিলোৱা লক্ষ্মণ ৰেখাৰ যোগেদি।

পুনৰ নাটকৰ কথালৈ আহোঁ। ইতিমধ্যে 'জন্ম' নাটকৰ যোগেদি মহেন্দ্ৰ বৰঠাকুৰে খ্যাতি অৰ্জন কৰিবলৈ আৰম্ভ কৰিছে। নাটকখন পৰিৱেশন কৰিছিল 'প্ৰগতি শিল্পী সংঘ'ই। তেখেতে দ্বিতীয়খন পূৰ্ণাঙ্গ নাটক 'পিতামহৰ শৰশয্যা' প্ৰগতি শিল্পীসংঘৰ বাবেই তেখেতে লিখি উলিয়াইছে। এই নাটকখন যুৱ মানসিকতাৰ আধাৰত ৰচিত। এটা যুৱ প্ৰজন্মৰ সৈতে খোজ মিলাব পৰা এটা প্ৰধান চৰিত্ৰ 'অনুপ'দা। এই অনুপদাৰ গুৰুত্বপূৰ্ণ চৰিত্ৰটো ৰূপায়ণ কৰিছিলো মই। নাটকখনে সকলো স্তৰৰ দৰ্শকৰ পৰা সমাদৰ লাভ কৰিছিল। গুৱাহাটী, শিলচৰ, কৰিমগঞ্জৰ পৰা প্ৰকাশিত আটাইকেইখন দৈনিক আৰু সাপ্তাহিক কাকতে নাটকখনৰ পৰ্য্যালোচনা

আগবঢ়াইছিল। ১৯৭৫ চনৰ জুন মাহৰ তিনি, চাৰি আৰু পাঁচ তাৰিখে নাটখন মঞ্চস্থ হৈছিল। নাটখনৰ সম্পৰ্কে প্ৰকাশ হোৱা পৰ্য্যালোচনাৰ অংশ বিশেষ আছিল এনেৰণৰ—

'মহাভারতের ভীষ্মের আত্মত্যাগের ফচল দুৰ্য্যোধনদের ক্ষমতা প্রসারের রুপটি বর্তমান সমাজেব উপর প্রতিফলিত করার চেষ্টা ছিল নাটকটির বিষয়বস্তু।'

('বিসর্পিল' ১৬ জুন ১৯৭৫ চন)

'মহাভাৰতৰ ভীষ্মৰ ত্যাগ মহৎ হ'লেও সি যেনেকৈ অন্ধৰজা এজনক বন্ধুৱাই ৰাখি দুৰ্য্যোধনৰ দ্বাৰা অন্যায় অত্যাচাৰৰ ৰাজত্ব চলোৱাতহে সহায় কৰিছিল, ঠিক আজিও সৰ্বস্ব ত্যাগ স্বীকাৰ কৰি দেশ স্বাধীন কৰা ভীষ্মসকলে একে ভুল কৰি কিছুমান দুৰ্য্যোধনৰ হাতত দেশখন গটাই দিলে।' ('অসমবাণী' ২০ জুন ১৯৭৫ চন)

'জয়ন্তৰ প্ৰধান সহকৰ্মী অলকৰ চৰিত্ৰটো ঈশান বৰুৱাই ৰূপায়িত কৰে। মঞ্চাভিনয়ৰ বাবে প্ৰয়োজনীয় কথা, মেজৰ আৰ্টটো বৰুৱাই জানে।'

('সাপ্তাহিক নীলাচল' ১৮ জুন ১৯৭৫ চন)

'নাটকৰ ভীষ্ম ওৰফে অলকদাৰ ভাৱত ঈশান বৰুৱাৰ অভিনয় অতি সুন্দৰ' ('নতুন অসমীয়া' ১৩ জুন ১৯৭৫ চন)

সেই বছৰৰে নৱেম্বৰ মাহৰ চাৰি তাৰিখে কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ জন্ম শতবাৰ্ষিকী উপলক্ষে গুৱাহাটীৰ স্থানীয় ন-পুৰণি শিল্পীসকলৰ সহযোগত ৰবীন্দ্ৰ ভৱন প্ৰেক্ষাগৃহত কৰ্মবীৰ ৰচিত 'গৃহলক্ষ্মী' নাটকখন মঞ্চস্থ কৰা হৈছিল। ১৯১১ চনতে ৰচিত নাটখনত মদ আৰু নাৰীৰ দ্বাৰা মোহাচ্ছন্ন হৈ নায়ক হৰিচৰণে সাময়িক আনন্দ আৰু প্ৰেমৰ পাথেয় বিচাৰি পদে পদে লাঞ্ছনা-বঞ্চনা খাই শেষত নিজৰ পত্নীৰ ওচৰত বিচাৰি পাইছিল স্বৰ্গীয় আনন্দ। 'গৃহলক্ষ্মী' নাটখন কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈদেৱৰ সমাজ সংস্কাৰ মনোভাৱৰ এটা লহৰ। মই হৰিচৰণৰ চৰিত্ৰত অভিনয় কৰিছিলো। গৃহলক্ষ্মীৰ ভূমিকাত দীপালী দাস (ভূঞা) আৰু আন আন চৰিত্ৰত সত্যপ্ৰসাদ বৰুৱা, জীৱেশ্বৰ চক্ৰৱৰ্তী, দিলীপ শৰ্মা, মাখন দেৱান, সাধন হাজৰিকা আৰু লক্ষ্মী বৰঠাকুৰে অভিনয় কৰিছিল। নাটখনৰ পৰিচালক

আছিল শৈল বৰুৱা। এই নাটখনতে গুৱাহাটীৰ পৰা প্ৰচাৰিত এখন দৈনিক বাতৰি কাকতৰ নাট্য সমালোচকে মন্তব্য কৰিছিল এইদৰে —'নাটকখনত সেই যুগৰ (১৯১১) বঙলুৱা প্ৰভাৱ পৰা দেখা যায়। নায়ক 'হৰিচৰণ'ৰ লগত 'দেৱদাস'ৰ মিল দেখা যায়।' এই নাট্য সমালোচনাৰ উত্তৰত লক্ষ্যধৰ চৌধুৰী, কমল চৌধুৰী আৰু কৃতি সমালোচক মুনীন বৰকটকী ডাঙৰীয়াই চোকা ভাষাৰে ওপৰোক্ত মন্তব্য সত্য নহয় বুলি 'সম্পাদকৰ চিঠি' শিতানত নাটকখনৰ অভিনয় আৰু পৰিচালনা নিখুঁত বুলি মন্তব্য কৰি তিনিও গৰাকীয়ে লিখিছিল যে 'কৰ্মবীৰৰ নাটকখন ৰচনা হৈছিল ১৯১১ চনত। ইফালে শৰৎ চন্দ্ৰ চট্টোপাধ্যায়ৰ 'দেৱদাস' ৰচনা হৈছিল ১৯১৭ চনত গতিকে ওপৰোক্ত মন্তব্য অমূলক।' অধ্যাপক অতুল চন্দ্ৰ হাজৰিকাই কিন্তু সহজ-সৰল ভাষাত নাটকখনৰ বিষয়ে 'দৈনিক অসম' কাকতৰ ১৬ নৱেম্বৰ সংখ্যাত মন্তব্য কৰিছিল এইদৰে 'যোৱা চাৰি অক্টোবৰৰ সন্ধিয়া কৰ্মবীৰ বৰদলৈ বচিত 'গৃহলক্ষ্মী' নাটৰ সফল অভিনয়ৰে গুৱাহাটীত চাৰিদিনীয়া শতবাৰ্ষিকী উৎসৱৰ 'মধুৰেণ সমাপয়েত' কৰা হয়। গুৱাহাটীৰ নবীন আৰু প্ৰবীন অভিনয় শিল্পীসকলে এই নাটৰ অভিনযত অংশগ্ৰহণ কৰিছিল আস্থাৰে নিষ্ঠাৰে।' মনত পৰিছে ১৯৭৫ চনৰ ২৭ আৰু ২৮ ডিচেম্বৰ তাৰিখে অভিনয় কৰা এখন গুৰুত্বপূৰ্ণ নাটকৰ কথা। নাটখন ৰচনা কৰিছিল 'নাট্যওজা' প্ৰবীন ফুকন ডাঙৰীয়াই। প্ৰবীন ফুকন ডাঙৰীয়াৰ জীৱনৰ আগবয়সৰ নাটককেইখনৰ সৈতে পিছ বয়সত ৰচিত নাটকেইখনৰ নাট্যশৈলী, উপস্থাপন ৰীতি আৰু চৰিত্ৰ সৃষ্টিৰ ধৰণেই সুকীয়া আছিল। 'চতুৰঙ্গ' নাটকখন চাৰিটা প্ৰজন্মক লৈ ৰচিত। আভা হাজৰিকাই মোৰ পত্নী কুমুদিনীৰ চৰিত্ৰ, সাধন হাজৰিকাই ডাঃ শংকৰ, দিলীপ শৰ্মাই ধনীৰাম আৰু ল'ৰাৰ চৰিত্ৰ ৰূপায়ণ কৰিছিল মণ্টু খাউণ্ডে। উল্লেখযোগ্য যে আজিৰ জনপ্ৰিয় অভিনেত্ৰী নিকুমণি বৰুৱা তেতিয়া কণমানি ছোৱালী। নিকুমণিয়ে মোৰ ল'ৰা ৰাজনাৰায়ণৰ সৰু কালৰ চৰিত্ৰটো ৰূপায়ণ কৰিছিল। প্ৰসংগক্ৰমে নিকুমণি অভিনীত এইখনেই প্ৰথম নাটক আছিল। মোৰ নাতি আৰু ৰাজনাৰায়ণৰ পুত্ৰৰ চৰিত্ৰ ৰূপায়ণ কৰিছিল মোৰ ল'ৰা ৰূপমে। সি তেতিয়া পাঁচ বছৰীয়া শিশু।"

'নতুন অসমীয়া' কাকতৰ ৯ জানুৱাৰী ১৯৭৬ সংখ্যাত কুমুদ গোস্বামীয়ে লিখা পৰ্য্যালোচনাত বৰদেউতাই 'চতুৰঙ্গ' নাটকখনত কৰা অভিনয় সম্পৰ্কে উল্লেখ কৰিছে এইদৰে 'অভিনয়ৰ ক্ষেত্ৰত প্ৰথমে নাম ল'ব লাগিব ঈশান বৰুৱা আৰু দিলীপ শৰ্মাৰ। সাৰ্থক মঞ্চাভিনেতা হিচাবে ইতিমধ্যে সুপৰিচিত ঈশান বৰুৱাই ইন্দ্ৰনাৰায়ণৰ চৰিত্ৰটো দক্ষতাৰে ফুটাই তুলিছে। বিশেষকৈ প্ৰথম দৃশ্যত ইন্দ্ৰ আৰু নাটকৰ শেষ দৃশ্যত অসহায়, বৃদ্ধ, বিকৃত মানসিকতাত বলি স্বৰূপ ইন্দ্ৰৰ ভাৱত ঈশান বৰুৱাই প্ৰশংসনীয় অভিনয় কৰিছে। ঘৰৰ বনকৰা পুৰণি মানুহ ধনীকাইৰ ভাৱত দিলীপ শৰ্মাৰ অভিনয় ক্ষমতাৰ আন এটা দিশ উন্মোচিত হৈছে। ঘাইকৈ ঐতিহাসিক চৰিত্ৰৰ অভিনয়ৰে সুখ্যাতি লাভ কৰা শ্ৰীশৰ্মাই এইবাৰ আমাৰ আশ্চৰ্য প্ৰদৰ্শন কৰিলে তেওঁৰ বৈশিষ্টপূৰ্ণ কণ্ঠস্বৰ আৰু অনুকৰণীয় বচন ভংগীৰ এক নতুন অভিব্যক্তি।' নাটকখনত তিনিটা বয়সৰ ইন্দ্ৰনাৰায়ণৰ চৰিত্ৰত অভিনয় কৰি সুকীয়া আনন্দ উপভোগ কৰাৰ কথা বৰদেউতাই এই প্ৰসঙ্গতে মোক কোৱা মনত পৰে।

বৰদেউতাৰ এলবামটোৰ পৰা প্ৰশংসাসূচক কথাবোৰ তুলি আনিবলৈ যেতিয়াই মই তাৰ পাত লুটিয়াওঁ মই অনুভৱ কৰোঁ তাহানিৰ মঞ্চ আন্দোলনৰ কিমান সোণসেৰীয়া স্মৃতিৰ টোপোলা ইয়াত সন্নিবিষ্ট হৈ আছে। উৎকৃষ্ট সমালোচনা আছিল কলাকুশলীসকলৰ যাত্ৰাপথত প্ৰেৰণাৰ সমল।

বৰদেউতাই পুনৰ কৈছিল—"সেই সময়খিনিতে ৰত্ন ওজা ডাঙৰীয়া উত্তৰ পূব ৰেল বিভাগৰ মালিগাঁও কাৰ্যালয়ত কাম কৰি থাকোতে তেওঁৰ তত্বাৱধানত এই অঞ্চলত নানা অনুষ্ঠান অনুষ্ঠিত হৈছিল। তেনে এটি অনুষ্ঠান আছিল জানুৱাৰী মাহৰ ১৪ তাৰিখৰ পৰা ১৭ তাৰিখলৈ অনুষ্ঠিত হোৱা 'ভোগালি-জ্যোতি সমাৰোহ'। এই সমাৰোহত মেজি জ্বলোৱাৰ পৰা আৰম্ভ কৰি প্ৰীতিভোজ, কথাছবি প্ৰদৰ্শন, নৃত্য, গীত, নাট, আলোচনা সভা, সম্বৰ্দ্ধনা অনুষ্ঠান আদিৰে উৎযাপিত হৈছিল। আমি সঙ্গীতালেক্ষ্য, গীত-মাত, নাটক আদিৰে এই সমাৰোহত নিমন্ত্ৰণক্ৰমে অংশ গ্ৰহণ কৰিছিলো।

সুঁৱৰিছো, আকৌ মোৰ সংসাৰ খনৰ কথা। অভিনয়, চাকৰি আৰু সংসাৰৰ দায়িত্বৰে মোৰ জীৱন সুখেৰেই আগবাঢ়িবলৈ ধৰিলে। এই ক্ষেত্ৰত মোৰ পত্নী মনাৰ সহযোগিতা অন্যতম। উজান বজাৰ অঞ্চলৰ ড° মথুৰা নাথ গোস্বামী ডাঙৰীয়াৰ ভাড়াঘৰত থাকোতেই আমাৰ পুত্ৰ ৰূপম নিয়মিত স্কুললৈ স্কুল বাছেৰে অহা যোৱা কৰিব পৰা হ'ল। ময়ূৰী স্কুললৈ যাবলৈ লোৱা নাই যদিও ককায়েকক দেখি তায়ো ককায়েকৰ পঢ়াবোৰ আঁওৰোৱা আৰম্ভ কৰিছে। ১৯৭৫ চনৰ কোনো এটা দিনত মই আৰু প্ৰেম বৰগোহাঞি সন্ধ্যা ফুৰি আহোতে পাণবজাৰৰ 'ৰেডিঅ' ফনিস্ক'ত সোমাই কি কিনো নতুন ৰেকৰ্ড ওলাইছে চাওঁতে অভিনেত্ৰী মীনা কুমাৰীৰ কণ্ঠত উৰ্দু কবিতা আবৃত্তিৰ ৰেকৰ্ড এখন দেখা পালো। আৰু দোকানতেই ৰেকৰ্ডখন শুনি কিনি লৈ আহিলো। সম্ভৱতঃ এইখনেই ভাৰতবৰ্ষৰ প্ৰথম কবিতা আবৃত্তিৰ ৰেকৰ্ড। তেতিয়াও বাংলা ভাষাত কবিতা আবৃত্তিৰ ৰেকৰ্ড ওলোৱা নাই। ঘৰলৈ আহি ৰেকৰ্ডখন যিমান বাৰেই শুনিলো প্ৰত্যেকবাৰেই মনত এটা কথাই দোলা দি যাবৰ ধৰিলে---আমিও আসমীযা ভাষাত অসমীয়া কবিতা আবৃত্তিৰ ৰেকৰ্ড উলিয়াব নোৱাৰো নেকি? অসমীয়া কবিতাৰ অনুপম ভাণ্ডাৰৰ পৰা বছা বছা কবিতাৰ আবৃত্তি আমি বাণীৱদ্ধ কৰিব নোৱাৰো নেকি? মনৰ কথাবোৰ প্ৰেমক ক'লো। প্ৰেময়ো একেই ভাৱ প্ৰকাশ কৰিলে। কেইবাদিনো প্ৰেমৰ লগত আলোচনাৰ অন্তত ঠিক হ'ল যে এনে আবৃত্তিত কিছু হ'লেও সংগীতৰ ব্যৱহাৰ থাকিব লাগিব। সেয়েহে আমি বীৰেন্দ্ৰ নাথ দত্ত ডাঙৰীয়াৰ শিলপুখুৰীৰ ঘৰলৈ গ'লো। তেখেতে আমাৰ প্ৰস্তাৱ শুনি আনন্দিত হ'ল আৰু সকলোধৰণৰ সহযোগিতাৰ প্ৰতিশ্ৰুতি দিলে। আলোচনাত ঠিক হ'ল যে আমি আমাৰ আঁচনিখনৰ সম্পৰ্কে নৱকান্ত বৰুৱাদেৱৰ পৰামৰ্শ ল'ম। সেইমতে বীৰেন্দ্ৰ নাথ দত্তদেৱৰ সৈতে মই আৰু প্ৰেম নৱকান্ত বৰুৱা ছাৰৰ ওচৰলৈ বুলি ওলালো। সেইখিনি সময়ত বৰুৱা ছাৰ কটন কলেজৰ নিউ হোষ্টেল (বৰ্তমান সীতানাথ ব্ৰহ্মচৌধুৰী হোষ্টেল)ৰ অধীক্ষক।

নৱকান্ত বৰুৱা ছাৰক আমি এক কাব্যিক পৰিৱেশৰ মাজত

পালোগৈ। তেতিয়া সময় সন্ধ্যা। অধীক্ষকৰ বাসভৱনৰ বহা কোঠাত পোহৰ ক্ষীণ। চাৰৰ একুইৰিয়ামত মাছ পোহাটো এটা বহুদিনীয়া চখ বুলি আমি জানো। আমি গৈ পাওঁতে তেখেতে একুৰিয়ামত থকা লাইটটোৰ পোহৰতে এখন মেগনিফাইদ গ্লাছৰ মাজেৰে মাছ বিলাকৰ গতিবিধি একান্ত ভাৱেৰে নীৰক্ষণ কৰাত মগ্ন হৈ আছিল। তেনে এটা পৰিৱেশত চাৰক দেখা পাই আমাৰ তেখেতক মাতিবলৈ অলপো মন নগ'ল, আমিও চাই ৰ'লো সেই দৃশ্য। কোঠাটোত কোনোবা অহাৰ উমান পাই চাৰে ঘূৰি চাই আমাক দেখি তেখেতৰ স্বভাৱসুলভ নম্রতাৰে আদৰিলে। আমিও তেখেতক আমাৰ আগমনিৰ উদ্দেশ্য প্রকাশ কৰিলো। আমাৰ প্রস্তাৱ শুনি তেখেতো আনন্দিত হ'ল।

কেই বছৰমানৰ আগতে 'হিজ মাষ্টাৰ ভইছ'এ গুৱাহাটীৰ পাণবজাৰত তেখেতসকলৰ শাখা কার্যালয় খোলাৰ লগতে সৰুকৈ এটা ৰেকর্ডিং ষ্টুডিঅ' খুলিলে। এই কার্য্যালয় আৰু ষ্টুডিঅ' উদ্বোধন কৰিছিল সেই সময়ৰ বিহাৰৰ ৰাজ্যপাল, বিখ্যাত কবি দেৱকান্ত বৰুৱাদেবে। তেখেতৰ কণ্ঠতে তেখেতৰ 'সাগৰ দেখিছা' কবিতাটিৰ এখন ই পি (EP) ৰেকর্ড উদ্বোধনী ৰেকর্ডিং হিচাবে উলিয়াইছিল। কিন্তু ব্যৱসায়িক দিশত ই সফল নহ'ল। সেয়েহে আমি আলোচনাত ঠিক কৰিলো যে অসমীয়া কবিতা আবৃত্তিৰ ৰেকর্ডখন ব্যৱসায়িক দিশত সফল হোৱাৰ লগতে ইয়াত শতকৰা এশভাগেই কাব্যিক গুণবিশিষ্ট হ'ব লাগিব। প্রথম অসমীয়া কবিতা আবৃত্তিৰ ৰেকর্ডখন উলিওৱাৰ কামত আমি নিতান্তই ব্যস্ত হৈ পৰিলো—ৰেকর্ডখনত কি কি কবিতা থাকিব, প্রস্তাৱনা কেনে ধৰণৰ হ'ব ইত্যাদিৰে। ৰেকর্ডখন লং প্লেইং (33RPM) কৰাৰ সিদ্ধান্ত লোৱা হ'ল। আঁচনিখনৰ বহু শতাংশ কাম আগবাঢ়িল কিন্তু শেষত আঁচনিখন ৰূপায়িত নহ'লগৈ। ইয়াৰ প্রধান কাৰণ ৰেকর্ডখন HMV (হিজ মাষ্টাৰ ভইচ)য়ে উলিয়াব লাগিব। তেখেতসকলক এই বিষয়ে যোগাযোগ কৰাত 'সাগৰ দেখিছা'ৰ ব্যৱসায়িক বিফলতাৰ বিষয়ে আঙুলিয়াই দি ৰেকর্ডখন কৰাত অমান্তি হয়। এইদৰেই আমাৰ প্রথম প্রচেষ্টা বিফল হয়।" ❑

# আঠ

বৰদেউতাক মই কোনো দিনে সোধা নাছিলো, তেখেতে ডায়েৰী লিখে নে নিলিখে। কিন্তু যেতিয়াই তেখেতৰ আত্মকথাৰ অংশ-বিশেষ এলবামটো মেলি চাওঁ বাৰে বাৰে ভাবো এই কথা-

'জীৱনৰ হাবিয়াসবোৰক
তুমি স্পৰ্শ কৰিব খোজা,
পৃথিৱীক ভালপোৱাই
তোমাক দিছে
সেই অনুভৱৰ সহৃদয়তা ........!

এদিন মই তেখেতৰ পৰা সেই এলবামটো খুজি আনিছো। যদিও তাত বৰদেউতাৰ জীৱনৰ বহু কথাই সন্নিবিষ্ট হৈ আছে কিন্তু ই এক সাক্ষী স্বৰূপো, অসমৰ সাংস্কৃতিক জগতৰ যাত্ৰাপথৰ। মই অলপ দিন ৰাখিলো সেই এলবামটো। যাৰ পাত লুটিয়াই মই লিখিবলৈ যতন কৰিছো বৰদেউতাই মোক কৈ যোৱা পৰৱৰ্ত্তী আত্মকথাৰ অংশবোৰ। জীৱনৰ মাজ বয়সৰ সেই কথাবোৰ আছিল জীৱনবোধৰ উপলব্ধিৰ লগতে বৰদেউতাৰ সাংস্কৃতিক জীৱনৰ এক সোণালী অধ্যায়। সেই কথাৰ অংশ বিশেষ আছিল

"মোৰ পৰম বন্ধু কৰুণা গোস্বামী মস্কো ৰেডিঅ'ত অসমীয়া বিভাগৰ চাকৰি লৈ ১৯৬৮ চনত মস্কোলৈ যায়গৈ। তিনিবছৰৰ অন্তৰে অন্তৰে কৰুণা (টুলু) গুৱাহাটীলৈ আহি থাকে। ১৯৭৫ চনত দীঘলীয়া ছুটী লৈ টুলু আহিছে চেনিকুঠিত থকা তাৰ পৈতৃক মাটিত ঘৰ এটা সাজোঁ বুলি। ঘৰ প্ৰায় সম্পূৰ্ণ কৰি তাৰ মস্কোলৈ যোৱাৰ সময় হয়। ইতিমধ্যে আমাৰ সন্তানদ্বয় ৰূপম আৰু ময়ূৰীও ক্ৰমাত ডাঙৰ হৈ অহাত ড° মথুৰা

গোস্বামীদেৱৰ ঘৰটো আমাৰ বাবে সৰু যেন অনুভৱ হ'ল। আনফালে মোৰ চাকৰিৰ স্থিতিৰ ফালৰ পৰাও মই স্বাধীনভাৱে গাইগুটীয়া ঘৰত থকাৰ প্ৰয়োজনবোধ কৰিলো। এনেতে ময়ো ঘৰ এটা বিচাৰি থকা বুলি জানি টুলুৱে মোৰ হাততে নতুন ঘৰটো ১৯৭৬ চনত গটাই মস্কোলৈ যায়গৈ। এক নতুন পৰিৱেশৰ চেনিকুঠিৰ ঘৰটোলৈ গৈ আমাৰ সকলোৰে মনবোৰ আনন্দেৰে ভৰি পৰিল।

১৯৭৬ চনৰ ফেব্ৰুৱাৰী মাহৰ এটা ৰাতিপুৱা ভবেন দা, মানে আমাৰ ড° ভবেন্দ্ৰ নাথ শইকীয়াদেৱৰ পৰা এটা টেলিফোন কল পাওঁ। তেতিয়া তেখেতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ আৱাসিক অঞ্চলত থাকে। তেখেতে স্বভাৱসুলভ নম্ৰতাৰে ক'লে - 'ঈশান, তুমি আজি আবেলিকৈ মোৰ তালৈ আহিব পাৰিবা নেকি?' মই ক'লো, 'পাৰিম দাদা'। সেই মতেই গধূলি ভবেন দাৰ ঘৰত উপস্থিত হ'লোগৈ। কুশল বাৰ্ত্তা বিনিময়ৰ পিছত ভবেন দাই ক'লে - 'বুজিছা ঈশান, এই বছৰৰ এক জানুৱাৰীৰ দিনা মই এটা প্ৰতিজ্ঞা কৰিছোঁ, হয় এই বছৰ মই এখন ভাল উপন্যাস লিখিম নহ'লে মই এখন সুস্থ চিনেমা কৰিম। অৱশ্যে এইবছৰ মোৰ উপন্যাস লিখা হৈ নুঠিবগৈ পাৰে কিন্তু এখন সুস্থ চিনেমা কৰিমেই।' চিনেমাখনৰ টকা-পইচা তেখেতে কেনেকৈ যোগাৰ কৰিব তাৰো এটা আভাস দিলে। ভবেন দাই প্ৰতিটো কামেই পৰিকল্পনা অনুযায়ী কৰিবলৈ বিচৰাটো তেখেতৰ এক চাৰিত্ৰিক বৈশিষ্ট। তেখেতে তেখেতৰ প্ৰভিডেণ্ড ফাণ্ডৰ পৰা টকা ধাৰ লোৱাৰ লগতে বন্ধু-বান্ধৱৰ পৰা টকা ধাৰ কৰি যে কথাছবিখন কৰাৰ কথা চিন্তা কৰিছে তাকো ক'লে। কথাছবিখন হ'ল —'সন্ধ্যাৰাগ'। তেখেতে আৰু ক'লে যে মই সহজ-সৰল অধ্যাপক নন্দন দাসৰ চৰিত্ৰত অভিনয় কৰিব লাগে। ভবেন দাই মই অভিনয় কৰাৰ বাবদ কি পাৰিশ্ৰমিক ল'ম তাকো নোসোধাকৈ নাথাকিল। তাৰ উত্তৰত তেখেতক মই কৈছিলো —'ভবেন দা, আপুনি এখন ভাল আৰু সুস্থ অসমীয়া কথাছবি নিৰ্মাণ কৰিবলৈ ওলাইছে। মই মোৰ ফালৰ পৰা একো নকওঁ। আপুনি যি ভাল বুলি বিবেচনা কৰে সেয়ে মই গ্ৰহন কৰিম। মাত্ৰ এখন সুন্দৰ অসমীয়া কথাছবি নিৰ্মাণ হওক।' তাৰ পিছত জালুকবাৰীৰ নিৰ্জন আৰু জাব্বৰ

পৰিৱেশৰ মাজ' পৰা ঘৰলৈ উভতি আহোঁতে যথেষ্ট ৰাতি হৈছিল।

১৯৭৬ চনৰ জানুৱাৰী মাহত কৃষ্ণমূৰ্ত্তি হাজৰিকা দাদাই গিৰীশ কানাড়ৰ এখন বিখ্যাত নাটক 'টোগলক'ৰ অসমীয়া অভিযোজনা প্ৰস্তুত কৰি উলিয়াইছে। নাটকখন 'Eastern India Women's Association য়ে প্ৰযোজনা কৰিবলৈ আগবাঢ়ি অহিছে। মোক নাম ভূমিকাত অভিনয় কৰিবলৈ ক'লে। টোগলক চৰিত্ৰত অভিনয় কৰাৰ কথাবোৰ সোঁৱৰণ কৰিলে আজিও মই এক অনন্য পুলক অনুভৱ কৰো। এই চৰিত্ৰত অভিনয় কৰিবলৈ গৈ মোৰ এক বিচিত্ৰ অভিজ্ঞতা হয়। এনে ধৰণৰ অভিজ্ঞতা মোৰ জীৱনত খুউব কমেইহে হৈছে। 'টোগলক'ৰ দৰে ব্যয়বহুল নাটক মই জীৱনত দ্বিতীয়খন কৰা নাই। নাটকখন বি.বৰুৱা কেঞ্চাৰ হাস্পতালৰ সাহায্যাৰ্থে ৬,৭ আৰু ৮ মাৰ্চ তাৰিখে মঞ্চস্থ কৰা হৈছিল। গিৰীশ কানাৰ্ডে নাটকখনত টোগলকক আমি বুৰঞ্জীত পাই অহাৰ দৰে মূৰ্খ ৰজা হিচাপে চৰিত্ৰায়ন কৰা নাই, এজন জ্ঞানী আৰু দূৰদৰ্শী ৰজা হিচাপেহে চৰিত্ৰায়ন কৰিছে। কিন্তু তেওঁৰ ৰাজসভাৰ আমীৰ-উমৰাহ্ সকলে তেওঁক সঠিক ভাৱে নুবুজাৰ বাবেহে মূৰ্খৰজা হিচাপে পৰিগণিত হ'ল। সৰুৰেপৰা পঢ়ি অহা টোগলকৰ চৰিত্ৰটো গিৰীশ কাণাৰ্ডে নাটকখনত বিপৰীত চৰিত্ৰায়ন কৰাৰ বাবে টোগলকৰ চৰিত্ৰটো পুনৰ অধ্যয়ন কৰিব লগা হ'ল। 'Moghul Dinesty in India' ৰ পৰা আৰম্ভ কৰি টোগলক সম্পৰ্কীয় উল্লেখ থকা বিভিন্ন কিতাপ মোৰ পঢ়িব লগা হৈছিল। ইয়াৰে কিছু কিতাপ কৃষ্ণমূৰ্ত্তি হাজৰিকা দাদাই মোক যোগান ধৰিছিল। নাটকখন পৰিচালনাও কৰিছিল তেখেতেই। পৰিচালক হিচাপে তেখেতে যিমান পাৰে নিখুত ভাৱে নাটকখন পৰিৱেশন কৰাৰ চেষ্টা কৰিছিল। আনকি নাটকখনত ব্যৱহাৰ কৰিবলগীয়া সংগীত বিচাৰি সেই যুগৰ সংগীতৰ ধাৰাটোৰ বাণীৱদ্ধ ৰেকৰ্ডো তেখেতে যোগাৰ কৰিছিল।

টোগলকৰ চৰিত্ৰটোত অভিনয় কৰি মই এক শিহৰণ অনুভৱ কৰিছিলো। ইয়াৰ আগতে ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'কাৰেঙৰ লিগিৰি'ত সুন্দৰ কোঁৱৰৰ চৰিত্ৰত আৰু অৰুণ শৰ্ম্মাৰ 'পুৰুষ' নাটকৰ সুকান্তৰ চৰিত্ৰত অভিনয় কৰি মই তেনে এক শিহৰণেই অনুভৱ

কৰিছিলো। তাৰোপৰি অসমীয়া টোগলকখনৰ আগতে ভাৰতবৰ্ষৰ বিভিন্ন পাঁচটা ভাষাত টোগলকৰ অভিনয় হৈ গৈছে। কানাড়াত মূল নাটকখনত টোগলকৰ অভিনয় কৰা শিল্পীজনৰ নাম মোৰ মনত নাই। ইংৰাজীত কবীৰ বেদী, হিন্দীত বি ভি.কাৰান্থৰ পৰিচলনাত মনোহৰ সিং আৰু ওম শিৱপুৰী আৰু বাংলাত শম্ভু মিত্ৰদেৱে টোগলকৰ চৰিত্ৰত অভিনয় কৰি গৈছে। মই ভাৰতবৰ্ষৰ ষষ্ঠ জন অভিনীত টোগলক আছিলো বাবে মোৰ বাবে এই চৰিত্ৰটো এক প্ৰত্যাহ্বান স্বৰূপ আছিল। সেই বাবে চৰিত্ৰটো পাৰ্যমানে নিখুঁতকৈ পৰিৱেশন কৰিবলৈ মই আপ্ৰাণ চেষ্টা কৰিছিলো। নাটখনৰ এটা গুৰুত্বপূৰ্ণ দৃশ্য হৈছে টোগলকৰ ৰাজসভাৰ দৃশ্যত টোগলকে তেওঁৰ আমীৰ-উমৰাহ সকলৰ সৈতে আলোচনাত ব্যস্ত। আনহাতে আমীৰ উমৰাহসকলে ইতিমধ্যে সেইদিনা টোগলকক হত্যা কৰাৰ অভিসন্ধি কৰিছে। টোগলক অতিপাত ধৰ্মভীৰু আছিল। তেওঁ দিনটোত পাঁচবাৰকৈ নামাজ পঢ়াটো নিত্য-নৈমিত্যিক কৰ্মই আছিল। নামাজ পঢ়া সময়খিনিত নিৰস্ত্ৰ হৈয়ে নামাজ পঢ়িছিল। আন সময়ত তেখেত অস্ত্ৰ-শস্ত্ৰৰে সজ্জিত হৈ থাকিছিল। নামাজৰ সময়ত টোগলকে ৰাজসভা ত্যাগ কৰি মৰ্ছজিদলৈ গৈছিল। সেই দিনা আমীৰ উমৰাহ সকলে স্থিৰ কৰিলে যে নামাজৰ সময়ত টোগলকক তেওঁলোকে এনে ধৰণেৰে ব্যস্ত ৰাখিব যাতে তেওঁ মৰ্ছজিদলৈ যাবলৈ সময় নাথাকে আৰু তেওঁ নিৰস্ত্ৰ হৈ নামাজ পঢ়াৰ সুবিধাতে তেওঁলোকে ৰাজসভাতে টোগলকক হত্যা কৰিব। সেইমতেই নামাজৰ সময় হোৱাত টোগলকে নিৰস্ত্ৰ হৈ ৰাজসভাতে নামাজ পঢ়িবলৈ আৰম্ভ কৰে। টোগলক ইমানেই বুদ্ধি সম্পন্ন আৰু চোৰাংচোৱাৰে বেষ্টিত আছিল যে এই পৰিকল্পনাৰ বিষয়ে তেওঁ আগদিনাই গম পাই গৈছিল আৰু সেইদিনা তেওঁৰ ৰাজসভাৰ চন্তৰীসকল মুছলমান সেনাৰ পৰিৱৰ্তে হিন্দু সেনাৰে বেষ্টিত কৰি থৈছিল যি কথা আমীৰ সকলে গমকে পোৱা নাছিল। নামাজৰ সময়তে টোগলকক হত্যা কৰিবলৈ ধৰা সকলোকে এই চন্তৰীসকলে বন্দী কৰি পেলাইছিল। টোগলকে সম্পূৰ্ণ নামাজ শেষ কৰি এইসকলক বিচাৰ আৰু মৃত্যুদণ্ড দিছিল আৰু লগে লগেই ঘোষণা কৰিছিল, যিহেতু নামাজৰ সময় অপৱিত্ৰ কৰা হৈছে সেয়ে সেইদিনাৰ

পৰা তেওঁৰ ৰাজ্যত কোনেও নামাজ পঢ়িব নোৱাৰিব।

এই দৃশ্যৰ বাবে মই সম্পূৰ্ণ নামাজ পঢ়াৰ কৌশল শিকিব লগা হৈছিল। বহুকেইজন মুছলমান বন্ধুক খাটনি ধৰিলো যদিও তেওঁলোকে নামাজ পঢ়াৰ পদ্ধতি শিকাবলৈ ভয় কৰিলে। তেওঁলোকৰ বক্তব্য যে তেওঁলোকেও নিখুঁতভাৱে এই পদ্ধতি নাজানে। টোগলক নাটখনৰ এক বিশেষ চৰিত্ৰত অভিনয় কৰিছিল মাছখোৱা অঞ্চলৰ আতাউৰ ৰহমানে। এদিন ঠিক হ'ল যে তেওঁ মোক মাছখোৱা মছজিদলৈ লৈ যাব। তেওঁৰ লগতে গৈ এদিন মাছখোৱা মছজিদৰ মৌলবীক লগ ধৰিলোগৈ। মৌলবীজনে মছজিদৰ ভিতৰত মই হিন্দু ধৰ্মী বাবে মোক নামাজ শিকাবলৈ অমান্তি হয় আৰু ভয়ো কৰিলে। কিন্তু আমাৰ অনুৰোধক উপেক্ষা কৰিব নোৱাৰি তেখেতে নামাজ পঢ়াৰ পদ্ধতি শিকাবলৈ তেখেতৰ ঘৰলৈকে মোক মাতিলে। কেইবাদিনো তেখেতৰ ঘৰলৈ গৈ মই নামাজ পঢ়াৰ পদ্ধতি শিকিলো আৰু সম্পূৰ্ণকৈ নামাজ পঢ়িব পৰা হ'লো। নামাজৰ মাজতে সোঁহাতৰ মধ্যমা আঙুলিটো উঠাব লাগে। নাটকৰ শেষত বহুকেইজন গণ্যমান্য গোড়া মুছলমান দৰ্শকে গ্ৰীণৰুমত অভিনন্দন জনাবলৈ আহোতে প্ৰশ্ন কৰিছিল 'মই ইমান নিখুঁত ভাৱে নামাজ পঢ়া কৌশল কেনেকৈ আয়ত্ব কৰিলোঁ?' 'টোগলক নাটকত আন আন বিশেষ ভূমিকাত অভিনয় কৰিছিল—টোগলকৰ মাহীমাকৰ চৰিত্ৰত আৰতি বৰুৱা. বাৰাণী - ধ্ৰুবজেন দাস, নাজীব- আবু নাচেৰ ইফটেকাৰ, আজিজ- অনিল দাস, আজম- ইন্দ্ৰ বনিয়া, চাহাবুদ্দিন- তপন ভূঞা ইত্যাদি।"

বৰদেউতাৰ এলবামটোৰ পৰা তোলা নাটকখনৰ বিষয়ে পৰ্য্যালোচনাৰ বিভিন্ন অংশ আছিল এনেধৰণৰ—"কৃষ্ণমূৰ্ত্তি হাজৰিকা নাট পৰিচালক ৰূপে ভূমুকি মাৰিয়েই নিষ্ঠা আৰু যোগ্যতাৰ প্ৰমাণ দাঙি ধৰি নাট্যামোদী ৰাইজৰ প্ৰশংসাৰ পাত্ৰ হৈছে— অভিনয়ৰ ক্ষেত্ৰত একেষাৰে ক'ব পাৰি নাম ভূমিকাত ঈশান বৰুৱাই প্ৰশংসনীয় অভিনয় কৰিছে।"

('দৈনিক অসম কাকত'ত প্ৰকাশিত ১৯৭৬ চনৰ ২০ মাৰ্চৰ সংখ্যা।)

"টোগলক'ৰ অভিনয় দিশটোৰ কথা ক'বলৈ গ'লেই পোনতে ঈশান বৰুৱাৰ নাম ল'ব লাগিব। মানৱীয় আবেগ-অনুভূতিৰ বহু বিচিত্ৰ প্ৰকাশৰ

বাবে সুবিধা থকা মহম্মদ টোগলকৰ চৰিত্ৰটো ৰূপায়িত কৰি বৰুৱাই তেওঁৰ অভিনয় ক্ষমতা দৰ্শাবলৈ যি সুযোগ পালে, সি নিশ্চয় দৰ্শকক দিয়াৰ দৰে সমানেই তৃপ্তি তেওঁকো দিব পাৰিছে।"

('সাপ্তাহিক নীলাচল কাকত'ত প্ৰকাশিত ১৯৭৬ চনৰ ৩১ মাৰ্চৰ সংখ্যা।)

টোগলক নাটকৰ সংগীতৰ দায়িত্বত আছিল ৰুদ্ৰ বৰুৱা, মঞ্চ পৰিকল্পনা আৰু সাজ সজ্জা গৰিমা হাজৰিকা আৰু ৰূপ-সজ্জাৰ দায়িত্বত আছিল বংশী দাস। 'টোগলক'ৰ অভিনয় পিছতে ড° ভবেন্দ্ৰ নাথ শইকীয়া দাদাই দৃশ্যগ্ৰহণৰ প্ৰায় দুমাহৰ আগতে সুন্দৰকৈ টাইপ কৰি বন্ধোৱা 'সন্ধ্যাৰাগ' কথাছবিৰ চিত্ৰনাট্যখন দি গ'ল। তেখেতৰ প্ৰধান উদ্দেশ্য হ'ল আজৰি সময়ত যাতে মই চিত্ৰনাট্যখন চাব পাৰো আৰু পঢ়োতে পঢ়োতে চালচলন, কথন-ভংগী আদি সকলো ক্ষেত্ৰতে যেন মই সেই চৰিত্ৰটোৰ স'তে একাত্মহৈ পৰিব পাৰো।

১৯৭৬ চনৰ দ্বিতীয়াৰ্দ্ধত 'সন্ধ্যাৰাগ'ৰ চিত্ৰগ্ৰহণ নগাওঁ জিলাৰ কামপুৰত আৰম্ভ হ'ল। 'সন্ধ্যাৰাগ'ৰ ইউনিটৰ ইতিমধ্যে কামপুৰত গৈ কেম্প কৰি আছেগৈ। মই আৰু মোৰ পৰিবাৰৰ চৰিত্ৰত অভিনয় কৰা মায়া বৰুৱাৰ কাম কামপুৰ লোকেচনত কম থকাৰ বাবে আমি কিছু দেৰীকৈ তালৈ গৈছিলো। আমি গৈ পোৱাৰ দিনাই সন্ধ্যালৈ আমাৰ শ্বুটিং আছিল। শ্বুটিঙৰ লোকেচন কামপুৰ হাইস্কুলৰ প্ৰাঙ্গন। আমি মেক্‌আপ কামপুৰ ডাকবঙলাতে কৰি গৈছিলো। লোকেচনলৈ গৈ দেখিছিলোঁ ভবেনদাৰ ডিঙিত ওলমি আছিল ডিউফাউণ্ডাৰটোৰ উপৰিও এটা ডাঙৰ হুইছেল। মই কৌতূহল দমাই ৰাখিব নোৱাৰি ভবেনদাক ইয়াৰ কাৰণ সুধিয়ে পেলালো। তেখেতে ক'লে যে 'Silence' বুলি ক'লেও শ্বুটিং চাবলৈ অহা লোকৰ ভিৰে তালৈ ভ্ৰূক্ষেপেই নকৰি কথা বতৰা পাতি থাকে। শ্বুটিঙৰ সময়ত কথা বতৰা কৈ থাকিলে ছট্ লোৱাৰ সময়ত অসুবিধা হয়।' সেয়েহে ভবেনদাই হুইছেলটো মাৰি দিয়াৰ লগে লগে দৰ্শকৰ নিস্তব্ধতাই আমাক আচৰিত কৰিছিল। 'সন্ধ্যাৰাগ'ৰ আৰু এক আৱিষ্কাৰ আছিল সৰু 'চাৰু'ৰ চৰিত্ৰত অভিনয় কৰা মামনি দাস নামৰ ছোৱালীজনী। কামপুৰৰে তেতেলীসৰা বোলা অঞ্চলৰ মামনি দা.ন কোনো দিনে

অভিনয়তো কৰাই নাছিল আনকি অভিনয় চোৱাৰো অভিজ্ঞতা নাছিল। ভবেনদাই সেই মামনি দাসৰ জৰিয়তে যি স্বাভাৱিক আৰু মৰ্ম্মস্পৰ্শী অভিনয় কৰালে, আচৰিত হ'বলগীয়া।

'সন্ধ্যাৰাগ'ৰ অন্তৰ্দৃশ্যৰ কাম ভবেনদাৰ জালুকবাৰীত থকা বাসভৱনতেই হয়। তেতেলীসৰাৰ পৰা ফিল্ম ইউনিট আহি জালুকবাৰী পায়হি। মোৰ বেছি ভাগ শ্বুটিং এই ঘৰটোতেই হয়। 'সন্ধ্যাৰাগ'ৰ শব্দযন্ত্ৰী হিচাপে আহিছিল কলিকতাৰ মৃণাল গুহঠাকুৰতা। তেখেতে কাণেৰে কম শুনিছিল, কিন্তু আচৰিত কথা তেখেতে কাণত 'Ear phone' লগাই লোৱাৰ পিছত সূক্ষ্ম শব্দ এটাও সাৰি যাব নোৱাৰিছিল। তেখেতে যি প্ৰতিকূল অৱস্থাতে ৰেকৰ্ডাৰটো পাৰি নবহক কিয় শ্বটটো হৈ যোৱাৰ পিছত পৰৱৰ্ত্তী শ্বটটো নোলোৱালৈকে সেই পৰিৱেশতে বহি কিতাপ এখন লৈ তাতে মগ্ন হৈ পৰিছিল। গ্ৰন্থ অধ্যয়নৰ প্ৰতিও তেখেতৰ এক নিচা আছিল। 'সন্ধ্যাৰাগ'ত মোৰ ল'ৰাৰ সৰু কালৰ চৰিত্ৰত অভিনয় কৰিছিল মোৰ পুত্ৰ ৰূপমে।

ভবেনদা চলচ্চিত্ৰ পৰিচালক হিচাপে অতুলনীয়। তেখেতে অভিনেতা বা অভিনেত্ৰীসকলৰ পৰা জোৰ কৰি কেতিয়াও অভিনয় আদায় কৰা নাছিল। প্ৰত্যেককে চিত্ৰনাট্যৰ প্ৰতিলিপি কেইবামাহৰ আগতে দিয়াৰ পিছত অভিনেতা, অভিনেত্ৰীসকলে চৰিত্ৰটো কি দৰে বুজিছে সেইদৰেই অভিনয় কৰিবলৈ দিছিল। কোনো চৰিত্ৰৰ কথন ভংগী যদি তেখেতৰ পছন্দ নহয় তেতিয়াহে তেখেতে দেখুৱাই দিছিল। তেখেতে স্বভাৱসুলভ নম্ৰতাৰে প্ৰায়েই কৈছিল -'এনেকৈ কৰিলেহে ভাল হ'ব যেন পাওঁ, চোৱাচোন, দেখা।' সেয়ে ভবেনদাৰ চলচিত্ৰসমূহত অভিনেতা-অভিনেত্ৰীসকলৰ অভিনয় স্বাভাৱিক হৈছিল। মই এতিয়াও ভাবো 'সন্ধ্যাৰাগ'ত অভিনয় কৰা অধ্যাপক নন্দন দাসৰ চৰিত্ৰটো মোৰ বাবে আছিল এক সুকীয়া অভিজ্ঞতাৰ সমল।

১৯৭৬ চনৰ ১০ ডিচেম্বৰ তাৰিখে 'আদালত' কথাছবিয়ে মুক্তি লাভ কৰে। কথাছবিখন ব্যৱসায়িক দিশতো সফল হয়। ইতিমধ্যে নাট্যকাৰ অৰুণ শৰ্ম্মা ডাঙৰীয়াই 'চিঞৰ' বুলি এখন ভিন্নসুৰী নাটক লিখি উলিয়ায়।

তেতিয়া অৰুণ শৰ্ম্মা মানে আমাৰ অৰুণ দা আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ বিষয়া। নাটকখনৰ নায়ক 'অমৰ বৰুৱা'ৰ মূল চৰিত্ৰটোত অভিনয় কৰিবৰ বাবে মোক নিৰ্বাচন কৰে। নাটকখনৰ পৰিচালক ধীৰু ভূঞা, প্ৰযোজনা 'প্ৰগতি শিল্পী সংঘ'ৰ। 'অমৰ বৰুৱা' চৰিত্ৰটো বৰ কঠিন হোৱা হেতুকে মই যথেষ্ট কষ্ট কৰিব লগা হৈছিল। ১৯৭৭ চনৰ ২৫ আৰু ২৬ তাৰিখে নাটকখন গুৱাহাটী ৰবীন্দ্ৰ ভৱনত মঞ্চস্থ হৈছিল। নাটকখন অভিনীত হোৱাৰ পিছত বিভিন্ন বাতৰি কাকতত ইয়াৰ পৰ্য্যালোচনা প্ৰকাশ হৈছিল।

১৯৭৭ চনৰ আগষ্ট মাহৰ ১১ আৰু ১২ তাৰিখে গুৱাহাটী ৰবীন্দ্ৰ ভৱন প্ৰেক্ষাগৃহত ড° লক্ষ্যহীৰা দাস ৰচিত 'প্ৰৱাহ' সংগীতালেখ্য পৰিৱেশন কৰে 'প্ৰগতি শিল্পী সংঘ'ই। অসমীয়া গীতৰ জন্মলগ্নৰেপৰা বৰ্ত্তমানলৈকে প্ৰৱাহমান গতিটোৰ ওপৰত সুন্দৰকৈ সংগীতালেখ্যখন যুগুতাই উলিয়াইছিল লক্ষ্যহীৰা বাইদেউৱে। অসমীয়া আধুনিক গীতৰ ধাৰাবাহিকতা ৰক্ষা কৰি ৰচিত এইখনেই আছিল প্ৰথম সংগীতালেখ্য। দৰ্শক সকলেও সংগীতালেখ্যখনি নিজৰ আপোন [illegible] আকোঁৱালি লৈছিল। ৰবীন্দ্ৰ ভৱনৰ উপৰিও বিভিন্ন স্থানত 'প্ৰৱাহ' পৰিৱেশন কৰা হৈছিল। ইয়াৰ ভাষ্যকাৰ হিচাপে মই জড়িত হৈ আছিলো, লগত আছিল ড° অৰুণিমা ভৰালী।

সেই বছৰৰে ৫ আগষ্ট তাৰিখে 'সন্ধ্যাৰাগ' কথাছবিয়ে মুক্তিলাভ কৰে। ইয়াৰ আগতে কলিকতাত কথাছবিখনৰ এক বিশেষ প্ৰদৰ্শনীৰো ব্যৱস্থা কৰা হয়। কথাছবিখনে দৰ্শকৰ অনুভূতিক যথেষ্ট স্পৰ্শ কৰিবলৈ সক্ষম হোৱাত গুৱাহাটীৰ অনুৰাধা চিত্ৰগৃহত মুক্তিলাভৰ সময়তে দৰ্শকৰ অভাৱনীয় সঁহাৰিয়ে আমাৰ মনবোৰ ভৰাই তুলিছিল। অসমৰ বাহিৰৰ বিশিষ্ট সাংবাদিক, লেখক-লেখিকা আৰু কথাছবি পৰিচালকে কথাছবিখন চাই তাৰ পৰ্য্যালোচনা আগবঢ়োৱাৰ লগতে অসমৰ বিভিন্নজনেও মন্তব্য আগবঢ়াইছিল এইদৰে—'কথাবোৰ আজিও আমাৰ বাবে সাক্ষীস্বৰূপ, অসমীয়া চলচিত্ৰ জগতৰ যাত্ৰা পথৰ 'সন্ধ্যাৰাগ' ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ অনন্য সৃষ্টি!'

"সন্ধ্যাৰাগ'ত চাকৰ গিৰিহঁত-গিৰিহঁতনী আৰু তেওঁলোকৰ ল'ৰা-

ছোৱালীহালক সহানুভূতিশীল আৰু কোমল মনৰ হিচাপে চিত্ৰিত কৰা হৈছে। ঈশান বৰুৱা আৰু মায়া বৰুৱাৰ সহজ-সৰল অভিনয়ে চৰিত্ৰ দুটি আকৰ্ষণীয় কৰি তুলিছে।"

('দৈনিক অসম' কাকত ৭ আগষ্টৰ সংখ্যা ১৯৭৭ চন)

" নন্দন দাস ও তাৰ স্ত্ৰীর ভূমিকাই ঈশান বড়ুয়া ও মায়া বড়ুয়ার অভিনয় মৰ্যাদাসম্পন্ন"

('যুগান্তর' কাকত ২২ জুলাইৰ সংখ্যা ১৯৭৭ চন)

"চৰিত্ৰসমূহৰ ৰূপদানত ৰুণু দেৱী, আৰতি বৰুৱা, ঈশান বৰুৱা, অৰুণ শৰ্ম্মা আৰু আনন্দ মোহন ভাগৱতীৰ প্ৰতিভা আৰু দক্ষতা স্পষ্ট। চৰিত্ৰ সমূহৰ কোনো এটায়েই কোনো সময়তেই সচৰাচৰ অসমীয়া ছৱিত হোৱাৰ দৰে জড়তাগ্ৰস্ত হোৱা নাই।"

('ৰাইজৰ বাতৰি' ১৯৭৭ চনৰ ২৫ আগষ্টৰ সংখ্যা)

"ঈশান বৰুৱা, ৰুণু দেৱীৰ অভিনয় আঁৰ নলগা"।

(ড° নিৰ্মল প্ৰভা বৰদলৈ, 'ৰূপকাৰ' ১৯৭৭ চন)

"সকলো অভিনেতা অভিনেত্ৰীয়েই কাৰোবাৰ হাতৰ যেন পৰশ পাই ৰূপালী পৰ্দাত সজীৱ হৈ উঠিছে! আচৰিত ভাবে নতুন নতুন অভিনেতা-অভিনেত্ৰীৰ সমাৱেশ। প্ৰত্যেকেই নিজৰ নিজৰ ভাও ঠিক জোখত আৰু পৰিপাটিকৈ কৰিছে। ঈশান বৰুৱাই নিজৰ aristrocracy বজাই ৰাখি বেছ dignified, ব্যক্তিত্বপূৰ্ণ, befitting to the role acting কৰিছে। দেখিলেই মনলৈ; আহে যেন film ৰ বহু অভিজ্ঞতা থকা অভিনেতা। And he was so free in delivery and movements."

(নাট্যকাৰ সাৰদা বৰদলৈ, নগাওঁ হয়বৰ গাওঁ, অসম)।

"সেদিন 'সন্ধ্যারাগ' ছৱিটি দেখা শেষ করে মনে তৃপ্তি পেলাম। একরকম শিনেমা দেখা ইতিপূৰ্বে জীৱনে আমারতো ঘটেইনি আর কারে ঘটেছে কি না সন্দেহ।

আপনার ডিরেকসন অনবদ্য। যত ভাল মানুষেই হোক, যতদিন

শ্রেণীবিভাগ থাকবে ততদিন মানুষ না জেনেও মানুষের উপর নিষ্ঠুরতা করবে। অনিচ্ছাকৃত সেই নিষ্ঠুরতার ধার নন্দন দাস ও তার স্ত্রীর চরিত্রে পরিস্কার ফুটে উঠেছে"।

(মৈত্রেয়ী দেৱী, কলকাতা)

"Amongst the casting almost all of them have done fairly well. Mention may however be made of Runu Devi, Maya. Baruah, Arati Boruah and Ishan Baruah"

(Prafulla Ch. Baruah, Sibasagar)

"গতানুগতিকতাৰ পৰা আঁতৰি সম্পূৰ্ণ ভিন্নৰস, নতুন আঙ্গীকৰ পৰিচালনাৰে 'সন্ধ্যাৰাগ' এটা নতুন ধাৰাৰ মাজেৰে গৈ অসমীয়া ছবিজগতৰ এটি অভিনন্দনীয় নতুন বিপ্লৱ কৰিলে।"

(প্ৰফুল্ল বৰা, পৰ্ব্বতীয়া, তেজপুৰ)

এই খিনিতে বৰদেউতাই ১৯৭৭ চনৰ শাৰদীয় আগমণি বতৰত ঘটা অসমৰ সাংস্কৃতিক জগতৰ এক অভাৱনীয় অঘটনৰ কথা কৈছিল, যি কথাই বৰদেউতাৰ লগতে মোৰো মনটো উৰুৱাই লৈ গৈছিল এজন ঈশ্বৰ প্ৰদত্ত, প্ৰতিভাৱান, অকালতে হেৰাই যোৱা শিল্পীৰ সোঁৱৰণিলৈ - 'মোৰ মিনতি তৰাহেঁ যদি ..... 'লুইত, কাবেৰী, সিন্ধু, গংগা, বৈ যায় ...... 'মৃত্যুটো সাৱটি সমাধিতলত আছোহি অকলে শুই .......'ৰ দৰে গীতে আজিও শ্ৰোতাক মোহাছন্ন কৰি ৰখা এজন শিল্পী জয়ন্ত হাজৰিকাৰ কথা!

১৯৭৭ চনৰ শাৰদীয় বতৰৰ আগমনি, দিনটো ১৬ অক্টোবৰ আছিল। ৰাতিপুৱা হঠাৎ ধীৰু দৌৰ মাৰি আহি ক'লেহি - 'যোৱা ৰাতি জয়ন্তৰ (ৰাণা)ৰ কলিকতাত মৃত্যু হৈছে। কথাটো শুনাৰ লগে লগে ভৰিৰ তলৰ মাটিখিনি যেন অন্তৰ্ধান হৈ যোৱাৰ উপক্ৰম ঘটিছিল। সকলো কাম বাদ দি জয়ন্তৰ নিজৰাপাৰৰ ঘৰত উপস্থিত হ'লোগৈ। জয়ন্তৰ পত্নী মিঠু (মনিষা হাজৰিকা) শোকত ভাগি পৰিছিল, একমাত্ৰ পুত্ৰ ৰাজা (ময়ূখো) অতি সৰু, সি পৰিস্থিতিটোৰ বিষয়ে একো বুজিকে পোৱা নাছিল। সেই সময়ত গুৱাহাটীৰ দাঁতি কাষৰীয়া অঞ্চলত 'মন প্ৰজাপতি' কথাছবিৰ শ্বুটিঙত ভূপেনদা ব্যস্ত আছিল। ভূপেনদাই তাতে খবৰটো পাই শ্বুটিং বন্ধ কৰি উধাতু খাই ঘৰ পাইছেহি। তেৰোঁ শোকত ভাগি পৰিছিল। সেইদিনা

গোটেই দিনটো অপেক্ষাৰ অন্তত জয়ন্তৰ মৃতদেহ কলিকতাৰ পৰা আহি নাপালে। 'পোষ্টমৰ্তম' আৰু কলিকতাৰ পৰা অহা বিমানৰ সময়ৰ স'তে কামবোৰ হৈ নুঠাৰ বাবে ১৭ অক্টোবৰৰ দিনা এটা কফিনত সুমুৱাই জয়ন্তৰ নিঠৰ দেহটো বৰঝাৰ বিমান বন্দৰ পালেহি। শোকাকুল জনতাই তেওঁক নিৰ্জৰাপাৰৰ ঘৰলৈ আগবঢ়াই আনিলে। কি হৃদয় বিদাৰক দৃশ্য! এজন শিল্পীৰ পাৰ্থিব দেহৰ সেই অন্তিম দৰ্শন সকলোৰে বাবে আছিল এখন শোকৰ প্ৰতিচ্ছবি। সময়ত নবগ্ৰহ শ্মশানৰ চিতাত জয়ন্তৰ নিঠৰ দেহ পঞ্চভূতত বিলীন হৈ গ'ল।

তাৰ পাছত শ্ৰাদ্ধৰ দিনালৈকে 'প্ৰগতি শিল্পী সংঘ'ত ৰাইজৰ শ্ৰদ্ধাঞ্জলিৰ বাবে বিশেষ ব্যৱস্থা কৰা হয়। কেউদিন জয়ন্তৰ মোহনীয় গীতবোৰৰ ৰেকৰ্ড বজোৱা হৈছিল। সি ঢুকুৱাৰ মাহেকীয়াৰ দিনা নেহৰু ষ্টেডিয়ামত এক বিচিত্ৰানুষ্ঠানৰ আয়োজন কৰা হ'ল। এই অনুষ্ঠানতে ভূপেন হাজৰিকাৰ উপৰিও প্ৰতিমা পাণ্ডে আদিয়েও অংশ গ্ৰহণ কৰিলেহি। ইয়াৰ সংগৃহিত ধনৰ পৰা পঁচিশ হাজাৰ টকাৰ এখন Fixed Deposit ময়ুখৰ নামত কৰি দিয়া হয়।

ইতিমধ্যে মেঘালয়া সৃষ্টিৰ লগে লগে শ্বিলঙৰ পৰা ৰাজধানী দিছপুৰলৈ স্থানান্তৰিত হোৱাৰ প্ৰক্ৰিয়া আৰম্ভ হ'ব ধৰিছে। কৈশোৰ আৰু যৌৱনৰ দিনবোৰত গণেশগুৰিৰ পৰা বশিষ্ঠলৈ যোৱা পথৰ দুয়ো কাষে থকা শাৰী শাৰী মুকলি পথাৰবোৰত ঘৰ সাজিবলৈ ধৰাত সৌন্দৰ্য্যৰ আঁকবোৰ ক্ৰমাত হেৰাই যাবলৈ ধৰিলে। লাহে লাহে সচিবালয়ৰ ঘৰবোৰো সজা হ'ল। মুখ্যমন্ত্ৰী হিচাপে শৰৎ সিংহ ডাঙৰীয়াই দিনটোৰ বেছিভাগ সময় নিৰ্মাণস্থলীতে কটোৱা প্ৰত্যক্ষ কৰিছিলো। ১৯৭৭ চনৰ এদিন দিছপুৰে অসমৰ অস্থায়ী ৰাজধানী হিচাপে কাৰ্য্য নিৰ্ব্বাহ কৰিবলৈ আৰম্ভ কৰিলে।

সেই বছৰৰে শেষৰ ফালে গুৱাহাটীৰ খানাপাৰাৰ কাষৰ জৱাহৰ নগৰত কংগ্ৰেছ মহাসভা অনুষ্ঠিত হ'ল। সেই সময়ত ভাৰতৰ প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধী আৰু কংগ্ৰেছ সভাপতি আছিল দেৱকান্ত বৰুৱা। সঞ্জয় গান্ধী যেন কংগ্ৰেছৰ সৰ্ব্বে-সৰ্ব্বা এনে অনুমান হ'ল। মুখ্যমন্ত্ৰী শৰৎ সিংহ

ডাঙৰীয়াই কংগ্ৰেছ মহাসভাৰ কিছু কাম উদ্যোগপতি হিচাপে 'অসম কাৰ্বন'ৰ পৰিচালন সঞ্চালক পি.চি. গোৱেংকাদেৱক অৰ্পন কৰিছিল। কামবোৰ তেখেতে মহেশ ডেকা আৰু মোক চোৱাচিতা কৰিবলৈ দিছিল। তেতিয়াই সঞ্জয় গান্ধীৰ অত্যাচাৰবোৰ নিজে প্ৰত্যক্ষ কৰিছিলো।

১৯৭৫ চন মানৰপৰা বিৰকুছিত অৱস্থিত 'অসম কাৰ্বন' প্ৰডাক্টছ লিমিটেডৰ মাটি নিৰ্বাচন আৰু নিৰ্মাণপৰ্ব আৰম্ভ হয়। মহেশ ডেকা আৰু মই গাড়ীৰে চন্দ্ৰপুৰৰ পৰা আৰম্ভ কৰি নাৰেঙ্গীলৈকে মাটি চাই ফুৰিছিলো। কাৰণ তেতিয়া এই অঞ্চলটোতে খালী ঠাই আছিল। এদিন নাৰেঙ্গী তিনিআলিৰ পৰা চন্দ্ৰপুৰলৈ যোৱা পথত অৱস্থিত অসম বিদ্যুত পৰিষদৰ চাব ষ্টেচনটো পাৰ হৈ এক বিশাল বিলৰ দক্ষিণ দিশে এটুকুৰা ওখ মাটি দেখি মহেশ আৰু মই বিৰকুছি গাঁৱলৈ যোৱা বাটেৰে সোমাই গ'লো। বিৰকুছি গাঁৱৰ মুখিয়াল পদম বাহাদুৰৰ ঘৰত গৈ বহিলোগৈ মাটি টুকুৰা সম্পৰ্কে জানিবলৈ। বিৰকুছি গাওঁখনৰ বাসিন্দাসকলৰ জীৱিকা দুগ্ধ উৎপাদন। সেয়ে পদম বাহাদুৰ ডাঙৰীয়াই আমাক দুগিলাছ ঘৰৰ গাখীৰেৰে আপ্যায়িত কৰিলে। তেখেতৰ পৰাই গম পালো এই মাটিবোৰ এসময়ত বিহগীকবি ৰঘুনাথ চৌধাৰী ডাঙৰীয়াৰ পৰিয়ালৰ আছিল। মাটিবাৰীবোৰ চাবৰ বাবে ৰঘুনাথ চৌধাৰীদেৱ এই গাঁৱতেই আছিলহি। তেতিয়া এই ঠাই অটব্য অৰণ্য আছিল। তেখেতে অধিক সংখ্যক প্ৰকৃতি বিষয়ক কবিতা ইয়াতেই সৃষ্টি কৰিছিল। কথাষাৰ শুনি যথেষ্ট আহ্লাদিত হৈছিলো। মাটিখিনি উজানবজাৰৰেই নিবাসী ডা° মাধৱ চন্দ্ৰ দাস ডাঙৰীয়াৰ।

এই মাটিখিনিয়েই সময়ত ডা° মাধৱ চন্দ্ৰ দাস ডাঙৰীয়াৰ পৰা কিনি তাতে অসম কাৰ্বনৰ নতুন ফেক্টৰী আৰু অফিচৰ নিৰ্মাণ কাৰ্য্য আৰম্ভ হ'ল। আৰু ১৯৭৭ চনৰ ২ অক্টোবৰৰ দিনা ইয়াৰ শুভ উদ্বোধনীৰ দায়িত্ব গোৱেংকা ডাঙৰীয়াই মোক অৰ্পণ কৰিছিল। এটা হ'ল উদ্বোধনী হোৱাৰ লগে লগে বৰপেটাৰ আতচ্‌বাজীৰ এটা অনুষ্ঠান আৰু আতচ্‌বাজী শাম কটাৰ লগে লগে অসমৰ বাৰেবৰণীয়া বাদ্যযন্ত্ৰ আৰু সংস্কৃতিৰ এক অনুষ্ঠান। মই এই ক্ষেত্ৰত নৃত্যবিশাৰদ সুৰেশ গোস্বামীদেৱৰ সহায় লৈ

হাজোৰপৰা বৰপেটালৈকে বিভিন্ন থলুৱা বাদ্যযন্ত্ৰৰ শিল্পীসকলক বিচাৰি, গুৱাহাটীলৈ আনি চান্দমাৰীৰ 'কলিতা হোটেল'ত ৰাখি অনুষ্ঠান পৰিৱেশন কৰাইছিলো। মুকলি ঠাইত এই অনুষ্ঠান পৰিৱেশিত হৈছিল। ইয়াৰ আলোক সম্পাদকৰ দায়িত্ব দিয়া হৈছিল আলোক শিল্পী অ.পি. নায়াৰক। আনকি অনুষ্ঠানটোৰ পৰিকল্পনাই উদ্বোধক ভাৰতৰ ৰাষ্ট্ৰপতি মাননীয় ফখৰুদ্দিন আলি আহমদ ডাঙৰীয়াকো মোহিত কৰিছিল।"

অসমীয়া কবিতা আবৃত্তিৰ ক্ষেত্ৰখনত বৰদেউতাক বাদ দি থাকিব নোৱাৰি। এক নতুন ধাৰাৰ সৃষ্টিত তেখেতৰ অৱদান অতুলনীয়। ব্যতিক্ৰমী কণ্ঠৰে মোহি ৰাখিছে হাজাৰ জনৰ হৃদয়। 'আঘোণৰ কুঁৱলীয়ে বাট ভেটি কৰিছে আমনি, একোকে নমনি ......' বৰদেউতাৰ কথা- 'তেতিয়াই অসমীয়া কবিতা আবৃত্তিক এক স্বকীয় কলাৰ মাধ্যম হিচাপে প্ৰতিষ্ঠা কৰিবলৈ এক চেষ্টা চলোৱা হয়। এইবাৰ সহযোগী হিচাপে আগবাঢ়ে মোৰ খুড়াৰ ল'ৰা বিশিষ্ট কবি, প্ৰবন্ধকাৰ গৌতম প্ৰসাদ বৰুৱা আৰু আমাৰ জেষ্ঠ বন্ধু 'হিন্দুস্থান টাইমছ' কাকতৰ সংবাদ পৰিবেশক শচীন বৰুৱাই। প্ৰথমতে গুৱাহাটীতে আমি সম্পূৰ্ণ কবিতা আবৃত্তিক লৈ এটা ডেৰঘন্টীয়া অনুষ্ঠান পাতিবলৈ যো-জা কৰিলো। তাৰ বাবে কোনেনো এই অনুষ্ঠানৰ আয়োজন কৰিছে উদ্যোক্তা হিচাবে এটা নামৰ প্ৰয়োজন হ'ল। আমি তাৰ নামকৰণ কৰিলো 'ছন্দ-কণ্ঠ-কুঞ্জ' বুলি। ১৯৭৭ চনৰ ডিচেম্বৰ মাহৰ ২৭ তাৰিখে গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনত অনুষ্ঠানটো পতা হ'ল। সম্ভৱতঃ সম্পূৰ্ণ অসমীয়া কবিতা আবৃত্তিক লৈ অনুষ্ঠিত কৰা এইটোৱেই অসমত প্ৰথম অনুষ্ঠান। ইয়াত অংশ গ্ৰহণ কৰিছিল—মঞ্জুমালা দাস, অৰুণিমা ভৰালী, অৰুণিমা শইকীয়া, ফণী তালুকদাৰ, শচীন বৰুৱা, দেৱেন দত্ত, ভূপেন চক্ৰৱৰ্ত্তী, প্ৰাঞ্জল শইকীয়া আৰু মই। অনুষ্ঠানটোৱে দৰ্শকৰ পৰা ভূয়সী প্ৰশংসা পায়। আমাৰ মনলৈয়ো সাহস আহিল। পুনৰ অসমীয়া কবিতা আবৃত্তিৰ প্ৰথম খন লং প্লেয়িং ৰেকৰ্ড কৰাৰ হাবিয়াস মনলৈ আহে। ইতিমধ্যে গৌতম প্ৰসাদ বৰুৱা চাকৰি সূত্ৰে ইণ্ডিয়া কাৰ্বনৰ কলিকতা অফিচলৈ বদলি হৈছে। গৌতম প্ৰসাদ বৰুৱাৰ যোগেদিয়ে তেনে এখন ৰেকৰ্ডৰ বাবে এইচ. এম. ভি. ৰ কাৰ্য্যালয়ৰ স'তে ; যোগাযোগ আৰম্ভ

কৰা হয়। তেতিয়া এইচ এম ভি ৰ কলিকতা কাৰ্যালয়ত বিমান ঘোষ ডাঙৰীয়া আছিল।

'সন্ধ্যাৰাগ' কথাছবিখনে ৰাষ্ট্ৰীয চলচিত্ৰ মহোৎসৱত অসমীয়া কথাছবি শিতানত 'ৰজত কমল' বঁটা পায়। পুৰস্কাৰ বিতৰণ অনুষ্ঠানৰ বাবে দিল্লীলৈ পৰিচালক ভবেন দাৰ স'তে আমি ইয়াৰ অভিনেতা-অভিনেত্ৰীৰ সৰু দলটো যাত্ৰা কৰো। ৰাষ্ট্ৰীয চলচিত্ৰ মহোৎসৱত অংশ গ্ৰহণ কৰাটোও এক ভিন্নসুৰী অভিজ্ঞতা। দিল্লীত এই অনুষ্ঠান অনুষ্ঠিত হৈছিল 'টালকোটাৰা ইনড'ৰ ষ্টেডিযামত। তাত মূল অনুষ্ঠানৰ এদিন আগৰে পৰা আখৰা চলিছিল, কিদৰে ৰাষ্ট্ৰপতি মহোদয়ৰ পৰা পুৰস্কাৰ গ্ৰহণ কৰা হ'ব! সেইবাৰ ২৫ তম ৰাষ্ট্ৰীয় চলচিত্ৰ মহোৎসৱলৈ শ্ৰেষ্ঠ কানাড়া কথাছবি হিচাপে গিৰীশ কানাৰ্ড পৰিচালিত 'তাবালিউ নিনাদে মাগানে' কথাছবিখন পুৰস্কৃত হৈছিল। তেখেতৰেই 'টোগলক' নাটক খনৰ যোগেদি মই খ্যাতি অৰ্জন কৰাত মোৰ মন গ'ল গিৰীশ কানাৰ্ড ডাঙৰীযাৰ স'তে চিনাকি হৈ 'টোগলক' নাটকখনৰ সম্পৰ্কে কিছু কথা পাতিবলৈ। ভবেনদাক এই বিষযে কোৱাত তেখেতে মোক কানাৰ্ড ডাঙৰীয়াৰ স'তে চিনাকি কৰি দিযে। প্ৰথম চিনাকিতে মোৰ মুখৰ পৰা ওলাই গ'ল 'মই আঁপোনাৰ যষ্ঠ টোগলক'। তেখেতে মোৰ মুখলৈ কিছু সময চাই সাৰটি ধৰিলে। তাৰ পিছত বহুসময ধৰি তেখেতৰ লগত 'টোগলক' সম্পৰ্কে আলোচনা হৈছিল। ২৮/৪/১৯৭৮ তাৰিখৰ পৰা ২/৫/১৯৭৮ তাৰিখলৈকে ৰাষ্ট্ৰীয় চলচিত্ৰ মহোৎসৱত পুৰষ্কাৰ প্ৰাপ্ত কথাছৱি সমূহৰ প্ৰদৰ্শন বিজ্ঞান ভৱন, ত্ৰিমূৰ্ত্তি হল আদি প্ৰেক্ষাগৃহ সমূহত অনুষ্ঠিত হৈছিল। আমি মহোৎসৱৰ সদস্য হোৱা হেতুকে কথাছৱি সমূহ চাবলৈ নিমন্ত্ৰণী পত্ৰ পাইছিলো। প্ৰায সংখ্যক কথাছৱিয়েই চাই অনন্য সোৱাদ লভিলো। মোৰ বাবে এই মহোৎসৱৰ যাত্ৰা হৃদয়-মণিকোঠত চিৰন্তন সঞ্চিত অভিজ্ঞতা।

এই সময়ছোৱাতে কেইখনমান গুৰুত্বপূৰ্ণ অনাতাঁৰ নাটকত অভিনয় কৰো। তাৰ ভিতৰৰে এখন অনাতাঁৰ ধাৰাবাহিক নাটক আছিল 'নদাৰ'। নাটকখনৰ নাট্যকাৰ আছিল যোগেশ দাস ডাঙৰীয়া। মাত্ৰ ছটা খণ্ডৰ এই অনাতাঁৰ নাটকখন নায়কৰ দৃষ্টিভংগীৰ ফালৰ পৰা তেওঁ জীৱনত

সন্মুখীন হোৱা বিশেষ ঘটনা আৰু পৰিস্থিতিক লৈ ৰচনা কৰা হৈছিল। মই মূল চৰিত্ৰত অভিনয় কৰিছিলো। ধাৰাবাহিকখনে ভীষণ জনপ্ৰিয়তা লাভ কৰিছিল, তাৰে মাত্ৰ এটা উদাহৰণ দিব খুজিছো। নাটকখন প্ৰচাৰ হৈছিল দেওবাৰে দুই বজাৰ পৰা। মোৰ এগৰাকী সম্বন্ধীয়া তেজপুৰৰ পৰা তাৰে এটা দেওবাৰে গুৱাহাটীলৈ আহিব লগা হ'ল। সেয়ে তেখেতে দুপৰীয়া 'মদাৰ' শুনিব নোবাৰিব পাৰে বুলি ৰাতিপুৱা ছয় বজাৰ বাছেৰে তেজপুৰৰ পৰা আহি, দুপৰীয়া নাটকখন শুনাৰ ধাৰাবাহিকতা ৰক্ষা কৰাৰ কথা এতিয়াও মনত পৰে।

সমান্তৰালভাৱে চাকৰিটোও মই সুন্দৰ ভাৱে চলাই যাবলৈ ধৰিলো। লাহে লাহে মোৰ পদোন্নতিও হ'ল, ক্ৰমে দায়িত্ববোৰো বাঢ়ি আহিল। ১৯৭৮ চনৰ মে' মাহত এইচ. এম ভি. কোম্পানীয়ে অসমীয়া কবিতা আবৃত্তিৰ এখন লং প্লেয়িং ৰেকৰ্ড কৰিবলৈ মান্তি হৈ এখন পত্ৰ প্ৰেৰণ কৰে। ১৯৭৫ চনৰ পৰা কৰি অহা চেষ্টাৰ এটা ফল ধৰা বাবে আনন্দেৰে মন ভৰি পৰে। কবি, কবিতা নিৰ্ব্বাচন, ৰেকৰ্ডখনৰ নামকৰণ আদিৰ কাম আৰম্ভ হয়। ৰেকৰ্ডখন ৪৫ আৰ পি.এম'ৰ লংপ্লেযিং হিপাবে কৰাৰ প্ৰস্তাৱ এইচ এম ভি'য়ে আগবঢ়াইছিল। সেইবাবে চূড়ান্ত নিৰ্ব্বাচনত সাতজন কবিৰ কবিতা নিৰ্ব্বাচন কৰি উলিওৱা হ'ল। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা, নৱকান্ত বৰুৱা, নীলমনি ফুকন, কেশৱ মহন্ত, নিৰ্মল প্ৰভা বৰদলৈ, ৰবীন্দ্ৰ সৰকাৰ আৰু গৌতম প্ৰসাদ বৰুৱাৰ কবিতাৰে সমৃদ্ধ ৰেকৰ্ডখনৰ নামকৰণ কৰা হ'ল 'সপ্তৰ্ষি'। আবৃত্তিকাৰ হিচাপে থাকিল ড° ভূপেন হাজৰিকা, ড° অমৰ জ্যোতি চৌধুৰী, ড° মঞ্জুমালা দাস, অৰুণিমা শইকীয়া আৰু মই। সংগীতৰ দাযিত্ব দিয়া হ'ল ড° ভূপেন হাজৰিকাদেৱক। আবৃত্তিকাৰ সকলক ভাগে ভাগে কবিতা কেইটা দিয়া হ'ল। আৰম্ভ হ'ল আখৰা পৰ্ব্ব। মোৰ ভাগত দুটা কবিতা আবৃত্তিৰ ভাৰ পৰিল। এটা কেশৱ মহন্তৰ 'সোণজীৰা মাহীৰ নাড়ী' আৰু আনটো গৌতম প্ৰসাদ বৰুৱাৰ 'অমিতাভ' নামৰ কবিতাটো। সেই দৰে ড° ভূপেন হাজৰিকাদেৱৰ ভাগত জ্যোতিপ্ৰসাদৰ 'চিৰ বিদ্ৰোহী', ড° অমৰ জ্যোতি চৌধুৰীয়ে নৱকান্ত বৰুৱাদেৱৰ 'বোধিদ্ৰুমৰ খৰি' আৰু ৰবীন্দ্ৰ সৰকাৰৰ

'সমকাল', ড" মঞ্জুমালা দাসে নির্মল প্ৰভা বৰদলৈৰ 'গান্ধাৰী' আৰু অৰুণিমা শইকীয়াই কবি নীলমনি ফুকনৰ 'কোনেও কথা কোৱা নাছিল' কবিতাটোৰ আবৃত্তি কৰিছিল।

লাহে লাহে কলিকতাত কবিতা আবৃত্তিৰ বাণীবন্ধনৰ দিন ওচৰ চাপি আহিল আৰু আগষ্ট মাহত আমি আটায়ে কলিকতালৈ যাত্ৰা কৰিলো। আমি গৈ পোৱাৰ পিছৰ দিনা দেওবাৰ আছিল আৰু সেই দিনা ভূপেনদাৰ আঠ নং গলফ ক্লাব ৰোড্‌ৰ ঘৰত পুৱাবেলা সংগীতৰ স'তে কবিতাৰ আখৰা হ'ল। সোমবাৰে পুৱা আমি ডমডমত থকা এইচ. এম ভি'ৰ ষ্টুডিঅ'লৈ বুলি যাত্ৰা কৰিলো। তাত যন্ত্ৰ সংগীতৰ শিল্পীসকলৰ নিযমানুৱৰ্ত্তিতা আৰু সময়ৰ জ্ঞানৰ কথা দেখি আচৰিত হৈছিলো। দহ বজাৰ লগে লগে সকলো আহি ষ্টুডিঅ'ত হাজিৰ হৈছিলহি। তাৰ পোন্ধৰ মিনিট পিছত হাজিৰ হৈছিলহি সংগীত পৰিচালক ভূপেনদা। প্ৰায় লগে লগেই আখৰা আৰম্ভ হৈছিল আৰু সময়ত এটাৰ পিছত আনটো কবিতাৰ বাণীবন্ধন। সুকলমে কবিতাৰ বাণীবন্ধনৰ কাম আগবাঢ়িল।

দুপৰীয়া আহাৰৰ সময় হ'ল, ভূপেনদাও আমাৰ স'তে বহিল। ভূপেনদাই টিফিন কেৰিযাৰ এটা উলিযালে আৰু ঘৰৰ পৰা অনা সৰু মাছৰ বিলাহীৰ টেঙাৰ সৈতে ভাত খালে। সংগীত শিল্পীসকলৰ পৰা জানিব পাৰিলো ভূপেনদাই কেতিয়াও বাহিৰৰ বস্তু নাখায। ৰেকৰ্ডিং থাকিলে সদায ঘৰতে বন্ধা অসমীযা ৰন্ধন প্ৰণালীৰ খাদ্যহে গ্ৰহণ কৰে। ১৯৭৮ চনৰ দুৰ্গাপূজাৰ আগে আগে 'সপ্তৰ্ষি'যে ব্যৱসাযিক মুক্তি লাভ কৰে। সমগ্ৰ শ্ৰোতাই 'সপ্তৰ্ষি'ক আদৰি লয। প্ৰথমখন অসমীযা কবিতা আবৃত্তিৰ ৰেকৰ্ড হিচাপে ইযাক ৰুচিসম্মত শ্ৰোতাই ঘৰত ৰাখিবলৈ ধৰিলে। ব্যৱসাযিক ভাৱে 'সপ্তৰ্ষি' ভৰাতকৈয়ো বহুগুণে কৃতকাৰ্য্য হ'ল। অসমীয়া কবিতা আবৃত্তিৰ ৰেকৰ্ড নচলে বুলি ভবা এইচ এম.ভি'ৰ ভুল ধাৰণা ভাঙিল। প্ৰথমবাৰৰ প্ৰিন্টৰ পিছত এইচ এম ভি'যে বহুবাৰ 'সপ্তৰ্ষি'ৰ প্ৰিন্ট বজাৰত উলিযাব লগা হ'ল। 'সপ্তৰ্ষি'যে অসমীয়া কবিতা আবৃত্তিৰ জগতখনত এক গতি প্ৰদান কৰিলে।

১৯৭৯ চনত 'প্ৰগতি শিল্পী সংঘৰ' সাধাৰণ সম্পাদক থকা কালত

সংঘৰ নতুন চাম সদস্যৰ বাবে ৰাষ্ট্ৰীয় নাট্য বিদ্যালয়ৰ পৰা অসমৰ প্ৰথম জন প্ৰশিক্ষণ প্ৰাপ্ত ব্যক্তি দেৱকুমাৰ নাথৰ তত্ত্বাৱধানত নাট প্ৰশিক্ষণৰ ব্যৱস্থা কৰা হয়। এই প্ৰশিক্ষণত সংঘৰ সভ্যৰ উপৰিও বাহিৰৰ ইচ্ছুক যুৱক-যুৱতীয়েও অংশ ল'ব পাৰিছিল। বিভিন্ন অংশ গ্ৰহনকাৰীৰ মাজত আজিৰ নাট আৰু কথাছবিৰ পৰিচালক বিদ্যুৎ চক্ৰৱৰ্ত্তীও আছিল। ১৯৭৯ আৰু ১৯৮০ চনৰ ভিতৰত বিভিন্ন একাঙ্কিকা নাটত সংঘই অংশ গ্ৰহণ কৰি পুৰস্কৃত হৈছিল। ইয়াৰ উপৰিও নতুন চাম প্ৰশিক্ষণৰত সংঘৰ সদস্যক লৈ এই কালছোৱাত বিভিন্ন পূৰ্ণাঙ্গ নাটকো 'প্ৰগতি শিল্পী সংঘ'ই পৰিৱেশন কৰিছিল। সেই বছৰ দুই আৰু চাৰি তাৰিখে ড° ভৱেন্দ্ৰ নাথ শইকীয়াৰ 'এজাক জোনাকীৰ জিলমিল', 'ইলৱড়ি হল' আৰু ৰবাৰ্ট মিডলমাছ ৰচিত ৬১ টা বিভিন্ন আন্তৰ্জাতিক বঁটা বিজয়ী 'The Valliant' নাটক দুখন মঞ্চস্থ কৰা হৈছিল। 'The Valliant' নাটখন অভিনেতা জৰ্জ বেকাৰে পৰিচালনা কৰিছিল। 'এজাক জোনাকীৰ জিলমিল' নাটকখনৰ পৰিচালক আছিল ধীৰু ভূঞা।

প্ৰগতি শিল্পী সংঘই মঙ্গলদৈৰ 'ক্ৰিয়েটিভ ইউনিতে' আয়োজন কৰা সদৌ অসম একাঙ্কিকা নাট প্ৰতিযোগিতাত হিমেন্দ্ৰ নাথ বৰঠাকুৰদেৱৰ 'সৰ্পিল' নাটকখনেৰে অংশগ্ৰহণ কৰে। অভিনয় কৰে প্ৰগতি শিল্পী সংঘৰ নতুন চাম সভ্যই। পূৰ্ণগতিত নাটৰ আখৰা চলিছে। প্ৰতিযোগিতালৈ মাত্ৰ দুদিন আছে। এনেতে হঠাৎ খবৰ আহিল মস্কো ৰেডিঅ'ত কৰ্মৰত সংঘৰ প্ৰতিষ্ঠাপক সদস্য কৰুণা গোস্বামীৰ মস্কোতে আকস্মিকভাৱে মৃত্যু হৈছে। তেওঁৰেই তিনিবছৰ আগতে সাজি যোৱা ঘৰটোতে মই আছিলো। মাত্ৰ ছ মাহ আগতে গুৱাহাটীলৈ আহি যোৱা সৱল-সুস্থ কৰুণাই এইদৰে হঠাৎ মৃত্যুবৰণ কৰা কথাটো যেন সহজে মানি ল'বলৈ টান লাগিল। এনে অৱস্থাত প্ৰতিযোগিতাত অংশ গ্ৰহণ নকৰিলে অংশ গ্ৰহণকাৰী সংঘৰ সদস্যসকলৰ মন ভাগি যাব। ইফালে কৰুণাৰ মৃতদেহ মস্কোৰ পৰা গুৱাহাটী আহি পোৱাহি নাই। আলোচনা কৰি ঠিক কৰা হ'ল যে মঙ্গলদৈলৈ প্ৰতিযোগীসকলক লৈ যোৱা হ'ব। মই দোধাৰ-মোধোৰ মনেৰে দলটো লৈ মঙ্গলদৈলৈ যাত্ৰা কৰিলো। মঙ্গলদৈত 'সৰ্পিলে' দ্বিতীয় শ্ৰেষ্ঠ

দল আৰু মই দ্বিতীয় শ্ৰেষ্ঠ পৰিচালক হিচাপে পৰিগণিত হওঁ। তাৰ দুদিনৰ পিছত কৰুণাৰ মৃতদেহ এটা কফিনত সুমুৱাই মস্কোৰ পৰা আহি গুৱাহাটী পায়হি। বাৰে বাৰে মনটো ভাৰাক্ৰান্ত হৈ পৰিল। দুবছৰৰ আগতে জয়ন্তক হেৰুওৱাৰ বেদনা মাৰ নৌ-যাওঁতেই আকৌ বন্ধু কৰুণাৰ বিয়োগৰ খবৰ।

সেই বছৰৰ পৰাই বিদেশী বহিষ্কাৰ আন্দোলন সংক্ৰান্তত অসমৰ বিভিন্ন ঠাইত সভা-সমিতিৰ আয়োজন হ'বলৈ আৰম্ভ কৰিছে। অসমৰ নাইজ এই বিষয়টোত সজাগ হোৱা পৰিলক্ষিত হৈছে।

১৯৭৯ চনৰ ডিচেম্বৰ মাহত নতুনকৈ গঠিত হোৱা অনুষ্ঠান জ্যোতিৰূপাই সদৌ অসম ভিত্তিত এখন একাঙ্ক নাট সন্মিলন প্ৰথমবাৰৰ বাবে আয়োজন কৰিছে। আমি 'প্ৰগতি শিল্পী সংঘ'ৰ পৰা 'সৰ্পিল' নাটখনেৰে অংশগ্ৰহণ কৰোঁ। প্ৰতিযোগিতাত নাটখনে দ্বিতীয় শ্ৰেষ্ঠদল, হিতেন্দ্ৰনাথ বৰঠাকুৰ শ্ৰেষ্ঠ নাট্যকাৰ আৰু মই শ্ৰেষ্ঠ পৰিচালক হিচাপে পৰিগণিত হওঁ। সম্পূৰ্ণ নাটখন মাইমিং পদ্ধতিৰে কৰাই তাৰ প্ৰতিটো শব্দ স্বাভাৱিক ভাবে সংযোজন কৰা হৈছিল। যিটো সেই সময়ত নাটক পৰিবেশনৰ ক্ষেত্ৰত এক নতুন পদক্ষেপ আছিল।

প্ৰথম অসমীয়া কবিতা আবৃত্তিৰ ৰেকৰ্ড 'সপ্তৰ্ষি'ৰ অভূতপূৰ্ব সফলতাৰ পিছত এইবাৰ এইচ.এম.ভি কোম্পানীয়ে কেবল মাত্ৰ মোৰ কণ্ঠত কেইটামান অসমীয়া কবিতা আবৃত্তিৰ এখন ৪৫ আৰ পি এম ই.পি. ৰেকৰ্ড উলিয়াবলৈ প্ৰস্তুতি চলালে। মোৰ বাবে দায়িত্ব অধিক বাঢ়িল। ৰেকৰ্ডখনৰ সফলতা বা বিফলতা সম্পূৰ্ণভাৱে নিৰ্ভৰ কৰিব মোৰ ওপৰত। সেয়েহে খুউব সাৱধানে কবিতা কেইটাৰ বাছনি প্ৰক্ৰিয়া আৰম্ভ হ'ল। বিভিন্ন বয়সৰ বাবে গ্ৰহণযোগ্য পাঁচটা কবিতা বাছনি কৰা হ'ল। অম্বিকাগিৰি ৰায়চৌধুৰীৰ 'জীয়াৰ যুঁজত জয়ী হ', কেশৱ মহন্তৰ 'আঘোণৰ কুঁৱলী', হেম বৰুৱাৰ 'আইতা', হীৰেণ ভট্টাচাৰ্য্যৰ 'অপ্ৰতিদ্বন্দী' আৰু গৌতম প্ৰসাদ বৰুৱাৰ 'ব'হাগৰ ৰাতিপুৱা'। সংগীতৰ দায়িত্ব দিয়া হ'ল খগেন মহন্তক। কবিসকলৰ স'তে কবিতাটোৰ সম্পৰ্কে আলোচনা আৰু আখৰা পৰ্ব্ব আৰম্ভ হ'ল। লাহে লাহে কামবোৰো আগবাঢ়িল। কলিকতালৈ

বাণীবন্ধনৰ বাবে খগেন মহন্ত যাব নোৱাৰাৰ বাবে সংগীতৰ টুকুৰা বোৰকে এটা কেছেটত বাণীবন্ধ কৰি মোৰ হাতত দিলে। মই Music arranger হিচাপে কলিকতাৰ দিলীপ ৰায়ক লৈছিলো। বাণীবন্ধনৰ আগদিনা দিলীপ ৰায়ে এইচ.এম.ভি'ৰ মহানগৰীস্থিত আখৰা গৃহত লগ ধৰি সংগীতৰ বিষযে শুনি আৰু বুজি স্বৰলিপি কৰি ল'লে।

বাণীবন্ধনৰ দিনা ডমডমলৈ বুলি ওলোৱাৰ আগ মুহূৰ্ত্তত গম পালো যে সেইদিনা আগবেলা নতুন দিল্লীত এক বিমান দুৰ্ঘটনাত সঞ্জয় গান্ধীৰ মৃত্যু ঘটিছে। মোৰ বাণীবন্ধন সময় আছিল দুপৰীয়া দুইবজাৰ পৰা। আগবেলা এখন উড়ীয়া গীতৰ ৰেকৰ্ডৰ বাণীবন্ধন আছিল। ষ্টুডিঅ'ত সোমোৱাৰ লগে লগে দেখিলো সংগীতৰ বাদ্যযন্ত্ৰী সকলো সময়মতে উপস্থিত্ত হৈছে। আমি কাৰো বাবে ৰৈ থাকিব লগা হোৱা নাছিল। দিলীপ ৰায়ে কবিতাৰ ক্ৰম হিচাপে তেওঁলোকৰ সন্মুখত একোখনকৈ স্বৰলিপি দিলে। প্ৰথমবাৰ সংগীতৰ সৈতে আখৰা হ'ল, তাৰ পিছৰবাৰ সংগীতক আগপিছ কৰি আখৰা হোৱাৰ পিছতে তৃতীয়বাৰ চূড়ান্ত ৰেকৰ্ডিং হ'ল। এনেকৈয়ে এটাৰ পিছত আনটো কবিতাৰ বাণীবদ্ধ হ'বলৈ ধৰিলে।

সঞ্জয় গান্ধী ঢুকুবাৰ খবৰ বিয়পাৰ লগে লগে কলিকতাৰ দোকান-পোহাৰ বন্ধ হ'বলৈ ধৰিলে। আনকি বাছ, ট্ৰাম আদি বন্ধ হৈছে বুলি বাণীবন্ধন হৈ থকা সময়তে খবৰ পালো। সেযেহে অলপো সময় ব্যয নকৰি সকলোৱেই কাম শেষ কৰিবলৈ যত্নপৰ হৈছিলো। নিশা সাতমান বজাত বাণীবন্ধন শেষ কৰি, কবিতা কেইটাৰ ৰেকৰ্ডিং শুনি, এটা কেছেটত বাণীবন্ধন কৰা কবিতা কেইটালৈ মই কলিকতাত থকা ঠাইলৈ ঘূৰি আহিলো। তেতিয়া ডমডমৰ পৰা অহা বাটটোত শূণ্যতাই বিৰাজ কৰিছিল। ১৯৮০ চনৰ দুৰ্গা পূজাৰ অৰ্ঘ হিচাপে 'লুইত পৰীয়া' ই মুক্তি পায়। 'সপ্তৰ্ষি'ৰ দৰে লুইত পৰীয়া'যো শ্ৰোতাৰ মন মুহিবলৈ সক্ষম হয়।

বিদেশী বহিষ্কাৰ আন্দোলনে ক্ৰমাত জনসাধাৰণৰ মাজত সোমাই পৰিছে। সময়ে সময়ে জনসাধাৰণৰ লেথাৰি নিছিগা শোভাযাত্ৰাই সকলোকে স্তম্ভিত কৰি তুলিছে। ইফালে 'অসম কাৰ্বন'ৰ চাকৰিতো মোৰ ওপৰত সঘনাই দায়িত্ব বাঢ়িবলৈ ধৰিলে। এই খিনিতে এই অনুষ্ঠানটোৰ পৰিচালন

সঞ্চালক প্ৰেম চান্দ গোৱেঙ্কাদেৱৰ বিষয়ে কিছু কথা নক'লে ভুল কৰা হ'ব। এইজন মানুহে আই.এ এছ. বিষযা হৈয়ো তেনে লোভনীয় চাকৰি কৰাৰ পিছতো চাকৰি বাদ দি উদ্যোগিক বিকাশৰ ফালে মন মেলে। তাকো তেওঁ উদ্যোগিক ক্ষেত্ৰ হিচাপে বাছি ল'লে অসম খনক। প্ৰথমেই তেখেতে তেখেতৰ বন্ধু ভগৱতী প্ৰসাদ হিমৎসিংকাক লগত লৈ ষাঠিৰ দশকৰ আৰম্ভণিতে অসমলৈ আহি নুনমাটিত 'ইণ্ডিয়া কাৰ্বন লিমিটেড' বোলা উদ্যোগটো ১৯৬২ চনত স্থাপন কৰে। গোৱেঙ্কাদেৱে দেখিলে অসমত উদ্যোগ গঢ়িবলৈ অহা প্ৰধান উদ্দেশ্যটো 'ইণ্ডিয়া কাৰ্বন' সৃষ্টিৰ দ্বাৰা পূৰ্ণ হোৱা নাই। তেখেতৰ উদ্যোগটো গঢ়াৰ প্ৰধান উদ্দেশ্যই আছিল অসমীয়া যুৱক সকলক মকৰল কৰি বিকাশ ঘটোৱা। কৰ্মচাৰী পৰ্য্যায়ত ই ফলৱতী হৈ উঠিলেও কৰ্মী পৰ্য্যাযত ইণ্ডিয়া কাৰ্বনত ই পূৰ্ণ হোৱা নাছিল। সেয়েহে ১৯৬৩ চনত নিজ উদ্যোগত তেখেতে সৃষ্টি কৰিলে 'অসম কাৰ্বন' বোলা উদ্যোগটো গুৱাহাটীৰ বামুনিমৈদামত থকা উদ্যোগ পামত।

'অসম কাৰ্বন' সৃষ্টিৰ দ্বাৰা তেখেতৰ সপোন বাস্তৱত ৰূপায়িত হ'বলৈ আৰম্ভ কৰিলে। ৯০ শতাংশৰো অধিক থলুৱা কৰ্ম্মী আৰু কৰ্মচাৰীৰ দ্বাৰা গঠিত হোৱা অসম কাৰ্বনে ভাৰতীয় ৰেলৱেৰ প্ৰায় এশ শতাংশই কাৰ্বন ব্ৰাছৰ চাহিদা পূৰণ কৰিবলৈ সক্ষম হ'ল, তাকো থলুৱা লোকৰ দ্বাৰা তৈয়াৰী কৰা বস্তুৰে।

অতিপাত খঙাল যেন লগা নিয়মানুৱৰ্ত্তিতাৰ ক্ষেত্ৰত আপোচ নকৰা অসাধাৰণ ব্যক্তিত্ব আৰু বিশালকায় প্ৰেমচান্দ গোৱেঙ্কা (চমুকৈ পি.চি. গোৱেঙ্কা) প্ৰকৃততে এজন অধ্যয়নশীল আৰু সংস্কৃতিপ্ৰেমী লোক। তেওঁ নুনমাটিৰ ইণ্ডিয়া কাৰ্বনৰ পৰা বামুনিমৈদাম ফেক্টৰীলৈ আহিলে ইণ্ডিয়া কাৰ্বনৰ পৰা ফোনযোগে জনাৰ লগে লগে বামুনিমৈদাম ফেক্টৰী অফিচত সকলো সষ্টম হৈ যোৱা দৃশ্য আজিও মনত পৰে। মই সাংস্কৃতিক কাম কাজত লিপ্ত হোৱা জানিব পাৰি তেওঁ মোক এইবোৰৰ পৰা আতঁৰাই আনিবলৈ চেষ্টা কৰা নাছিল, বৰঞ্চ উদগনিহে দিছিল। কেৱল মাত্ৰ এটা উপদেশেই দিছিল - কাম ক্ষতি কৰি যেন মই এইবোৰত নালাগো, তাৰ বাবে মোৰ জমা ছুটীৰ পৰা ছুটী লৈহে যেন কামবোৰ কৰো! চাকৰি কালত

মই অভিনয় কৰা প্ৰতিখন কথাছবিৰ বাবে মই বিধিসন্মত ছুটীলৈহে অংশগ্ৰহণ কৰিছিলো।

১৯৮০ চনৰ ডিচেম্বৰ মাহত জ্যোতিৰূপা একাঙ্ক নাট প্ৰতিযোগিতাত আমি 'প্ৰগতি শিল্পী সংঘ'ৰ পৰা ড° দেৱব্ৰত গোস্বামীৰ 'স্বীকাৰোক্তি' নাট খনেৰে অংশগ্ৰহণ কৰো। নাটখন পৰিচালনাৰ দায়িত্ব সংঘই মোৰ ওপৰতে অৰ্পণ কৰে। নাটখনত অভিনয়ৰ বাবে মই লওঁ চন্দন লেখাৰু, বিদুৎ চক্ৰৱৰ্ত্তী, বিজুমল্ল বৰুৱা, উৎপল বৰুৱা আৰু উজ্জ্বল দাসক। 'স্বীকাৰোক্তি' নাটখনে শ্ৰেষ্ঠ দল আৰু পৰিচালক বঁটাৰে পুৰস্কৃত হ'ল। মই প্ৰথম বাৰ্ষিক জ্যোতিৰূপাৰ প্ৰতিযোগিতাত শ্ৰেষ্ঠ পৰিচালক হোৱা বাবে এই বছৰ পৰিচালনাত মোৰ নাম নিদি পৰিচালনা 'প্ৰগতি' বুলি দিছিলো। মই বিচাৰিছিলো যাতে বিচাৰক সকলক মোৰ নামে আকৃষ্ট নকৰক। কিন্তু সেইবাৰো শ্ৰেষ্ঠ পৰিচালকৰ বঁটা আমালৈ আহিল।

আমাৰ পৰিয়াল বাস কৰি থকা মাটি টুকুৰা উগ্ৰতাৰা মন্দিৰৰ পৰা ১৮৭২ চনৰ পৰা প্ৰায় এশ বছৰৰো ওপৰ কাল লিজত লোৱা মাটি আছিল। অকল সেইখিনিয়েই নহয়, লতাশিল চাৰিআলিৰ পৰা সোঁফালেৰে উজান বজাৰ চাৰিআলিলৈ আৰু পিছত নাওঁজান পথ হৈ লেম্ব ৰোডেৰে উগ্ৰতাৰা মন্দিৰহৈ ফটিক চন্দ্ৰ ৰোডলৈকে এই বিশাল মাটি উগ্ৰতাৰা মন্দিৰৰ পৰা প্ৰত্যেকেই লিজত লোৱা মাটি। এই মাটিখিনি আৰু অসমৰ আন আন মন্দিৰৰ অধীনত থকা জমিসমূহ ১৯৫৯ চনৰ মন্দিৰ অধিগ্ৰহণ অধিসূচনাৰ জৰিয়তে চৰকাৰী হৈ যায়। দেউতাৰ জীৱিত অৱস্থাত এই অঞ্চলৰ লোকসকলে মাজে মাজে দেউতাৰ ওচৰলৈ আহি আলোচনা কৰা দেখিছিলো। ১৯৮০ চনত দাদাইঁতৰ লগতো এই বিষয়ে আলোচনা হয়। আমাৰ উজান বজাৰৰ মাটি খিনিৰ পট্টা কৰিবৰ বাবে ব্যৱস্থা কৰাৰ দাযিত্ব দাদাইঁতে মোকেই অপৰ্ণ কৰে। অসম চৰকাৰৰ ঘৰত সমগ্ৰ অসমতে এনে ধৰণৰ মাটিৰ পট্টা বিচাৰি আবেদন কৰা এইখনেই প্ৰথম দৰ্খাস্ত আছিল। গতিকে দিছপুৰেও এই ক্ষেত্ৰত বহুতো ফাইল পত্ৰ উলিয়াব লগা হৈছিল, সমানেই ময়ো ঘূৰিব লগা হৈছিল। এই ক্ষেত্ৰত অসম চৰকাৰৰ ৰাজহ বিভাগৰ যুটীয়া সচিব বীৰেণ হাজৰিকা ডাঙৰীয়াৰ সহযোগ সদায়

আদৰণীয় হৈ থকা। দিছপুৰৰ পৰা উপায়ুক্তৰ কাৰ্য্যালয় ,ঃ চেটেলমেন্ট অফিচলৈ কেইবা বাৰো কাগজ-পত্ৰবোৰ অহা যোৱা কৰাৰ অন্তত আমাৰ মাটিখিনি পাঁচ জন ককাই- ভাইৰ নামলৈ অহাৰ অৰ্ডাৰ হয়।

এইখিনিতে উল্লেখযোগ্য ত্ৰিশৰ দশকৰ আৰম্ভণিতে আমাৰ মায়ে মৃত্যুৰ আগলৈকে উগ্ৰতাৰা দেৱালয়ত বলিৰে সৈতে সপ্তমী পূজাৰ দিনা এভাগ পূজা আগবঢ়োৱাৰ নিয়ম আছিল। 'মা' ঢুকুৱাৰ বছৰৰে পৰা এই পূজা ভাগ আগবঢোৱা বন্ধ হৈ যায়। মোৰ বিশ্বাস জন্মিল যে মা-তাৰাৰ আশীৰ্বাদ হিচাপেহে মাটিখিনিৰ পট্টন আমাৰ বাবে সম্ভৱপৰ হৈ উঠিল। সেয়েহে ১৯৮০ চনৰ পৰা দুৰ্গাপূজাৰ সপ্তমী তিথিৰ দিনাখন এই পূজাভাগৰ ব্যৱস্থা মই কৰি আহিছো।"□

# ন

বৰদেউতাৰ জীৱন যাত্ৰাত বৰ্ত্তমানলৈকে মাত্ৰ মই পাই আছিলো কাম, নিষ্ঠা আৰু একাগ্ৰতাৰ উপলব্ধি, কিন্তু তাৰ মাজতে মোক ছুই গ'ল তেখেতৰ জীৱনৰ এক চৰম বিপৰ্য্যয়ৰ কাহিনী। শৰীৰত দুটাকৈ কৃত্ৰিম অংগৰ সংস্থাপনৰ কথাবোৰে। মৃত্যুৰ স'তে যুঁজ দি উভতি অহাৰ সেই কাহিনীয়েঁ মোক উপলব্ধি কৰালে আচলতে, প্ৰত্যেক ব্যক্তিৰে জীৱনটো এক গুৰুত্বপূৰ্ণ পৰীক্ষাৰ সমষ্টি। এই পৰীক্ষাত কৃতকাৰ্য্যতাৰে উত্তীৰ্ণ হোৱাটোৱেই জীৱনৰ প্ৰকৃত সফলতা। মই ভাৱো বৰদেউতাৰ জীৱনৰ সেই সংঘাতপূৰ্ণ সময়ে তেওঁক পুনৰ ৰূপান্তৰ কৰিলে ভিন্নৰূপে। ঈশ্বৰৰ কৃপা, হাজাৰ জনৰ আশীৰ্বাদ আৰু শুভেচ্ছাৰে, প্ৰকৃতিৰ অনাবিল ভালপোৱাত বৰদেউতা সুস্থ হৈ উঠিল। এতিয়াও তেখেতক মোৰ ক'বলৈ মন যায়—

"সংঘাত যদি আহিছে আহক<br>
তুমি সাহসী হোৱা,<br>
হাজাৰ বাধা নেওচি তুমি<br>
তুমি ধুমুহা হোৱা...।"

বৰদেউতাৰ সেই কথাৰ অংশ বিশেষ আছিল-'আমি চেনিকুঠিত থকা 'কৰুণা গোস্বামীৰ ভাড়াঘৰটো কমলাকান্ত ভট্টাচাৰ্য্য পথৰ তিনি নং উপপথত আছিল। সেই এলেকাটোত কোনো খেলপথাৰ নথকাত চুবুৰীয়া চেমনীয়া সকলৰ বাবে আলিবাটটোৱে আছিল খেলাৰ ঠাই। বাটটোৰ দুয়োকাষে থকা বাসিন্দাসকলৰ ঘৰত খেলা বলে গৈ আইনা ভঙা দৃশ্য প্ৰায়েই প্ৰত্যক্ষ কৰিছিলো। সেই কিশোৰহঁতৰ অৱস্থা দেখি মোৰ নিজৰ কৈশোৰকালৰ কথা প্ৰায়েই মনত পৰিছিল আৰু মুক্তবিহঙ্গৰ দৰে আমি

কটোৱা সময়ৰ কথাবোৰৰ বিষয়ে ভাবিবলৈ বাধ্য হৈছিলো। সেয়ে এদিন ল'ৰাহঁতক মোৰ ঘৰলৈ মাতি আনি তেওঁলোকক সংঘবদ্ধ হৈ সাংস্কৃতিক সংঘ এটা গঠন কৰাৰ উপদেশ দিলো। সময়ত তেওঁলোকেও মোৰ কথা শুনি আপ্লুত হৈ সাংস্কৃতিক সংঘ এটা ৰূপ দিয়াৰ কামত আগবাঢ়ে। মই তেওঁলোকক চুবুৰীয়া জ্যেষ্ঠ পুৰুষ মহিলা সকলকো নিমন্ত্ৰণ কৰি সভা এখন পাতিবলৈ ক'লো। সেই মতেই আলিবাটটোৰ ওপৰতে এখন ৰাজহুৱা সভা অনুষ্ঠিত হ'ল আৰু তাতেই চেনিকুঠি অঞ্চলৰ কিশোৰ, যুৱক সকলক লৈ গঠিত হ'ল 'দীপশিখা সংঘ'ৰ। লগে লগে আলিবাটত হাই উৰুমি কৰি, সঘনাই চুবুৰীয়াৰ গালি-শপনি শুনি থকা কিশোৰহঁত আলিবাটৰ পৰিবৰ্তে সংঘৰ চাৰিসীমাৰ মাজত আবদ্ধ হৈ পৰিল, নানান সাংস্কৃতিক কৰ্মত। তেওঁলোকক নেতৃত্ব দিলে মনোৰঞ্জন শৰ্ম্মাই।

১৯৮১ চনৰ এপ্ৰিল মাহত ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ দ্বিতীয় খন কথাছবি 'অনিৰ্বাণে' মুক্তি লাভ কৰে। এই কথাছবি খনত মোক যুৱক দিবাকৰৰ ককায়েকৰ ভূমিকাত অৱতীৰ্ণ হ'বলৈ কোৱা হৈছিল। কেৱল মাত্ৰ এটা চিকুৱেঞ্চ, এক মিনিট মানৰ বাবে পৰ্দাত থকা চৰিত্ৰটোত ভবেনদাই আগবঢ়োৱা পাৰ্টটো মোৰ জীৱনৰ শ্ৰেষ্ঠ চেলেঞ্জ। ভবেনদাই মোক কৈছিল- 'তোমাৰ বাবে কথাছবি খনত মনঃপুত চৰিত্ৰ এইবাৰ নাই, তুমি যুৱকজনৰ ককায়েকজনৰ পাৰ্টটো কৰা, তুমি চৰিত্ৰটোত প্ৰাণ দিব পাৰিবা। সময়ত মই চৰিত্ৰটোত অতি কম সময়ৰ বাবে ভুমুকি মৰা সত্বেও বিভিন্ন মাহেকীয়া আলোচনীত এই অভিনয়ৰ পৰ্য্যালোচনা আছিল এই ধৰণৰ—

ঈশান বৰুৱাৰ কেই মুহূৰ্ত্তৰ অভিনয়ে তেওঁ যে অভিনয়ক অতি নিষ্ঠাৰে গ্ৰহণ কৰে তাকে প্ৰমাণ কৰিলে'। (ৰূপকাৰ ১৯৮১ চনৰ এপ্ৰিল সংখ্যা)

'বলিষ্ঠ অভিনেতা ঈশান বৰুৱাই সুদীৰ্ঘ চাৰি বছৰৰ পিছত খাঠি ছেকেণ্ডৰ বাবে অভিনয় কৰিলে ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ 'অনিৰ্বাণ'ত। 'সন্ধ্যাৰাগ'ৰ পৰা 'অনিৰ্বাণ'। মাজৰ সময়ছোৱা সঁচাকৈয়ে দীঘল। এজন আশাবাদী অভিনেতাৰ বাবে এই সময়খিনি নিশ্চয় আশাভৰা আছিল। নতুন

নতুন ছবিত অভিনয় কৰিব, অভিনয় পৰীক্ষা-নিৰীক্ষা চলাব'। (গড়লকাল ১৯৮১ চনৰ এপ্ৰিল সংখ্যা)

ইতিমধ্যে ১৯৭৯ চনৰ সাহিত্য ক্ষেত্ৰত শ্ৰেষ্ঠ 'জ্ঞানপীঠ বঁটা প্ৰথম বাৰৰ বাবে অসমলৈ কঢ়িয়াই আনিছে ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই তেওঁৰ উপন্যাস 'মৃত্যুঞ্জয়'ৰ বাবে। বঁটা প্ৰদান অনুষ্ঠানৰ দিনা এই উপন্যাসৰ কাহিনী ভাগ লৈ ' মৃত্যুঞ্জয়'ৰ এটা সংক্ষিপ্তৰূপ হিন্দীতে দিল্লীৰ বিজ্ঞান ভৱনত মঞ্চস্থ হৈছিল। মূল অসমীয়া নাট্যৰূপ দিছিল নাট্যকাৰ অৰুণ শৰ্ম্মাই। আমি 'প্ৰগতি শিল্পী সংঘ'ৰ তৰফৰপৰা তেখেতক অনুৰোধ কৰিলো নাটখনৰ পূৰ্ণাঙ্গ ৰূপ দিবলৈ। সেই মতেই তেখেতে 'মৃত্যুঞ্জয়'ৰ পূৰ্ণাঙ্গ ৰূপ দিলে। আমি ১৯৮১ চনৰ জুলাই মাহৰ ১১, ১২ আৰু ১৩ তাৰিখে গুৱাহাটীৰ 'ৰবীন্দ্ৰ ভৱন' প্ৰেক্ষাগৃহত ইয়াৰ প্ৰথম অভিনয় কৰিলোঁ। নাটকখনৰ পৰিচালনাৰ দায়িত্বত আছিল ধীৰু ভূঞা, সংগীতৰ দায়িত্বত ৰমেন বৰুৱা আৰু নাটখনৰ মূল গুৰুত্বপূৰ্ণ ভূমিকা মহদা গোঁসাইৰ ভাৱত অৱতীৰ্ণ হৈছিলো মই। আন আন চৰিত্ৰ ৰূপায়ণত আছিল - ধ্ৰুৱজেন দাস, দিলীপ শৰ্ম্মা, বিক্ৰমজিৎ বুঢ়াগোহাঁইবৰুৱা, বিদ্যুৎ চক্ৰৱৰ্ত্তী, ধীৰেন দাস, অজিতেশ্বৰ গোস্বামী, ক্ষিতীশ বৰবৰা, চন্দন লেখাৰু, ৰতন দাস, কুমাৰ দীপক দাস, মনজ্যোতি বৰুৱা, ইন্দ্ৰাণী শৰ্ম্মা, মিতালী দত্ত আৰু জাহানাৰা বেগম। নাটখনে যথেষ্ট প্ৰশংসা বুটলিবলৈ সক্ষম হৈছিল। সেই বছৰৰেই আগষ্ট মাহৰ দুই তাৰিখে তেজপুৰত অনুষ্ঠিত হোৱা নটসূৰ্য্য ফণী শৰ্ম্মা নাট সমাৰোহত নাটখনি মঞ্চস্থ হয় তেজপুৰ জিলা পুথিভঁৰালত। তাৰে এমাহ মানৰ পিছত নগাঁৱৰ 'কল্লোল'ৰ আমন্ত্ৰণ ক্ৰমে নগাঁৱলৈ গৈয়ো আমি 'মৃত্যুঞ্জয়' মঞ্চস্থ কৰোগৈ। 'মৃত্যুঞ্জয়' সম্পৰ্কে বিভিন্ন কাকতে-পত্ৰই প্ৰকাশ পোৱা পৰ্য্যালোচনা বৰদেউতাৰ এলবামটোৰ পৰা তুলি আনিছিলো যাৰ সবিশেষ আছিল এনেধৰণৰ - 'অভিনয়ৰ ক্ষেত্ৰত প্ৰথমেই নাম ল'ব লাগিব গোসাঁইৰ চৰিত্ৰ ৰূপ দিয়া ঈশান বৰুৱাৰ বলিষ্ঠ আৰু সাৱলীল অভিনয়ৰ। তেওঁৰ চেহেৰা, খোজকাটল আৰু কণ্ঠস্বৰত গোসাঁইৰ ব্যক্তিত্ব প্ৰকাশ পাইছে'।

('সাপ্তাহিক স্বদেশ' - ২৬ জুলাই, ১৯৮১ চনৰ সংখ্যা)

'Mr. Ishan Barua in the role of 'Gosai' brought the play to its climex'

*('North East Times' 24th July, 1981)*

'গোসাঁই ৰূপী ঈশান বৰুৱাৰ অভিনয় নাটকখনৰ সৌষ্ঠৱ'।

*('মহাজাতি' ১৯৮১ চনৰ ৫ আগষ্টৰ সংখ্যা)*

'প্ৰগতি শিল্পী সংঘৰ মঞ্চ উপস্থাপনাত ঈশান বৰুৱাই চকুত লগা অভিনয় কৰিছে'।

*('জনমভূমি' কাকত ১৯৮২ চনৰ ৩১ মাৰ্চৰ সংখ্যা)*

বৰদেউতাই কৈছিল '১৯৮১ চনৰ ২৭ মে' তাৰিখে প্ৰথম অসমীয়া মহিলা পৰিচালিকা সুপ্ৰভা দেৱীৰ পৰিচালনাত 'নয়নমণি' কথাছবিখনৰ শুভ মহুৰত হয়। মূল চৰিত্ৰ ৰূপায়ণত মই, নিপন গোস্বামী, বিদ্যা ৰাও, বন্দনা শৰ্ম্মা, উপ্‌কুল বৰদলৈ, গিৰিজা দাস, ৰবীন ডেকা আদি থাকোঁ। তেতিয়াই উজান বজাৰ অঞ্চলত থকা মাটিখিনিৰ মোৰ ভাগটো মোৰ নামত পট্টন হয়। ১৯৭১ চনৰ পৰা ভাড়া ঘৰে ঘৰে ঘূৰি ফুৰা মোৰ পৰিয়ালটোৱে নিজৰ ঘৰ এটা হোৱাটো খুবেই কামনা কৰিছিল। কিন্তু ঘৰ এটা সাজিবৰ বাবে এপইচাও সাঁচতীয়া ধন আমাৰ নাছিল। আচলতে মনটো দৃঢ় হ'লে আৰু উদ্দেশ্যটো সৎ হ'লে ঈশ্বৰো সহায় হয়। 'নয়নমণি' কথাছবিৰ বাবে চুক্তিবদ্ধ হওঁতে এহেজাৰ টকা অগ্ৰিম ধন পাইছিলো। সেই এহেজাৰ টকা ক'তো খৰচ নকৰি ইউকো বেংকৰ শিলপুখুৰী শাখাত মোৰ আৰু পৰিবাৰ কিৰণৰ নামত এটা যুটীয়া একাউণ্ট কৰি জমা থ'লো। কিৰণক ক'লো যে এই এহেজাৰ টকা মই উজান বজাৰত ঘৰটো সজাৰ বাবে থ'লো। কিৰণে কথাষাৰ শুনিয়েই হাঁহি দিলে, যিয়ে শুনিলে সিয়ে হাঁহিলে আৰু ক'লে 'থোৱাহে, এহেজাৰ টকা জমা থৈ এওঁ আকৌ ঘৰ সাজিব!' আচৰিত কথা ইয়াৰ পিছৰ পৰা য'তেই হাত দিলো ঘৰ সজাৰ বাবে ধন আহিবলৈ ধৰিলে। প্ৰভিডেণ্ট ফাণ্ডৰ পৰা নন-ৰিফাণ্ডেবল ল'ণ্ৰ দৰ্খাস্ত কৰিলো, পালো। লাইফ ইঞ্চিওৰেঞ্চৰ পৰা আশী হাজাৰ টকাৰ ল'ণ্ বিচাৰিলো, তাকো পালো! অতি কম সময়ৰ ভিতৰতে এই একাউণ্টটোত জমা ৰখা ধনেৰে মোৰ ঘৰটো হৈ উঠিল।

সেই সময়তে সকলো পৰ্য্যায়ৰ লোকেই বিদেশী বহিষ্কাৰ আন্দোলনত জপিয়াই পৰিছিল। বিশেষকৈ এই আন্দোলনত মহিলাসকলৰ সক্রিয় সহযোগ মনকৰিবলগীয়া আছিল। কিবণো এই আন্দোলনৰ কাৰ্য্যসূচীসমূহত জপিয়াই পৰিলে। সদৌ অসম ছাত্র সন্থাৰ নেতৃত্বত আৰম্ভ হোৱা এই আন্দোলনটো দিনক দিনে দৃঢ়ৰ পৰা দৃঢ়তৰ ভাৱে ৰাইজৰ মাজত শিপাবলৈ আৰম্ভ কৰিলে। ছাত্র সন্থাৰ লগতে 'সদৌ অসম গণ সংগ্ৰাম পৰিষদ' গঠন হৈ আন্দোলনত যোগদান কৰিলে। আন্দোলনৰ প্ৰতিটো কাৰ্য্যসূচীতে ৰাইজৰ সহযোগ দেখি চৰকাৰে ভয় খালে। চৰকাৰে ছাত্র সন্থাৰ নেতৃত্বক গ্ৰেপ্তাৰ কৰিবলৈ হুকুম জাৰি কৰিলে। ছাত্র সন্থাৰ নেতাসকলে আত্মগোপন কৰিবলৈ ধৰিলে।

তেনে এটা দিনতেই সন্ধ্যা আমি চেনিকুঠিত বাস কৰা ঘৰটোলৈ ডা° অৰুণ দাস দাদাই ছয়/সাত জন মান ছাত্র সন্থাৰ নেতাক লৈ মোৰ ঘৰত উপস্থিত হ'লহি। আন্দোলন তীব্ৰতৰ হৈ উঠালৈ লক্ষ্য ৰাখি সেই সন্ধ্যা আৰক্ষীয়ে তালাছী তীব্ৰতৰ কৰি তুলিলে। সেই নিশা তেওঁলোক গুৱাহাটী বিশ্ববিদ্যালয় চৌহদ পাবই লাগে। গতিকে সকলোৱে মোক অনুৰোধ কৰিলে, মই তেওঁলোকক জালুকবাৰীত থৈ অহাৰ দায়িত্ব ল'ব লাগে। সেইখিনি সময়তে কোম্পানীৰ ট্ৰেকাৰখন মোৰ ঘৰত ৰাতি থোৱাৰ ব্যৱস্থা আছিল। তেতিয়া শীতকালৰ দিন, মোৰ এটা বিদেশী জেকেট আছিল। সেই জেকেটটো পিন্ধি মূৰত উজবেকিস্থানৰ টুপীটোৰে সৈতে ট্ৰেকাৰখনত মোৰ সতে ছাত্র সন্থাৰ সদস্য সকলক বহিবলৈ ক'লো। ট্ৰেকাৰখন চলালে গাড়ীচালক প্ৰতাপ তালুকদাৰে। ছাত্র সন্থাৰ সদস্য সকলক গহীনকৈ বহিবলৈ কোৱাৰ লগতে আৰু ক'লো, তেওঁলোকে যেন চুচুক-চামাককৈ ইফালে-সিফালে চাই নাযায়। তেতিয়া আৰক্ষী বিভাগৰো বহুতো ট্ৰেকাৰ আছিল। মই গহীন ভাৱেৰে এজন আৰক্ষীৰ বিষয়াৰ দৰে সন্মুখৰ ছিটটোত বহি ল'লো। আমাৰ যাত্ৰা আৰম্ভ হ'ল। বাটৰ কেইবা ঠাইতো আলিবাটৰ কাষত থকা আৰক্ষীয়ে মোক আৰক্ষী বিষয়া বুলি ভাবিয়েই চেলুট দিলে, ময়ো তাৰ প্ৰত্যুত্তৰ দিলো। তেনেকৈয়ে গৈ আমি জালুকবাৰী পালোগৈ। এটুকুৰা অন্ধকাৰ ঠাইত তেওঁলোকক নমাই দিয়াত

নিমিষতে মোক ধন্যবাদ দি তেওঁলোক অন্ধকাৰৰ লগত মিলি গ'ল। আমিও তেওঁলোকক বিদায় দি নিজস্ব স্থানলৈ গতি কৰিলো।

তাৰে এমাহমানৰ পিছত এদিন ৰাতি ৯-৩০ মান বজাত জখমী অৱস্থাত 'সদৌ অসম ছাত্ৰ সন্থা'ৰ উপসভাপতি নুৰুল হুছেইন আহি আমাৰ ঘৰত উপস্থিত হ'লহি। আৰক্ষীয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা তেওঁক গ্ৰেপ্তাৰ কৰিবলৈ যাওঁতে তেওঁ দেৱাল জপিয়াই পাৰ হ'বলৈ ধৰোতে বেয়াকৈ আঘাতপ্ৰাপ্ত হয়। তেনে অৱস্থাত সম্পূৰ্ণ সুস্থ হৈ নুঠালৈকে প্ৰায় এমাহৰ ওপৰকাল তেওঁ আমাৰ ঘৰতেই থাকিব লগা হয়। তেতিয়া যেন সন্থাৰ কাৰ্য্যালয় আমাৰ ঘৰখনেই আছিল। আন্দোলনৰ বিশেষ কামবোৰো আমাৰ ঘৰৰ পৰাই চলিবলৈ ধৰিলে। আনকি আনন্দেশ্বৰ বৰঠাকুৰ, যোগেশ মহন্ত আদিৰ দৰে চিকিৎসক সকলেও বিনামূলীয়াকৈ নুৰুলক মোৰ ঘৰলৈকে আহি চিকিৎসাৰ দিহা দি থৈ গ'লহি। নগেন শৰ্ম্মা, ড° অৰুণ শৰ্ম্মা, গিৰিন্দ্ৰ নাথ বৰুৱা আদি কৰি পাঁচ, ছয়জন ছাত্ৰ সন্থাৰ বিষয়ববীয়া নুৰুলৰ সতে আলোচনাৰ অন্তত নিশা বেছি হ'লে আমাৰ তাতেই ৰাতি থাকিবলগীয়া হয়। তেওঁলোকক পকাতে বিছনা কৰি দি ময়ো সেই ল'ৰাহঁতৰ লগতে প্ৰায়েই শুই পৰিছিলো। আনকি প্ৰশাসনীয়া বিষয়াসকলেও এই আন্দোলনত প্ৰকাৰান্তৰে বহুতো সহায় কৰিছিল। তেতিয়া চিফ্ জুডিচিয়েল মেজিষ্ট্ৰেট এগৰাকীয়ে অসম কাৰ্বনৰ মোৰ সতীৰ্থ এজনৰ যেগেদি মোৰ ঘৰতো তালাছী হ'ব লগাৰ উমান পালে মোক আগতীয়াকৈ জনাই দিলেই মই তাৰ ব্যৱস্থা লৈ নুৰুলক প্ৰায়েই স্থানান্তৰ কৰি ৰাখিছিলো। আন্দোলনৰ কোনোবা এটা আইন অমান্য কাৰ্য্যসূচীত ভাগলৈ উপায়ুক্ত কাৰ্য্যালয়ত গ্ৰেপ্তাৰ হৈ দিনটো জজ্ খেলপথাৰত নিৰ্মাণ কৰা অস্থায়ী কাৰাগাৰত কটাইছিলো।

১৯৮২ চনৰ আগষ্ট মাহৰ চাৰি আৰু পাঁচ তাৰিখে দুলাল ৰয়ৰ পৰিচালনাত 'পঞ্চৰত্ন' নাটকখনৰ অভিনয় হয় 'ৰবীন্দ্ৰ ভৱন' প্ৰেক্ষাগৃহত। Peter Safar ৰ 'Five Finger Exercise' ৰ মূল নাটকৰ অসমীয়া ভাৱানুবাদ আছিল দুলাল ৰয়ৰ। নাটক খনৰ মূল চৰিত্ৰ বৰুৱা আৰু বৰুৱানীৰ ভাৱত মই আৰু ৰুণু দেৱীয়ে অভিনয় কৰাৰ উপৰিও ত্ৰিবেণী

গোস্বামী, দিলীপ ৰঞ্জন দত্ত আৰু জয়ন্ত দাসেও অভিনয় কৰিছিল। ত্রিবেণী গোস্বামী আমাতকৈ জ্যেষ্ঠ ভৱানী প্রসাদ গোস্বামী আৰু সাংবাদিক এনী গোস্বামীৰ কন্যা, এটি সম্ভাৱনাপূর্ণ প্রতিভা আছিল। বৈবাহিক আৰু চাকৰি সূত্রে তেওঁ অসমৰ বাহিৰলৈ গুচি যোৱাত এই প্রতিভা অকালতে হেৰাই যায়। নাটকখনত ত্রিবেণী গোস্বামী মোৰ ছোৱালী এনীৰ চৰিত্রত অভিনয় কৰিছিল। মঞ্চত মোৰ স'তে তেওঁৰ অভিনয় চলি আছে। মই এটা ষ্টেইনলেছৰ কাপত চাহ খাই আছো মঞ্চৰ সমুখৰ এটা কাষত বহি। ত্রিবেণী খট্‌খটিৰে নামি আহিছে আৰু মোৰ স'তে কথা পাতিছে। তেওঁৰ অভিনয় অতিশয় স্বাভাৱিক হৈছে। মই এনেতে অনুভৱ কৰিলো যে মই যদি ষ্টেইনলেছৰ কাপটো উঠাই চাহ খাওঁ তেনেহ'লে মই মঞ্চৰ আগভাগত থকা হেতুকে মঞ্চ লাইটৰ প্রতিফলন কাপটোত পৰি ব্যাঘাত জন্মাব, সেয়ে মই হাতখনৰ কোনো লৰচৰ নকৰি মাত্র মুখৰ অভিব্যক্তি প্রকাশৰ দ্বাৰা দৃশ্যটোৰ অভিনয় শেষ কৰাৰ কথা এতিয়াও মনত পৰে। 'পঞ্চৰত্ন' নাটখনৰ বিষয়ে বিভিন্ন কাকতে-পত্রই এই ধৰণেৰে পর্য্যালোচনা হৈছিল-

'Ishan Baruah as the husband and father maintained his compasure and dignity throughout the play'

*(Assam Tribune, 13th August 1982)*

'বৰুৱাৰ ভাও লৈছিল ঈশান বৰুৱাই। অভিনয় কলাৰ প্রতি যথার্থ অনুৰাগী বৰুৱাই স্বাভাৱিকতে দর্শকক আনন্দ দিব পাৰিছে। জীৱনৰ বিভিন্ন ঘটনাৱলীৰ মাজত তেওঁৰ চৰিত্রই অগ্রগতি লাভ কৰিছে। তেওঁৰ বিচক্ষণ অভিনয়ৰ মাজেদি ফুটি ওলাইছে খঙ, দুখ, আনন্দ, অভিমান, ভয় আৰু বিস্ময়।'

*('প্রকাশ' ছেপ্তেম্বৰ ১৯৮২)*

সেই বছৰৰে অক্টোবৰ মাহৰ তিনি আৰু চাৰি তাৰিখে ৰঞ্জিত শর্ম্মা ৰচিত প্রথম পূর্ণাঙ্গ নাটক 'সংলাপ' খন মোৰ পৰিচালনাত মঞ্চস্থ হয়। ৰবীন্দ্র ভৱন প্রেক্ষাগৃহত অভিনীত হোৱা 'সংলাপ' নাটকখন হয়তো অসম আন্দোলনৰ ওপৰত ৰচিত প্রথমখন নাটক আছিল। প্রত্যেক গৰাকী

দৰ্শকেই এই নাটকখনৰ মাজত যেন নিজক বিচাৰি পাইছিল। এই নাটকখনত বিদ্যুৎ চক্ৰৱৰ্ত্তী সহকাৰী পৰিচালক ৰূপে আছিল। পিছলৈ এই নাটকখনৰ কাহিনী ভাগক লৈ হেমবৰাই 'সংকল্প' বুলি কথাছবিখন নিৰ্মাণ কৰে। 'সংলাপ' নাটখনৰ পৰিচালনাত কিছু নতুনত্বৰ সোৱাদ পোৱাৰ বাবেই নেকি বাতৰি কাকত/আলোচনীত ইয়াৰ পৰ্য্যালোচনা হৈছিল এইদৰে—

'এই কৰুণাত্মক নাটকখনিৰ নিবেদনতো সমান কৃতিত্ব দেখুৱাইছে খ্যাতিমান অভিনেতা ঈশান বৰুৱাই। প্ৰসংগক্ৰমে এইখন তেওঁৰ পৰিচালনাত প্ৰথম পূৰ্ণাঙ্গ নাটক। সামগ্ৰিকভাৱে নাটখনি সু-পৰিকল্পিত ভাৱে নিবেদন কৰা হৈছে।'

*(ৰত্ন ওজা, নীলাচল, ১০ নবেম্বৰ ১৯৮২ চন)*

'বিদগ্ধ নাট পৰিচালক ঈশান বৰুৱাৰ নিৰ্দেশনাত 'সংলাপ'ৰ কাহিনীভাগৰ উপস্থাপনত অকণো হীন-ডেঢ়ি কৰা হোৱা নাই। নাটৰ সফলতাৰ গুৰি কথা হ'ল উপস্থাপন ৰীতিৰ কৌশল। শ্ৰীবৰুৱাৰ পৰিচালনাত সংশ্লিষ্ট চৰিত্ৰ সমূহৰ ৰূপায়ণৰ আৰু সংযোজিত অন্যান্য অনুপান সমূহে নাটৰ গুৰিৰে পৰা শেষলৈকে অকণো আমনি নলগাকৈ উপভোগ্য কৰি তুলিছে'।

*('সাপ্তাহিক সাঁচিপাত' - ১৯ অক্টোবৰ, ১৯৮২ চন)*

এনেতে ১৯৮৩ চনত অসমত সাধাৰণ নিৰ্ব্বাচন অনুষ্ঠিত হয়। অসমৰ ৰাইজে এই নিৰ্ব্বাচন বৰ্জন কৰে। সেয়েহে ইয়াক অবৈধ নিৰ্ব্বাচন আখ্যা দিয়া হয়। মুষ্টিমেয় ভোটত বিৰোধী দলবিহীন এখন বিধান সভা গঠন হয়, মন্ত্ৰীসভাও গঠন হয়। যথাসম্ভৱ সকলো ক্ষেত্ৰতে মন্ত্ৰী সভাখন সামাজিক ভাৱে অসমৰ ৰাইজে বৰ্জন কৰিবলৈ ধৰে। সদৌ অসম ছাত্ৰ সন্থা আৰু সদৌ অসম গণ সংগ্ৰাম পৰিষদক কেন্দ্ৰীয় চৰকাৰে আলোচনাৰ বাবে দিল্লীলৈ আমন্ত্ৰণ কৰাৰ পৰ্ব্ব আৰম্ভ হয়।

সেই বছৰতে উজান বজাৰৰ মোৰ মাটি খিনিত নিৰ্মাণ কৰা

ঘৰটোৰ নিৰ্মাণৰ সকলো কাৰ্য্য শেষ হয়। নিজাকৈ ধাৰ, ঋণেৰে হ'লেও ঘৰ এটা হোৱাত মনটো অলপ হ'লেও ভাল লাগিল। ঋণৰ বোজা পাতলাবলৈ ঘৰটো ভাড়া দিয়াৰ সিধান্ত লোৱা হ'ল। সুঁৱৰিছো সেইখিনি সময়তে আমাৰ কন্যা ময়ূৰী কলিকতাত অনুষ্ঠিত হোৱা আন্তৰ্জাতিক শিশু ও কিশোৰ চলচিত্ৰ মহোৎসৱলৈ অসমৰ পৰা যোৱা দলটোত অন্তৰ্ভুক্ত হয়। ইউ.এন.আয়ে. কলিকতাৰ পৰা এই ধৰণেৰে বাতৰি পৰিবেশন কৰিছিল - 'A little star from Assm attending the on going ten days International Neo-Youth Competitive Film Festival here as neo-youth deligate has drawn attention of the world film personalities for her blooming artistic aptitude The 11 years old hazel-eyed 'Star' Miss. Mayuri Barua, who already appeared in three films performed Bihu dances in the festival. Daughter of film artist couple Mayuri described the festival as a platform of friendship and said it will enable me to know my friends living in other parts of the country.

*('The Sentinel' 12/11/1983)*

ইতিমধ্যে চেনিকুঠিত প্ৰতিষ্ঠা হোৱা 'দীপশিখা' সংঘই 'নীলা নদী বঙা পাহাৰ' নামৰ কবিতা আবৃত্তিৰ কেছেট এটা কৰি উলিয়ায়। সংঘৰ সদস্য সকলৰ প্ৰচেষ্টাতে সপ্তাহৰ শনি আৰু দেওবাৰে কবিতা আবৃত্তিৰ এক নিয়মীয়া অনুশীলনৰ শ্ৰেণী আৰম্ভ হয়। এই শ্ৰেণী সমূহ চেনিকুঠিত থকা পশু চিকিৎসালয়ৰ প্ৰেক্ষাগৃহত অনুষ্ঠিত হৈছিল। মই সেই লোকসকলৰ লগত এই শ্ৰেণী সমূহ লোবাত সহায় কৰি দিছিলো। [illegible] শ্ৰেণীসমূহৰ অংশগ্ৰহণকাৰীসকলক মানপত্ৰ দিয়াৰ ব্যৱস্থা লোৱা হৈছিল।

১৯৭৯ চনতে নিৰ্মাণ কাৰ্য্য আৰু দৃশ্যগ্ৰহণ শেষ হৈ থকা দিনেশ বৰুৱা পৰিচালিত আৰু দিপালী গোস্বামী প্ৰযোজিত 'উত্তৰ শূন্য' কথাছবি খন বিভিন্ন কাৰণত মুক্তি লভা নাছিল। কথাছবিখনে ১৯৮৩ চনত মুক্তি লাভ কৰে। এই ছবিখনৰ এক গুৰুত্বপূৰ্ণ চৰিত্ৰত মই অভিনয় কৰিছিলো।

১৯৮৪ চনৰ জানুৱাৰী মাহৰ ছয় তাৰিখে সুপ্ৰভা দেৱী পৰিচালিত 'নয়ন মনি' কথাছবিখনে মুক্তি লাভ কৰে। ব্যৱসায়িক দিশতো কথাছবিখন সফল হয়। কিন্তু এই কথাছবিখনৰ মুখ্য সহকাৰী পৰিচালক গুণসিন্ধু হাজৰিকা কথাছবিখনৰ সম্পাদনাৰ বাবে কলিকতাত ব্যস্ত হৈ থকা সময়তে তেওঁৰ জীৱনলৈ অহা এক গুৰুত্বপূৰ্ণ বিপৰ্য্যয় আমাৰ বাবে ডাঙৰ ক্ষতি।

১৯৮৪ চনৰ এপ্ৰিল মাহৰ ৮ তাৰিখৰ পৰা ১৪ তাৰিখলৈ গুৱাহাটী কেন্দ্ৰৰ অনাতাঁৰ নাট সপ্তাহ অনুষ্ঠিত হয়। সেই বছৰ অসমৰ কেইবাটাও আগশাৰীৰ সাংস্কৃতিক অনুষ্ঠানকো অনাতাঁৰ নাট প্ৰযোজনা কৰিবলৈ আকাশবাণীয়ে দায়িত্ব দিছিল। সেই সূত্ৰে 'প্ৰগতি শিল্পী সংঘ'ক ড° সুশীল গোস্বামীৰ নাটক 'সূৰুজমুখী' খন কৰিবলৈ দিয়ে। সংঘই মোকেই ইয়াৰ পৰিচালনাৰ দায়িত্বও অৰ্পণ কৰে। এই নাটকখন সম্পূৰ্ণ ভাবে সংঘৰ সদস্যসকলক লৈ পৰিৱেশন কৰা হৈছিল। এই নাটকখনৰ এটা অংশত নায়কৰ বায়েকে ভায়েকৰ বাবে গোটেই নিশা অপেক্ষা কৰি থাকোঁতেই ৰাতিপুৱাই যায়। এই পৰিৱেশটো বুজাবৰ বাবে নাটকখনৰ অগ্ৰগতিৰ লগে লগে কোনো ধৰণৰ সংগীতৰ সহায় নল'বলৈ ঠিৰাং কৰিলো, ভাবিলো যে কুকুৰৰ ভুকনিৰ জৰিয়তে নিশা গভীৰৰ পৰা গভীৰতৰ পৰিবেশ সৃষ্টিৰ বাবে ব্যৱহাৰ কৰি এটা পৰীক্ষা কৰি চোৱা যাওক। আকাশবাণী কেন্দ্ৰত ইতিমধ্যে থকা কুকুৰৰ ভুকনিৰ বাণীবদ্ধ ৰেকৰ্ডবোৰ শুনি তাত থকা কুকুৰৰ ভুকনিবোৰ পছন্দ নহ'ল, সেই কুকুৰবোৰৰ ভুকনিবোৰ যেন সচাৰচৰ কুকুৰৰ ভুকনি নহয় তেনে লাগিল। সেয়ে ঠিক কৰিলো এটা ৰাতি উজাগৰে থাকি কুকুৰৰ ভুকনি বাণীবদ্ধ কৰিম। তেতিয়া মই চেনিকুঠিৰ ভাড়াঘৰটোতে আছো। টেপ-ৰেকৰ্ডাৰ এটালৈ ওৰে নিশা খাপপাতি থাকি কুকুৰৰ ভুকনি বাণীবদ্ধ কৰা হ'ল। সেই নিশা এই কামত ব্যস্ত থাকি এটা কথা মন কৰিলো একেজাক কুকুৰৰ নিশা দহ বজাৰ ভুকনিটোৰ লগত বাৰ বজাৰ ভুকনিটোৰ পাৰ্থক্য আছে। ঠিক সেইদৰে বাৰ বজাৰটোতকৈ দুপৰ নিশা দুই বজাৰ ভুকনিটো বেলেগ। নিশা দুই বজাৰটোতকৈ চাৰি বজাৰটো আৰু বেলেগ। চাৰি বজাৰ পিছত সেই কুকুৰজাক নিস্তব্ধ হৈ যায়। বাণীবন্ধনত সেই ভুকনিবোৰৰ পাৰ্থক্য

সুন্দৰভাৱে ওলাই পৰিল। নাটখনত যেতিয়া ভুকনিবোৰ ব্যৱহাৰ কৰা হ'ল গোটেই পৰিৱেশটোৱেই গভীৰ নিশাৰ হৈ পৰিল। ঠিক সেইদৰে যোৰ পুখুৰীত থকা বামুনী-ভেকুলীৰ মাত আৰু উজান বজাৰ পানীকলৰ তলৰ নিৰ্জন অঞ্চলৰ উইচিৰিঙাৰ পৰা বিভিন্ন নিশাৰ ভাগৰ পোকৰ মাত বাণীবদ্ধ কৰি নাটখনত ব্যৱহাৰ কৰাত ইয়াত এক থলুৱা ভাৱৰ সঞ্চাৰ হৈছিল। কেইবাখনো বাতৰি কাকতত ইয়াৰ পৰ্য্যালোচনা প্ৰকাশ পাইছিল এইদৰে-

"অভিজ্ঞ অনাতাঁৰ অভিনেতা ঈশান বৰুৱাই প্ৰযোজনা কৰা 'সূৰুযমুখী' নাটৰ প্ৰত্যেকটো চৰিত্ৰই সুঅভিনয় কৰিছে। সংগীত আৰু শব্দৰ ব্যৱহাৰে কাহিনীৰ গতিশীলতা আনিছে। পৰিবেশ সৃষ্টিত সংগীত আৰু শব্দৰ ব্যৱহাৰ নিশ্চয়কৈ উল্লেখযোগ্য দিশ" । (ৰূপকাৰ ১৯৮৪ চনৰ মে'ৰ সংখ্যা)

"It was ably directed by Ishan Borua"

*(Assam Tribune - 21th August 1984)*

১৯১২ চনতে স্থাপিত হোৱা কামৰূপ নাট্য সমিতি আৰু ১৯১৫ চনৰে পৰা ইয়াৰ অধীনত আৰম্ভ হোৱা 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'টো সাহিত্যাচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকাদেৱৰ ভাষাৰে 'ত্ৰিশৰ দশকৰ পৰা পঞ্চাশৰ দশকলৈ এক সোণালী যুগ অতিবাহিত কৰাৰ পিছত হঠাৎ স্থবিৰ হৈ গ'ল!' হয়তো ষাঠিৰ দশকত জিলা পুথিভঁৰাল প্ৰেক্ষাগৃহ আৰু সত্তৰৰ দশকত ৰবীন্দ্ৰ ভৱন আৰম্ভ হোৱাৰ লগে লগে তাত থকা মঞ্চৰ সা-সুবিধাৰ বাবে এই অনুষ্ঠানদুটালৈ অনুষ্ঠান পৰিবেশনৰ অৰ্থেই সকলোৰে ঢাপলি মেলিব ধৰিলে। লগে লগে 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ' সকলোৰে বাবে এলাগী হৈ পৰিল। নাট্য মন্দিৰৰ মঞ্চ কীট্‌-পতঙ্গৰ বাসস্থানৰ দৰে হ'ল। লাহে লাহে মঞ্চটো জহি-খহি এৰাবাৰীৰ লেখীয়া পৰিবেশৰ সৃষ্টি হ'বলৈ আৰম্ভ কৰিলে। কেৱল মাত্ৰ কামৰূপ নাট্য সমিতিৰ সহযোগী 'কিয়লি চ'ৰাই' প্ৰেক্ষাগৃহটোত সন্ধ্যা একগোট হৈ 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'টোৰ প্ৰহৰী হিচাপে থাকিল। মাজে মাজে এই অনুষ্ঠানটোও প্ৰশাসনৰ ভাবুকিৰ সন্মুখীন হ'ব লগা হৈছিল। আনকি নাট্যমন্দিৰত অসম আন্দোলনৰ সময়ত

প্ৰশাসনে অধিগ্ৰহণ কৰি চি.আৰ.পি. বাহিনী থকাৰ ব্যৱস্থা কৰি দিছিল। ইয়াৰ প্ৰধান কাৰণ আছিল নাট্য মন্দিৰটো অসম আন্দোলনৰ সময়ত অসম গণ সংগ্ৰাম পৰিষদৰ কাৰ্য্যালয় আছিল।

যোৱা আঢ়ৈ দশকৰো ওপৰকাল কামৰূপ নাট্যসমিতিৰ নিয়মীয়া বিধিসন্মত কোনো কমিটিৰ দ্বাৰা পৰিচালিত হোৱা নাছিল। কেৱল মাত্ৰ নামমাত্ৰ একোজন তত্ত্বাৱধায়কহে আছিল। ঐতিহ্যমণ্ডিত 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'টো এইদৰে পাহৰণিৰ গৰ্ভত হেৰাই যাবলৈ নিদি এচাম সংস্কৃতি প্ৰেমীয়ে কামৰূপ নাট্য সমিতি আৰু 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'ক পুনৰ্জীৱিত কৰাৰ উদ্দেশ্যে এখন ৰাজহুৱা সভা অনুষ্ঠিত কৰে। এই সভাখন পতাৰ ক্ষেত্ৰত আগভাগ লয় সেই সময়ত 'বিয়লি চ'ৰাৰ সম্পাদক সোণাধৰ দাসে। এই সভাতেই এখন তদৰ্থ কমিটি গঠন কৰা হয় আৰু ইয়াৰ আহ্বায়ক পাতি দিয়া হয় পুষ্পধৰ চৌধুৰীক (সৰুবাপদা)। ৰাজহুৱা সভাই এমাহৰ ভিতৰত সাধাৰণ সভা পাতি কামৰূপ নাট্য সমিতিক বিধিসন্মত ভাৱে আৰু ১৯৩৬-৩৭ চনৰ নিয়মাৱলীৰ আধাৰত এখন কাৰ্য্যকৰী সমিতি গঠন কৰি দিয়াৰ সপক্ষে মত পোষণ কৰে। সেইমতে এমাহৰ ভিতৰত এখন সাধাৰণ সভা অনুষ্ঠিত হয়। সেই সভাতেই ১৯৮৪-৮৫ চনৰ বাবে এখন কাৰ্য্যকৰী সমিতি গঠন কৰি দিয়া হয়। ৰমেশ চন্দ্ৰ চৌধুৰীক সভাপতি, মোক সম্পাদক, শৰচি দাসক কোষাধক্ষ্যৰ উপৰিও যুগল দাস ডাঙৰীয়াক উপদেষ্টা ৰূপে নিৰ্ব্বাচন কৰি দিয়ে। এফালে কামৰূপ নাট্য সমিতি নিষ্ক্ৰিয় হৈ থকাৰ পিছত 'কামৰূপ নাট্য সমিতি'ৰ ভাতৃ অনুষ্ঠান 'বিয়লি চ'ৰা', নৱ-নিৰ্ব্বাচিত সমিতি খন, আনহাতে ৰাজহুৱা সভাৰ জড়িয়তে বিধি সন্মত ভাৱে সদস্য পদ গ্ৰহণ কৰা যুৱ প্ৰজন্ম। এই তিনিটা বিপৰীত মানসিকতাৰ সদস্য সকলক লগত লৈ নতুন কমিটিয়ে গ্ৰহণ কৰা প্ৰস্তাৱ সমূহ কাৰ্য্যকৰী কৰাত প্ৰথম অৱস্থাত অসুবিধাত পৰিব লগা হৈছিল। ১৯৮৪-৮৫ চনৰ আমাৰ কাৰ্য্যকালৰ সভাতে 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ' পুনৰ্নিৰ্মাণ কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰা হয় আৰু ইয়াৰ বাবে এখন নিৰ্মাণ কমিটি আৰু আনখন নিৰ্ব্বাচনী কমিটি গঠন কৰি দিয়া হয়।

কেইবা দশকো আগতে গ্ৰহণ কৰা (১৯৩৬-১৯৩৭) নিয়মাৱলীৰ

পুনৰ্জীৱিত কামৰূপ নাট্য সমিতিৰ বাবে খোকোজা লগা হ'ল। বৰ্ত্তমানৰ পৰিপ্ৰেক্ষিতত নিয়মাৱলী খনৰ বহুতো ছেদ-উপচ্ছেদ একেবাৰেই গ্ৰহণ যোগ্য নোহোৱা হ'ল। যেয়েহে নতুন সমিতিয়ে কাৰ্য্যভাৰ গ্ৰহণ কৰিয়েই নিয়মাৱলী খন সংশোধন কৰিবৰ বাবে নিযমাৱলী সংশোধন সমিতি গঠন কৰি দিয়ে।

এই বছৰৰে অক্টোবৰ-নৱেম্বৰ মাহত শিল্পী গৌৰী বৰ্মনে তেখেতৰ আন এখন কথাছবি 'অনুৰাগ'ৰ দৃশ্য গ্ৰহণ বিজু ফুকন আৰু মোক লৈ আৰম্ভ কৰে। এই কথাছবিখনে মুক্তিৰ পথ নেদেখিলে।

তাৰ এমাহৰ পিছতে পুলক গগৈৰ নৱতম কথাছবি 'সূৰুয'ৰ দৃশ্যগ্ৰহণৰ কাম আৰম্ভ হয়। এই কথাছবিত মোক মি. চাক্সেনাৰ ভূমিকাত অৱতীৰ্ণ হ'বৰ বাবে অনুৰোধ কৰে। তেতিয়াই আমাৰ পুত্ৰ ৰূপমে সুখ্যাতিৰে প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ গুৱাহাটী কমাৰ্চ কলেজত নাম লগায়। ১৯৮৫ চনৰ জুন-জুলাই মাহত গুৱাহাটীৰ ভালে সংখ্যক প্ৰতিষ্ঠিত শিল্পীৰ সমাবেশত গুৱাহাটীত 'সুৰতীৰ্থ' বুলি এটি অনুষ্ঠানৰ জন্ম হয়। সেই বছৰটো অম্বিকাগিৰি ৰায়চৌধুৰীৰ জন্ম শতবৰ্ষ হোৱা হেতুকে এই অনুষ্ঠানে ড° বীৰেন্দ্ৰ নাথ দত্তৰ সংগীত পৰিচালনাৰে 'অগ্নিবীণাৰ তান' শীৰ্ষক অম্বিকাগিৰিৰ কবিতা আৰু গীতৰ এখনি লংপ্লেয়িং ৰেকৰ্ড উলিয়াবলৈ যো-জা চলায়। মই এই ৰেকৰ্ডখনত ৰায়চৌধুৰীদেৱৰ 'মই বিপ্লৱী মই তাণ্ডৱী' কবিতাটো আবৃত্তি কৰো। এইবাৰ এই ৰেকৰ্ড বাণীবন্ধন হয় জ্যোতি চিত্ৰবন ফিল্ম ষ্টুডিঅ'ত। ৰেকৰ্ডখনৰ লগতে ইয়াৰ কেছেটটো উলিয়াবলৈ যো-জা কৰা হয়।

১৯৮৫ চনৰ আগষ্ট মাহত পুলক গগৈৰ 'সূৰুয' কথাছবিয়ে মুক্তিলাভ কৰে। এই খিনি সময়তে মোৰ জীৱনৰ এক চৰম বিপৰ্যয় ঘটে যিটো প্ৰথম অৱস্থাত মই ধৰিব পৰা নাছিলো। আগষ্ট মাহৰ দুই তাৰিখৰ পৰা মোৰ ভীষণ জ্বৰ উঠিলে, সমানেই মূৰৰ বিষ, যেন মূৰটো ফাটিহে যাব। আমাৰ ঘৰুৱা ডাক্তৰ ভবানী চক্ৰৱৰ্ত্তীক মতা হ'ল। তেখেতে বিভিন্ন ধৰণৰ ঔষধেৰে চিকিৎসা কৰিও মোৰ জ্বৰ উপশম ঘটাব নোৱাৰিলে। এই জ্বৰৰ মাজতে 'সূৰুয' কথাছবিৰ প্ৰিমিয়াৰলৈ পৰিবাৰে মোক লৈ গ'ল।

জ্বৰ আৰম্ভ হোৱাৰ আগৰে পৰা 'প্ৰগতি শিল্পী সংঘ'ৰ প্ৰয়োজনাত মুনীন ভূঞাৰ 'জৰৌ-ৰৌৱা পৰজা' নাটকখনৰ পৰিচালনাৰ ভাৰ মোৰ ওপৰত পৰিছিল। নাটকখনৰ আখৰা মোৰ পৰিচালনাত যথেষ্ট আগবঢ়া হেতুকে নাটখন মঞ্চস্থ কৰা বন্ধ নকৰি মোৰ অনুপস্থিতিত পুতুল লাহনকে নাটখনৰ দায়িত্ব দিয়া হয় আৰু মোৰ অসুখৰ ভিতৰতে নাটখন মঞ্চস্থও হৈ যায়।

বিভিন্ন ঔষধ প্ৰয়োগ কৰাৰ পিছতো মোৰ জ্বৰ উপশম নোহোৱাত তেজ পৰীক্ষা কৰা হ'ল। লাহে লাহে জ্বৰটো বেছিকৈ উঠে আকৌ ঘামি কমি যায়। ডাক্তৰ চক্ৰৱৰ্ত্তীয়ে তেতিয়া মেলেৰীয়া জ্বৰৰ ঔষধ খাবলৈ দিলে। প্ৰায় সত্তৰটাৰো ওপৰ টেবলেট খোৱাৰ পিছতো জ্বৰ ভাল হোৱাৰ কোনো লক্ষণ নেদেখুৱাত ডাক্তৰ চক্ৰৱৰ্ত্তীয়ে মেলেৰীয়া জ্বৰৰ কুইনাইন ইনজেক্চন দিয়াৰ উপদেশ দিলে। গুৱাহাটীৰ সকলো ঔষধৰ দোকান ঘূৰিও এই বেজী নোপোৱাতহে গম পোৱা হ'ল যে ঔষধালয়বোৰত কুইনাইন বেজী নাৰাখে। ডাক্তৰ চক্ৰৱৰ্ত্তী ডাঙৰীয়াই গুৱাহাটী মেডিকেল কলেজৰ পৰা আঠটা কুইনাইন বেজী যোগাৰ কৰি দিলে। উজান বজাৰৰ 'আইডিয়েল ফামাৰ্চী'ৰ ধ্বনধ্বজ ৰাওল ছেত্ৰী (সকলোৰে চাইলাকা)ক বেজী দিবলৈ মতা হ'ল। তেওঁ প্ৰথম অৱস্থাত সন্দেহ প্ৰকাশ কৰি প্ৰথম দিনা বেজী প্ৰয়োগ নকৰিলে। তেওঁ ডাক্তৰ চক্ৰৱৰ্ত্তীক পিছদিনা পুৱাতে সুধিবলৈ গ'ল এই বেজী প্ৰয়োগ কৰিবনে নে তেখেতে বেলেগ ঔষধেৰে চেষ্টা চলাব। ডাক্তৰ চক্ৰৱৰ্ত্তীয়ে চাইলাকাক জোৰ কৰিয়ে কলে যে একো নহয় কুইনাইন বেজী দিয়ক! সেইমতেই চাইলাকাই সেই দিনাখনৰ পৰা মোক কুইনাইন বেজী দিবলৈ আৰম্ভ কৰিলে। এই বেজী দিয়াৰ পিছৰে পৰা মোৰ লাহে লাহে ভাগৰ লাগিবলৈ ধৰিলে। মই যেন গোটেই দিনটো শুইয়েই কটাম তেনে অনুভৱ হ'ল। এদিন পুৱা উঠি হাত মুখ ধুবলৈ বুলি গা-ধোৱা ঘৰলৈ যাওঁতে দুৱাৰখনৰ সোঁফালৰ চৌ-কাঠটোত মূৰটো খুন্দা খাই প্ৰচণ্ড আঘাত পালো। মুখ হাত ধুই চাহ খাবলৈ বহোতে মইনো আজি কিয় খুন্দাটো খালো বাৰে বাৰে ভাবি নিজ চকু দুটাকে পৰীক্ষা কৰিলো। এবাৰ সোঁ চকুটো বন্ধ কৰি বাওঁ চকুৰে চালো। ঠিক আছে, এইবাৰ বাওঁ চকুটো বন্ধ কৰি সোঁ চকুৰে চালো। হঠাৎ এইয়া কি? মই

সোঁ চকুৰে একো ... একোকে দেখা নাই, কেৱল পানীৰ লেখীয়া দেখিছো! মই চিএঞৰি উঠিলো, মোৰ কি হ'ল এয়া ভগবান....! লগে লগে অনুভৱ কৰিলো মোৰ সোঁ চকুত কিবা এটা হৈছে! চকু চিকিৎসক বন্ধু ধীৰেণ বুজৰবৰুৱাক খবৰ দিয়া হ'ল। তেওঁ দুপৰীয়া আহিল। চাই মেলি ক'লে যে একো নহয় চকুৰ 'কন্‌জাংকটিভাইটিচ্' হৈছে, সেই মতেই ঔষধ দি গ'ল।

কেইবাদিনো চকুৰ একেই অৱস্থা থকাত ক্ৰমে ক্ৰমে সোঁ চকুৰে একেবাৰেই নেদেখা হৈ যোৱাত এদিন সন্ধ্যা পৰিবাৰ আৰু সন্তানদ্বয়ক ওচৰৰ বিয়া এখনলৈ পঠাই দি ডাক্তৰ ধীৰেণ বুজৰবৰুৱাক মাতি আনি জোৰকৈয়ে সুধিলো - 'মোৰ কি হৈছে? মোৰ চকুটো ভাল হ'বনে নহয়, মই অভিনয় কৰা মানুহ, মোৰ কাৰণে চকু দুটা বৰ প্ৰয়োজনীয় অংগ, মই আগৰ দৰে দেখিম নে নেদেখিম আৰু মোৰ চকুটোৰ চিকিৎসা গুৱাহাটীত আছে নে নাই' ইত্যাদি ইত্যাদি কথাবোৰ। তেতিয়া ডা° বুজৰবৰুৱাই ক'লে যে- 'মই দেখা পাম কিন্তু আগৰ দৰে নহয়। মোৰ চকুটোত বোলে 'ফাংগাচ' পৰিছে, মোৰ এটা সৰু অস্ত্ৰোপচাৰ হ'ব। এই অস্ত্ৰোপচাৰ ব্যৱস্থা গুৱাহাটীত নাই। ভাৰতবৰ্ষৰ দুঠাইতহে এই অস্ত্ৰোপচাৰ কৰে। আহমেদাবাদত ডা° নাগপালে আৰু মাদ্ৰাজৰ 'শঙ্কৰা নেত্ৰালয়'ৰ ডা° বদ্ৰিনাথে। যিহেতু সেই সময়ত মোৰ কৰ্মস্থান 'অসম কাৰ্বন'ৰ মাদ্ৰাজতো এটা শাখা কাৰ্য্যালয় আছে গতিকে কিবা সহায় লাগিলে সহজতে পাব পাৰিম বুলি সেয়ে মাদ্ৰাজলৈকে যোৱাটো ঠিৰাং হ'ল। পিছদিনা ককাইদেউহঁতক মাতি আনি আলোচনা কৰি তাৰ পিছদিনাই পৰিবাৰ কিৰণ, বন্ধু মহেশ ডেকা আৰু মই মাদ্ৰাজলৈ যাত্ৰা কৰিলো। যোৱাৰ আগতে ডা° দেৱকুমাৰ শৰ্ম্মা আৰু ডা° অঞ্জন ভট্টাচাৰ্য্যয়ো মোৰ শৰীৰ পৰীক্ষা কৰিলে। হয়তো কিবা সন্দেহ কৰিয়েই মই অসমৰ বাহিৰলৈ চিকিৎসাৰ বাবে যোৱাটোৰে পোষকতা কৰিলে। আমাৰ সন্তানদ্বয় ৰূপম আৰু ময়ূৰীক শাহুৰ সতে ৰাখি আমি মাদ্ৰাজলৈ যাত্ৰা কৰিলো।

আমি মাদ্ৰাজলৈ যাত্ৰা কৰা আগদিনা গোলাঘাট চহৰত সদৌ অসম ছাত্ৰ সন্থা আৰু সদৌ অসম গণ সংগ্ৰাম পৰিষদৰ নেতৃবৃন্দৰ দ্বাৰা

অসমৰ প্ৰথম আঞ্চলিক ৰাজনৈতিক দল 'অসম গণ পৰিষদ'ৰ গঠন হয়।

গুৱাহাটীৰ পৰা মাদ্ৰাজ গৈ পাওঁতে আমাৰ নিশা হৈছিল। নিশাটো তাৰ 'গণপত' হোটেলত থাকি পিছদিনা নিৰ্দ্ধাৰিত সময়ত গৈ 'শঙ্কৰা নেত্ৰালয়'ত উপস্থিত হ'লোগৈ। সেইদিনা গোটেই দিনটো মোক পৰীক্ষা কৰাৰ পিছত সন্ধ্যা সময়ত কিৰণ আৰু মোক ডাঃ বদ্ৰিনাথে মাতিলে। কথাৰ মাজতে ডাঃ বদ্ৰিনাথে মোৰ জীৱনৰ আটাইতকৈ বেদনাদায়ক কথাটো ক'লে যে মই মোৰ সোঁ চকুটো চিৰদিনৰ বাবে হেৰুৱাই পেলাইছো। কথাষাৰ শুনিয়েই কিৰণ শোকত ভাগি পৰে। মোৰ নিজৰো এনে লাগিল সকলো আশা যেন শেষ হৈ গ'ল। মই বজ্ৰপাত পৰা মানুহৰ দৰে থৰ হৈ ৰ'লো। মনত মোৰ নানা কথাই ক্ৰিয়া কৰিলে। মোৰ চকুৱেই যেতিয়া নষ্টহৈ গ'ল অভিনয় কি লৈ কৰিম? ঠিক হ'ল যে যদিহে মই আনটো চকু বচাব খোজো তেনেহ'লে অনতিপলমে সোঁ চকুটো অস্ত্ৰোপচাৰ কৰি উলিয়াই পেলাব লাগিব। সেই সন্ধ্যাতে শংকৰা নেত্ৰালয়ত ভৰ্ত্তি হৈ অস্ত্ৰোপচাৰৰ দিন গণিলো। ইতিমধ্যে মোৰ ডাঙৰজন ককাইদেউ কৃষ্ণ প্ৰসাদ আৰু অঞ্জলি নবৌ আহি মাদ্ৰাজ পায়হি।

ইফালে মই মোৰ সোঁ চকুটো হেৰুওৱাৰ বাবে মানসিক ভাৱে প্ৰস্তুত হ'লো। অস্ত্ৰোপচাৰৰ নিৰ্দ্ধাৰিত দিন এটাৰ পিছত এটাকৈ হাস্পতাল কৰ্ত্তৃপক্ষই পিছুৱাই থকা দেখা গ'ল। আনফালে মোৰ সোঁ চকুটোৰ বিষে অতিশয় কষ্ট দিবলৈ ধৰিলে। ছয় ঘন্টাৰ মূৰে মূৰে শিৰত দিয়া বেজীৰ পৰাও অতিশয় কষ্ট অনুভৱ কৰিলো। আনটো চকু ভালে ৰাখিবলৈ এই ব্যৱস্থা। এইদৰে দিন আগবাঢ়ি যোৱাৰ পিছত এদিন মই প্ৰশ্ন কৰিলো, মোৰ চকুটোৰ অস্ত্ৰোপচাৰ নকৰে কেলেই। তেখেতসকলে তাৰ উত্তৰত ক'লে মোক তেওঁলোকে এই কেইদিন নিৰীক্ষণ কৰিছে আৰু ঔষধ প্ৰয়োগেৰে চেষ্টা চলাইছে মোৰ সেই সময়ত অতি বেছি 'পালচ্‌ৰেট'টো কমাবৰ বাবে। তেনে পালচ্‌ৰেট থাকিলে অস্ত্ৰোপচাৰ বাবে ব্যৱহাৰ কৰা এনাচ্‌থেচিয়া' দিয়াৰ নিয়ম নাই। সেয়েহে অস্ত্ৰোপচাৰত এনে বিলম্ব। তেখেত সকলে মাদ্ৰাজৰ 'এপলো' হাস্পতালত মোৰ হৃদযন্ত্ৰ পৰীক্ষাৰ বাবে উপদেশ দিয়ে আৰু কয় মই জেনেৰেল এনাচ্‌থেচিয়া লোৱাৰ বাবে

যে সক্ষম এই কথা জনালেহে শংকৰা নেত্ৰালয়ে মোৰ চকুৰ অস্ত্ৰোপচাৰ কৰিব।

মই নেত্ৰালয়ৰ পৰা আহি এপলো হাস্পতালত স্বাস্থ্য পৰীক্ষা কৰালোহি। এদিনৰ পৰীক্ষাৰ অন্তত তেওঁলোকে ৰায় দিলে যে মোৰ হৃদপিণ্ডৰ 'মিট্ৰেল ভালভ্'টো ক্ষতিগ্ৰস্ত হৈছে আৰু ইয়াৰ প্ৰতিকাৰৰ এটাই উপায় আছে - 'অপেন হাৰ্ট চাৰ্জাৰী'ৰ দ্বাৰা 'মিট্ৰেল ভালভ্'টো গুচাই তাৰ ঠাইত এটা কৃত্ৰিম 'ভালভ্' লগাব লাগিব। এটাৰ পিছত যেন এটা বিপদে মোক চানি ধৰিলে। এপলো' হাস্পতালৰ চিকিৎসকে ক'লেযে মই জেনেৰেল এনাচ্থেচিয়া ল'বলৈ সক্ষম, চকুৰ অস্ত্ৰোপচাৰ সুকলমে কৰিব পাৰিম। সেইমতেই মোৰ চকুৰ অস্ত্ৰোপচাৰ কৰাৰ দিন ঠিৰাং হ'ল।

তেতিয়া দুৰ্গাপূজাৰ বতৰ আছিল। মাদ্ৰাজত থাকিলে দুৰ্গাপূজাৰ উমঘাম একোৱেই গম পোৱা নাযায়। গুৱাহাটীৰ দুৰ্গাপূজাৰ পৰিবেশৰ কথা বাৰে বাৰে মনলৈ আহিছিল। এইখিনিতে মই প্ৰতিবছৰে উগ্ৰতাৰা মন্দিৰত দিয়া সপ্তমী পূজা ভাগৰ বিষয়ে মনত পৰিছে। সেইবাৰ পূজাভাগৰ সময়ত এটা অলৌকিক ঘটনা ঘটে। মোৰ মাজু ককাইদেউক দায়িত্ব দি যোৱাৰ ধৰণে তেখেতে পূজা ভাগৰ বাবে উপসাৰ আদি যুগুত কৰাৰ লগতে বলিৰ বাবে পঠাটোও কিনি ঘৰতে খুৱাই-বুৱাই ৰাখে। হঠাৎ ষষ্ঠীৰ দিনাখনৰ পৰা পঠাটোৱে একো নোখোৱা হ'ল। লাহে লাহে পঠাটোৰ সোঁ চকুটো ৰঙা পৰাৰ লগতে ফুলিবলৈ ধৰিলে। সপ্তমী পূজাৰ দিনাখন ৰাতিপুৱাতে পঠাটো মৰি থাকিল। দাদাহঁতৰ মাজত কথাষাৰে হুৱা-দুৱা লগালে, ভগৱতীদেৱীয়ে এইবাৰ পূজাভাগ নল'ব নেকি নে মোৰেই কিবা অপায় অমঙ্গলে দেখা দিয়ে আদি নানা কথাই দাদাহঁতৰ মনত ভীৰ কৰিবলৈ ল'লে। মাজু ককাইদেৱে ততালিকে উগ্ৰতাৰা মন্দিৰলৈ গৈ পূজাৰীক সবিশেষ জনালে। পূজাৰীয়েও আন এটা পঠা আনি পূজাভাগত আগবঢ়াবলৈ কয়। সেইমতে সময়ত পূজাভাগ সম্পন্ন হয়।

ইফালে কামৰূপ নাট্য সমিতিয়ে অষ্টমী পূজাৰ দিনাখন 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'ত 'দাতা কৰ্ণ' নাটকখন মঞ্চস্থ কৰে। নাটৰ প্ৰাকমুহূৰ্ত্তত সমূহ অভিনেতা-অভিনেত্ৰী আৰু দৰ্শকবৃন্দই এক মিনিট সময় থিয় হৈ

মোৰ আশু আৰোগ্য কামনাৰ অৰ্থে ঈশ্বৰক প্ৰাৰ্থনা জনায়। সেই নিশায়েই এঘাৰমান বজাৰ পৰা মোৰ গাটো যথেষ্ট বেয়া' লাগি আহিল। বুকুখনত বিষ অনুভৱ কৰিলো। শংকৰা নেত্ৰালয়ত তেতিয়া ৰাতিৰ কৰ্ত্তব্যৰত চিকিৎসকসকলৰ বাহিৰে আন চিকিৎসক সকল নাথাকে। সেই নিশা তিনিচুকীয়াৰ ডাঃ হিৰেন শইকীয়া নিশাৰ ডিউটিত আছিল। তেওঁ তৎক্ষণাত আহিয়েই আন আন চিকিৎসকসকলক যোগাযোগ কৰি মোৰ স্বাস্থ্যৰ খবৰ দিয়ে। মই ভালকৈ উশাহ ল'ব পৰা নাছিলো, কাষত মাত্ৰ মোক চাই থকা কিৰণ। বন্ধু মহেশ ডেকা, ককাইদেউ, নবৌ ইতিমধ্যে নিজ নিজ থকা ঠাইলৈ গৈছিলগৈ। সেই নিশা শাৰীৰিক অসুবিধাৰ সতে মই যুঁজ দি থাকোতেই ৰাতিপুৱাই গৈছিল।

ৰাতিপুৱাই চিকিৎসক সকলে মোৰ অৱস্থা দেখিয়েই হাৰ্ট এটেকৰ আশংকা কৰি ততালিকে এপলো হাস্পতাললৈ স্থানান্তৰিত কৰিলে। কিৰণে মোৰ অৱস্থা দেখিয়েই হতভম্ব হৈ গ'ল, ৰাতিটোৰ ভিতৰতে এয়া কি ঘটিলে? আনদিনাৰ দৰে ৰাতিপুৱা বন্ধু মহেশেও আহি মোৰ অৱস্থা দেখি আচৰিত হ'ল। সেইদিনা হ'ব লগা মোৰ -কুৰ অস্ত্ৰোপচাৰৰ কথাবোৰ যেন তলপৰি থাকিল। মোৰ জীৱনটো বচোৱাৰহে তৎপৰতা চলিল। এপলো' হাস্পতালত ভৰ্ত্তি হোৱাৰ লগে লগে মোক 'আই.চি.ইউ.' লৈ নিয়া হ'ল। নানান যন্ত্ৰৰ মাজত যেন যন্ত্ৰ মানৱৰ লেখীয়া হৈ ধৰা দিলো। মুখামুখীকৈ মৃত্যুৰ সতে মোৰ সংঘৰ্ষ আৰম্ভ হ'ল। মৃত্যুৰ দুৱাৰডলিত উপস্থিতহৈ মৃত্যুৰ সতে যুঁজ দিয়াৰ অভিজ্ঞতা মই আহৰণ কৰিলো। এদিন সন্ধ্যা এপলো হাস্পতালৰ আই.চি.ইউ'ত মোৰ কাষত মহেশ ডেকা বহি আছিল। হঠাৎ মই অনুভৱ কৰিলো মই যেন কোনো অজান দেশৰ আকাশতহে উৰি ফুৰিছো। মোৰ কাষতে বহি থকা বন্ধু মহেশে দেখিলে মোৰ বুকুত লগাই থোৱা 'মনিটৰ'ত হৃদপিণ্ডৰ গতি নিৰীক্ষণ কৰা ৰেখাডাল ক্ৰমাত সমান হৈ যাবলৈ ধৰিছে। তৎক্ষণাত চিকিৎসক সকলৰ তৎপৰতাতহে পুনৰ মই স্বাভাৱিক অৱস্থালৈ ঘূৰি আহিবলৈ সক্ষম হ'লো। তিনি দিন আই.চি.ইউ.'ত ৰখাৰ পিছত মোক হাস্পতালৰ কোঠালিলৈ অনা হ'ল। হঠাৎ মোৰ শৰীৰৰ অৱস্থা গুৰুতৰ হৈ পৰাৰ পৰিপ্ৰেক্ষিততে চকুৰ

অস্ত্ৰোপচাৰৰ কামটো বিলম্ব হয়। ইতিমধ্যে ডাঙৰ ককাইদেউ আৰু নবৌ গুৱাহাটীলৈ উভতি আহিছে, তাৰ কেইদিন মান পিছত বন্ধু মহেশও ঘৰলৈ গ'লগৈ। এপলো' হাস্পতালৰ ৩০৬ নং কোঠাতে মাত্ৰ মই সোঁৱৰণিৰ সংতে ক্ষণ গণি ৰ'লো। মোৰ সকলো দুখৰ সমভাগীহৈ দিনৰ পিছত দিন কটালে কিৰণে। শঙ্কৰা নেত্ৰালয়ৰ পৰা ডা° লিংগম গোপালে নিতৌ সন্ধ্যা আহি মোৰ চকুৰ পৰীক্ষা কৰি গ'লহি। শেষত ১৯৮৫ চনৰ ১৮ নবেম্বৰৰ দিনা ডা°গোপালে এপলো হাস্পতালতে অস্ত্ৰোপচাৰৰ যোগেদি মোৰ সোঁ চকুটো উলিয়াই পেলালে। চকুটো উলিয়াই পেলোৱাৰ লগে লগে মই এক গভীৰ শান্তিত মগন হৈ গ'লো, মই যেন শুইয়ে থাকিম! কিৰণক মই ক'লো- 'মই শুম, খাবলৈ হ'লেও মোক নজগাবা! এইদৰে সম্পূৰ্ণ এটা দিন আৰু ৰাতি মই শুয়েই কটালো, ভাৱ হ'ল কেইবা মাহৰে টোপনি এবাৰতেই যেন পুৰাই লম!

ঠিক এনে সময়তে মাদ্ৰাজৰ পৰা ঘূৰি অহা কৃষ্ণ ককাইদেউ গুৱাহাটীতে প্ৰস্ৰাৱ জনিত ৰোগত ভুগি মুম্বাইলৈ যাত্ৰা কৰে। ক্ৰমে এপলো' হাস্পতালৰ বিভিন্ন ৰোগী আৰু ৰোগীৰ লগত অহা আত্মীয়সকলৰ স'তে চিনাকি হৈ সময় কটাবলৈ ধৰিলো, তথাপি এটা চকু হেৰুওৱাৰ দুখে মাজে মাজে আমনি কৰি যায়হি। বিভিন্ন জনে সোধা বিভিন্ন প্ৰশ্নৰো উত্তৰ মই দি যাব লগা হ'ল। এবাৰ এজন ডেকাই সোধা প্ৰশ্নৰ কথা মনত পৰিছে -'আংকল আপুনি দুয়োটা চকু থাকোতে আৰু এতিয়া এটা চকু হেৰুওৱাৰ পিছত কেনে অনুভৱ কৰিছে?' মই প্ৰশ্নটো শুনি কেইমুহূৰ্ত্তৰ মানৰ বাবে বৈ গ'লো, তাৰ পিছত অলপ ভাবি লাহেকৈ উত্তৰ দিলো— 'তুমি চিনেমাস্কোপ কথাছবি চাইছা'? ডেকাজনে ক'লে —'চাইছো'। 'তেনেহ'লে তুমি ৩৫ এম.এম.ৰ কথাছবিও চাইছা'? তেওঁ পুনৰ ক'লে-'চাইছো'। আচলতে কথাটো শুনা, চকু দুয়োটা থকা সময় খিনি হ'ল চিনেমাস্কোপ কথাছবি এখন চোৱাৰ নিচিনা-কথা আৰু চকু এটা হেৰুওৱাৰ পিছৰ অৱস্থাটোত ৩৫ এম.এম. কথাছবি এখন চোৱাৰ নিচিনা। এতিয়া পাৰ্থক্যটো বুজি পালানে'? মোক ডেকাজনে আকৌ সুধিলে-'আপুনি এটা চকু হেৰুওৱাৰ কথাটো ইমান সহজ ভাৱে ল'ব

পাৰিছে'? আচলতে, এটা চকু হেৰুওৱাৰ বেদনাটো মই বৰ সহজ ভাবে ল'ব পৰা নাছিলো। নানা কথাই মোক জুমুৰি দি ধৰিছিলহি। চকুৰ অস্ত্ৰোপচাৰৰ পিছতে মই হৃদপিণ্ডৰ অস্ত্ৰোপচাৰৰ বাবে নিজকে প্ৰস্তুত কৰিব লগা হয়। তথাপি সোঁ চকুটো হেৰুওৱাৰ বেদনাই মোক আমনি কৰি থাকিলহি। লাহে লাহে হৃদপিণ্ডৰ 'অপেন হাৰ্ট চাৰ্জাৰি'ৰ দিন কাষ চাপি আহিল। কিৰণ মোৰ সতে ছাঁটোৰ দৰে লাগি থাকি যেন এটা যন্ত্ৰতহে পৰিণত হৈ পৰিছিল। তাৰ মাজতে আকৌ এটা বিপদে দেখা দিলে - অস্ত্ৰোপচাৰৰ আগে আগে ছয় বটল তেজ জমা নহ'লে অস্ত্ৰোপচাৰ নকৰে। মোৰ তেজৰ গ্ৰুপটো 'অ' নেগেটিভ'—এটা অতি বিৰল তেজৰ গ্ৰুপ। এশজনৰ মাজত কেতিয়াবাহে এজন লোকৰ মাজত এনে গ্ৰুপৰ তেজ পোৱা যায়। সেয়ে মাদ্ৰাজ দূৰদৰ্শন যোগে অসম কাৰ্বনৰ মাদ্ৰাজৰ শাখা কাৰ্য্যালয়ৰ দায়িত্বত থকা গোপাল গোৱেংকাই তেজ বিচাৰি বিজ্ঞাপন দিলে। এই বিজ্ঞাপনৰ সঁহাৰিত আমি অভিভূত হৈ পৰো। ফোনৰ উপৰিও ফোন আহিবলৈ ধৰিলে। দুদিনৰ ভিতৰতে ছয় বটল 'অ' নেগেটিভ' তেজ গোট খালে। এই তেজ দিয়া সকলৰ ভিতৰত হোটেলত কৰ্মৰত যুৱতীৰ পৰা আৰম্ভ কৰি কথাছবিৰ বেনাৰ অংকন কৰা শিল্পী আৰু ব্ৰতধাৰণকাৰী আয়েপ্পনলৈকে আছিল। ঠিক হ'ল অস্ত্ৰোপচাৰ ডিচেম্বৰ মাহৰ আঠ তাৰিখে হ'ব কিন্তু সেইদিনা এপলো হাস্পতালৰ এলেকাত বিদ্যুত যোগান ব্যাহত হ'ব বুলি খবৰ পাই অস্ত্ৰোপচাৰ নহ'ল। কেৱল মাত্ৰ জেনেৰেটৰৰ ওপৰত ভৰষা কৰি হৃদযন্ত্ৰৰ দৰে গুৰুত্বপূৰ্ণ অংগৰ অস্ত্ৰোপচাৰ নহয়, এই অস্ত্ৰোপচাৰত পাঁচৰ পৰা ছয় ঘন্টা সময় লয়।

ইতিমধ্যে মোৰ স্বাস্থ্যৰ খবৰ পাই অসমৰ বিভিন্ন ঠাইৰ পৰা শুভাকাংক্ষী সকলৰ আশীৰ্বাদ, শুভেচ্ছা আৰু আশু আৰোগ্য কামনা কৰি লিখা চিঠিৰ সোঁত বৱলৈ আৰম্ভ কৰিলে। সেই চিঠিবোৰৰ পৰা গম পালো তেওঁলোকে মোৰ আশু আৰোগ্য কামনাৰ অৰ্থে মন্দিৰ, মছজিদ, নামঘৰ আদিত প্ৰাৰ্থনা জনাইছে। কোনোৱে হাজোৰ হয়গ্ৰীৱ মাধৱ মন্দিৰৰ তুলসীৰ জাপ মালা পৰ্য্যন্তও পঠাই দিছিল। কথাবোৰ যেতিয়া শুনিছিলো কৃতজ্ঞতাত মোৰ দুচকুৰে অশ্ৰু নিগৰিছিল। প্ৰায় চাৰিশ চিঠিৰ সেই

ফাইলটো আজিও মই ৰাইজৰ আশীৰ্বাদ হিচাপে সযতনে ৰাখি থৈছো।

৯ ডিচেম্বৰ ১৯৮৫ চনৰ ৰাতিপুৱাই মোক অস্ত্ৰোপচাৰ কক্ষলৈ যোৱাৰ বাবে সাজু কৰিলে। মোক পিন্ধাই দিয়া হ'ল আঁঠুলৈকে পৰা এটা দীঘল চোলা। হঠাৎ নিজকে অভিনেতা যেন লাগি গ'ল। নাৰ্চ কেইগৰাকী, ৱাৰ্ড বয়, কিৰণ সকলোকে ৰগৰ কৰিবৰ বাবেই কেইফাঁকিমান মনত থকা বচন গালো। মোৰ প্ৰধান উদ্দেশ্যটো আছিল কিৰণক হঁহুৱাই থৈ যোৱা। এইবোৰ ৰগৰ কৰিয়েই মই ট্ৰেচাৰত উঠিলো। মোক অস্ত্ৰোপচাৰ কক্ষলৈ লৈ যোৱা হ'ল। কিৰণ মোৰ কাষে কাষে অস্ত্ৰোপচাৰ কক্ষৰ মুখলৈ গ'ল। শেষবাৰলৈ কিৰণৰ পৰা বিদায় লৈ হাঁহি মুখেৰে অস্ত্ৰোপচাৰ কক্ষৰ ভিতৰ সোমালো। কিৰণৰ চকুৱে মুখে আছিল আবেগৰ ঢল।

এপলো' হাস্পতালৰ হৃদপিণ্ড বিশেষজ্ঞ ডাঃ পি. ৰামচন্দ্ৰনৰ সৈতে আমি এই হাস্পতালত থাকোঁতেই এক গাঢ় বন্ধুত্ব গঢ়লৈ উঠিছিল। মোক অস্ত্ৰোপচাৰৰ বাবে সাজু কৰা হ'ল। ডাঃ পি. ৰামচন্দ্ৰন আহি মোৰ হাতখন ধৰি ক'লে-' মই আহিছো'! মইয়ো স্বস্তিৰ নিশ্বাস ল'লো। ভাৰতবৰ্ষৰ হৃদপিণ্ড অস্ত্ৰোপচাৰৰ বিশেষজ্ঞ হিচাপে নাম থকা ডাঃ এম গোপীনাথ তেখেতৰ দলৰ সৈতে কক্ষত প্ৰৱেশ কৰিলে। মোক এনাচথেচিয়াৰ মুখাটো পিন্ধাই দিয়া হ'ল। তিনিবাৰ উশাহ লোৱালৈকে মই গম পাই থাকিলো। তাৰ পিছত যেন এখন অজান দেশলৈ উৰা মাৰিলো। মোৰ দেহত কি কি কৰিলে মই নাজানো...! যেতিয়া মই সাৰ পালো তেতিয়া গভীৰ নিশা। মোৰ শৰীৰটোৰ চাৰিওফালে কিছুমান পাইপ, মোৰ দুয়োখন হাতেই ডাঠ বেণ্ডেজেৰে সৈতে বিছনাখনৰ লগত বান্ধি থোৱা আছিল। মুখৰ ভিতৰত এডাল ডাঙৰ পাইপ ভৰাই থোৱাত মই কথা ক'ব পৰা নাছিলো। শব্দ এটা হ'লেই নাৰ্চগৰাকী কাষ চাপি আহিছিল লগে লগে চিকিৎসক সকলো। মই তেতিয়া ''পোষ্ট অপাৰেটিভ' আই.চি.ইউ'ৰ ভিতৰত। মোৰ স'তে কোঠালীটোত আৰু পাঁচজন বিভিন্ন বয়সৰ হৃদপিণ্ড অস্ত্ৰোপচাৰ হৈ যোৱা ৰোগী আছিল। অস্ত্ৰোপচাৰৰ পিছত ইয়াত চাৰিদিন ৰখাটো বাধ্যতামূলক। লাহে লাহে তিনিদিনৰ ভিতৰত পাইপবোৰ মোৰ শৰীৰৰ পৰা আঁতৰাই দিয়া হ'ল কিন্তু বুকু আৰু পেটৰ মাজ অংশত দুটা

ফুটাত দুডাল সৰু পাইপ লগাই থোৱা আছিল। সেই পাইপ দুডাল এটা যন্ত্ৰৰ লগত সংযোগ হৈ আছিল। অস্ত্ৰোপচাৰৰ ছয়ত্ৰিশ ঘন্টাৰ পিছত সেই পাইপ দুডাল খুলি দিয়া হ'ল লগে লগেই মই নাকেৰে উশাহ ল'বলৈ আৰম্ভ কৰিলো, তেতিয়াহে অনুভৱ হ'ল, যোৱা ডেৰদিন এই মেচিনটোৱেই মোক চলাই আছিল। সেই কেইদিনত মাত্ৰ ৰাতিপুৱা আৰু আবেলিহে কিৰণক মোক চাবলৈ দিছিল। বাকী সময় খিনি কিৰণ মোৰ বাবে ৰখা আছুতীয়া কোঠালীত আছিল।

চাৰিদিনৰ অন্তত মোক আছুতীয়া কোঠালীলৈ অনা হয়। এপলো' হাস্পতালৰ চিকিৎসক সকলৰ সহযোগত ক্ৰমাত মই সুস্থ হ'বলৈ আৰম্ভ কৰিলো। তথাপি সোঁ চকুটোৰ লগতে হিয়াৰ এটা টুকুৰা হৃদপিণ্ডৰ এটা 'ভালভ্' হেৰুওৱাৰ বেদনাই ক্ৰমাত মোক গ্ৰাস কৰিবলৈ ধৰিলে। মই শোকত ভাগি পৰিলো। হৃদপিণ্ডৰ অস্ত্ৰোপচাৰ হৈ যোৱাৰ পিছৰ কেইদিনমান বৰ পীড়াদায়ক। বুকু আৰু পিঠি অংশত অতি বিষ হয় আৰু কফে বুকুখন ভৰাই পেলায়। সেইখিনিৰ বেদনা উপশম কৰাৰ অৰ্থেই 'ফিজিঅ'থেৰাপিষ্ট' আহি নানান উপায়েৰে কষ্ট লাঘৱ কৰিবলৈ চেষ্টা কৰেহি। মোৰ কাষলৈও তেতিয়া এগৰাকী ফিজিঅ'থেৰাপিষ্ট ডাং(মিছ) এ.কে.যোশী আহিছিল। চকুটো হেৰুওৱাৰ দুখত ম্ৰিয়মান হৈ থকা প্ৰত্যক্ষ কৰি এদিন তেওঁ ক'লে- 'অংকল, আপুনি কেলেই দুখ কৰি আছে, মোৰ খুড়া এজনেও দুৰ্ঘটনাত চকু এটা হেৰুৱাই পেলায়। কিন্তু আলিগড়ৰ কৃত্ৰিম চকু তৈয়াৰ কৰা মহিলা এগৰাকীৰ সহায়ত খুড়ায়ো কৃত্ৰিম চকু লগাই আহিছে। এতিয়া আমিয়েই ভুল কৰো কোনটো তেখেতৰ আচল চকু, কোনটো কৃত্ৰিম চকু।' কিৰণে ফিজিঅ'থেৰাপিষ্ট গৰাকীৰ পৰাই কৃত্ৰিম চকু তৈয়াৰ কৰা ঠাই খনৰ সম্পূৰ্ণ ঠিকনা পিছদিনা সংগ্ৰহ কৰে।

সেই সময়ত মাদ্ৰাজত অভিযান্ত্ৰিক শিক্ষা গ্ৰহণ কৰি থকা আলফ্ৰেদ হুছেইন, অভিজিত হাজৰিকা, প্ৰভাত দাস, ৰণজিৎ ডেকা আদিৰ সহৃদয়তা, মৰম আৰু সহায় জীৱনত কেতিয়াও নাপাহৰোঁ। আমি মাদ্ৰাজত থকা সময় খিনিৰ ভিতৰতে ১৯৮৫ চনৰ ডিচেম্বৰ মাহত অসমত সাধাৰণ নিৰ্ব্বাচন অনুষ্ঠিত হয়। নতুনকৈ গঠিত হোৱা 'অসম গণ পৰিষদ'ৰ

সপক্ষে ৰাইজৰ সমৰ্থনৰ কথা এপলো হাস্পতালত থাকোতেই কাকতত পঢ়ি উৎফুল্লিত হৈছিলো। মনতে ভাবিছিলো আমিও যদি তেতিয়া অসমতে থাকিলোহেঁতেন ৰাইজৰ আনন্দৰ সমভাগী হ'লো হয়। কিন্তু....! অসম গণ পৰিষদৰ সপক্ষে জনমত ইমানেই প্ৰবল আছিল যে ভোটদানৰ দিনা মোৰ শাহুৱে গুৱাহাটীৰ পৰা ভোট দিবলৈকে তেজপুৰলৈ গৈছিল। মাদ্ৰাজৰ হাস্পতালত হোৱা সকলোবোৰ খৰচ এবাৰলৈ অসম কাৰ্বন কোম্পানীৰ পৰিচালন সঞ্চালক পি.চি. গোৱেংকাদেৱে মাদ্ৰাজ কাৰ্য্যালয়ৰ পৰা আদায় দি মোক পৰম উপকাৰ সাধিলে।

হৃদপিণ্ডৰ অস্ত্ৰোপচাৰ কৰা ৰোগীয়ে চৈধ্য দিনৰ পিছত এপলো' হাস্পতালৰ পৰা চাৰিদিনৰ বাবে ওলাই আহি 'একাচ্তমদ পিৰিয়দ' বুলি বাহিৰত থাকিব লাগে। আমিও মাদ্ৰাজৰ 'ব্লু-মুন' বোলা হোটেলখনত চাৰিদিন থাকি, পুনৰ হাস্পতালত দেখুৱাওঁ। সময়ত তেওঁলোকে মোৰ স্বাস্থ্য ঠিক আছে বুলি ঘৰলৈ আহিবলৈ সকলো কাগজ-পত্ৰ দিয়ে। দুমাহ উনৈশ দিন মাদ্ৰাজত কটোৱাৰ পিছত ঘৰলৈ আহিবলৈ পাই মনটো নাচি উঠিছিল, আপোন মানুহবোৰৰ ছবিবোৰ চকুৰ আগত ধৰা দিছিলহি। অৱশেষত ২৭ ডিচেম্বৰত গুৱাহাটীলৈ আহিবৰ বাবে প্লেনত উঠিলো। একেদিনাই মাদ্ৰাজৰ পৰা গুৱাহাটীৰ যাত্ৰা বৰ দীঘলীয়া হ'ব বুলি সেই দিনা আহি কলিকতাত থকা মোৰ ভাই গৌতম প্ৰসাদ বৰুৱাৰ ঘৰত কটাই ২৮ তাৰিখে গুৱাহাটীলৈ বুলি ৰাওনা হ'লো। সোনকালে ঘৰ পাবলৈ বৰ মন গৈছিল লগতে ভাবিছিলো আত্মীয় সকলক দেখি মই শোকত ভাগি পৰিম নেকি ? তথাপি মনটো ডাঠ কৰিবলৈ চেষ্টা কৰিলো। ডমডম বিমান কোঠলৈ আহি গুৱাহাটীলৈ অহা বিমান বিলম্ব হোৱাত পাঁচ ঘন্টা বিমান বন্দৰতে কটাব লগা হয়। একে বিমানতে আমাৰ লগত মনিষা হাজৰিকাও (মিঠু) গুৱাহাটীলৈ আহিছিল। কিৰণ আৰু মনিষাই প্ৰতি মুহূৰ্ত্তে মই যাতে কোনো অসুবিধা নাপাওঁ তালৈ মন কৰিছিল। সন্ধ্যা পাঁচটা মান বজাত বিমানখন উৰা মাৰিছিল গুৱাহাটীলৈ, লগে লগে মোৰ মনটোও উৰা মাৰিলে আপোনসকলৰ উমাল সান্নিধ্য বিচাৰি!

বিমানখন অলপ সময়ৰ পিছতে আহি বৰঝাৰ বিমানকোঠত

অৱতৰণ কৰিলেহি। কিৰণ আৰু মনিষাই মোক লগত লৈ আগবাঢ়িল। লাহে লাহে দেখিলো এইয়া ডাঙৰ বাইদেউ লতিকা, মাজু ককাইদেউ, সাদৰী নবৌ, শাহু, গিৰি বাইদেউ, ৰূপম, ময়ুৰী, বন্ধু মহেশ ডেকা, মনোজ ৰাম ফুকন আদি সকলো আহিছে, মোক নিবলৈ। মই কাষ চাপি অহাৰ লগে লগে সকলোৱে সাবটি ধৰিলে। ফুলৰ থোপাৰে মোৰ দুহাত ভৰি পৰিল। গোটেই দিনটো বিয়াকুল হৈ থকা মোৰ হৃদয়ে কিন্তু সেই মুহূৰ্ত্তত কান্দিবলৈ পাহৰি গ'ল। তাৰ বিপৰীতে কিৰণ শোকত ভাগি পৰিল। মই বুজিছিলো সেয়া কিহৰ অশ্রু! মোক সোঁ শৰীৰে ঘূৰাই অনাৰ আনন্দবোৰ পাৰ ভাগি বৈ আহিছিল একেলগে...!"□

# দহ

সুদীৰ্ঘ দুমাহৰ অধিক এখন ভিন্ন পৃথিৱীৰ পৰা উভতি অহা বৰদেউতাই পুনৰ গৰকিবলৈ আৰম্ভ কৰিলে বিচিত্ৰ জীৱন যাত্ৰাৰ পথ। হতাশাই মাজে মাজে তেখেতক আমনি কৰিলেও নিজস্ব পথৰ সন্ধান তেওঁ নিজেই কৰিলে। শিল্পীমনৰ তাড়না আৰু হাজাৰজনৰ আশীৰ্বাদতে বৰ্ত্তমান সজীৱ ঈশান বৰুৱা।

বৰদেউতাই তেখেতৰ ভাববোৰ ব্যক্ত কৰিছিল এইদৰে - 'দুমাহ বিশ দিনৰ মূৰত এখন সম্পূৰ্ণ নতুন গুৱাহাটীলৈ আহি সকলোবোৰ বেলেগ বেলেগ লাগিল। যুৱ প্ৰজন্মৰ হাতত ৰাজ্যৰ শাসনভাৰ আহি পৰাত যেন জনসাধাৰণে স্বস্তিৰ নিশ্বাসহে পেলাইছে। ৰাইজে তেওঁলোকৰ পৰা বহু কিবা-কিবি আশা কৰিছে। যি কাৰণত ছয়বছৰীয়া অসম আন্দোলনত জনসাধাৰণ এক সামান্য আহ্বানতে জপিয়াই পৰিছিল সেই কাৰণ সমূহৰ আশু নিয়ন্ত্ৰণ আৰু সমাধান বিচাৰিছে। জনসাধাৰণে তেওঁলোকক অতি মৰমেৰে চাইছে আৰু কাম কৰি যোৱাটো বিচাৰিছে।

মই মাদ্ৰাজৰ পৰা ঘূৰি অহাৰ পিছত মোৰ খবৰ ল'বলৈ শুভাকাংক্ষীৰ সোঁত বৰলৈ ধৰিলে। কোনো দিনা আশী-নব্বৈ জনলৈকে লোকৰ সমাগম হৈছিল। শুভাকাংক্ষী সকলৰ শুভেচ্ছা আৰু আশীৰ্বাদৰ বলতে ময়ো শৰীৰ আৰু মনত বল বান্ধিবলৈ অলপ হ'লেও প্ৰেৰণা পালো, কিন্তু এই শুভকাংক্ষীৰ সোঁতৰ মাজত অসম আন্দোলনৰ ভৰপক অৱস্থাত আমাৰ ঘৰখনে সহায়ৰ হাত আগবঢ়োৱাসকলৰ এজনকো দেখা নাপালো। কেৱল মাত্ৰ বৰপেটা সমষ্টিৰ পৰা নিৰ্ব্বাচিত হৈ অহা কুমাৰ দীপক দাস আহিল মোৰ খবৰ ল'বলৈ।

চকুৰ অস্ত্ৰোপচাৰৰ পিছতে শংকৰ নেত্ৰালয়ৰ ডাঃ লিঙ্গম গোপালে

কৈছিল, মোৰ বাছি থকা বাওঁ চকুটো দৃষ্টিৰ ফালৰ পৰা স্বাভাৱিক হওঁতে ছয়মাহ মান সময় ল'ব। এই খিনি সময়ৰ ভিতৰত ওখ-চাপৰ, বহল-চুটি আদি কথাবোৰ ক্ষত্ৰেকতে বিচাৰ কৰাটো মোৰ পক্ষে স্বাভাৱিক ন'হ্ব। সময়খিনি পাৰহে যোবাৰ পিছত এটা চকুতেই সমস্ত কেন্দ্ৰীভূত হ'ব আৰু তেতিয়া সামান্য জোখৰ তাৰতম্যও সুন্দৰকৈ চকুৰে ধৰিব পৰা হ'ব। গুৱাহাটীলৈ ঘূৰি অহাৰ পিছত বিশেষকৈ ওখ-চাপৰ, বহল-চুটি আদি সঠিক ভাৱে ধৰিব নোৱৰাৰ হেতু যেতিয়াই তেতিয়াই উজুটি খাই শৰীৰৰ বিভিন্ন অংশত আঘাত পোৱা কথাই মোক মানসিক ভাৱে বিহ্বল কৰি তোলে। তাৰোপৰি সন্ধ্যা বিজুলী পোহৰৰ বিপৰীতে থকা লোকক্কহে মই ভালকৈ ধৰিব পৰা হ'লো, পোহৰৰ আগত থিয় হোৱা জনক সঠিক ভাৱে ধৰিব নোৱৰা হ'লো। ·মোৰ সোঁ চকুটো নথকাত মোৰ সোঁ ফালে কোনোবা থিয় হৈ থাকিলেও ধৰিব নোৱাৰা হ'লো।

মাদ্ৰাজৰ পৰা ঘূৰি অহা তিনি সপ্তাহৰ পিছত ১৯৮৬ চনৰ ১৭ জানুৱাৰীৰ দিনা পুনৰ চাকৰিত যোগদান কৰো। সকলোবোৰেই যেন নতুন নতুন লাগিল। কেৱল মাত্ৰ অফিচ আৰু ঘৰলৈ অহা-যোৱা কৰাৰ বাহিৰে সেই সময়ত মোৰ সকলো কামেই বন্ধ হৈ গ'ল। ঘৰত থাকিলেই নানা প্ৰশ্নই জুমুৰি দি ধৰিছিলহি। বিশেষকৈ মোৰ এই অৱস্থাত আমাৰ সন্তানদ্বয় ৰূপম আৰু ময়ূৰীৰ· ভৱিষ্যতৰ কথা, হঠাৎ আহি পৰা মোৰ অভিনয় জীৱনৰ অনিশ্চয়তাৰ কথাবোৰ ভাৱি কেতিয়াবা দিশহাৰা হৈ পৰো। তেতিয়া একমাত্ৰ বুজনি দিয়ে কিৰণে। কিৰণ কাষত নাথাকিলে, হয়তো এই মানসিক অৱস্থাৰ পৰা ঘূৰি অহাটো খুৱেই কঠিন হ'লহেঁতেন।

মাদ্ৰাজত চিকিৎসাৰ বাবে খৰচ হোৱা টকা অসম কাৰ্বনৰ মাদ্ৰাজ অফিচে দি আছিল। এই টকাৰ হিচাপ-নিকাচ পি.চি.গোৱেংকাদেৱে মোৰ স'তে বহি এদিন কৰিলে। মোৰ জমা ছুটী প্ৰায় দুশ দিনৰো ওপৰ আছিল, তাৰোপৰি ১৯৬৮ চনৰ পৰা ১৯৮৫ চনলৈকে বছৰি পোন্ধৰ দিনকৈ প্ৰায় চাৰে আঠমাহৰ অসুখীয়া ছুটীও জমা আছিল। ১৯৮৫ চনৰ আগষ্টৰ ৩১ তাৰিখৰ পৰা ১৯৮৬ চনৰ জানুৱাৰী মাহৰ ১৬ তাৰিখলৈকে সময়খিনি এই জমা ছুটীৰ পৰা কটোৱা হ'ল। দুশৰো ওপৰদিনৰ 'বন্দেৰেকীয়া ছুটী'

পৰা এমাহ হাতত ৰাখি বাকী সকলো ছুটীৰ বিনিময়ত কিমান টকা হয় উলিওৱা হ'ল। ছুটিৰ বিনিময়ত উলিওৱা টকাখিনি মাদ্ৰাজত হোৱা খৰচৰ পৰা কটোৱা হ'ল। বাকী থকা টকাখিনি অসম কাৰ্বনে মোক ইমান দিনে কৰি অহা কামৰ বাবে সদিচ্ছামূলক উপহাৰ স্বৰূপে আগবঢ়াই চিকিৎসাৰ সমস্ত খৰচৰ হিচাপটো শেষ কৰে। তেতিয়াহে মই বছৰেকীয়া ছুটী প্ৰতিবছৰে যি কোনো কাৰণতে নলৈ জমা ৰখা উপকাৰিতাৰ বিষয়ে অনুভৱ কৰিলো। এই ক্ষেত্ৰত পি.চি.গোৱেংকাদেৱৰ মহানুভৱতা আজিও মই শ্ৰদ্ধাৰে সোঁৱৰো।

এক গভীৰ অনিশ্চয়তাৰ জীৱন কটাই থাকোঁতেই হৃদপিণ্ড অস্ত্ৰোপচাৰৰ তিনি মাহ সম্পূৰ্ণ হোৱাৰ সময় আহি পৰিলহি। ইতিমধ্যে অসম কাৰ্বনৰ স্পেচিয়েল কাৰ্বন প্ৰডাক্টছ্ চেক্চনটোৰ নিৰ্মাণ কাৰ্য্য সম্পূৰ্ণ হৈ উঠাত অসম কাৰ্বনৰ সহযোগী ইংলণ্ডৰ মৰগান কাৰ্বন কোম্পানীৰ প্ৰতিনিধি সকলৰ উপস্থিতিত সেই বিভাগটোৰ শুভাৰম্ভৰ দিন আহি পৰেহি। উদ্বোধনিৰ ভাৰ মোৰ ওপৰতে আহি পৰিল। ক্ৰমে অনুষ্ঠানটো সুকলমেই হৈ যায়।

এই অনুষ্ঠানৰ ঠিক পিছতেই মই চেক্আপৰ বাবে মাদ্ৰাজলৈ যাওঁ। তিনিমাহ আগতে দুটাকৈ অস্ত্ৰোপচাৰত নিজৰ সমস্ত ধন শেষ হৈ যোৱাত এইবাৰ টকাৰ সমস্যাই দেখা দিলে। কিৰণে কিন্তু এই সমস্যাৰো উপায় উলিয়ালে। তেজপুৰত কিৰণ আৰু গিৰি বাইদেউৰ নামত হোলাৰ ফালে কিছু মাটি আছিল সেই মাটিখিনি ইতিমধ্যে বিক্ৰী হৈ গৈছিল। তাৰে বিশ হাজাৰ মান টকা কিৰণে তেজপুৰলৈ গৈ আনিলেগৈ। আৰু আমি তাকেই সাৰথি কৰি মাদ্ৰাজলৈ যাত্ৰা কৰিলো। সেইবাৰৰ যাত্ৰাটো আমি এইদৰে সজাইছিলো- আমি গুৱাহাটীৰ পৰা পোনেই আলিগড়লৈ যাম কৃত্ৰিম চকু তৈয়াৰৰ অৰ্থেই। আলিগড়ৰ পৰা দিল্লীত দুদিন থাকি তাৰ পৰা মাদ্ৰাজলৈ। সেইদৰে নিৰ্দ্ধাৰিত দিনত আমি আলিগড় পালোগৈ। 'টাইগাৰ' তলা কোম্পানীৰ পিছফালে থকা 'ৰ'জ গেষ্ট' হাউছত আমাৰ থকা-মেলাৰ ব্যৱস্থা হ'ল। ৰাতিপুৱাতে গেষ্ট হাউছৰ বাগিচাত ঘূৰি ফুৰা ম'ৰা চৰাই দেখি বৰ ভাল লাগিছিল।

পিছদিনা ৰাতিপুৱাতে আমি ছন্নুৰাণীৰ ওচৰলৈ গ'লো কৃত্রিম চকু তৈয়াৰ কৰাৰ অৰ্থেই। চকুটো তৈয়াৰ কৰোতে তেওঁ চাৰিদিন সময় লয়। তেওঁ ডা° দেৱেন্দ্ৰ কুমাৰৰ পৰিবাৰ। ডা° কুমাৰৰ দেউতাকো এজন প্ৰখ্যাত চকু বিশেষজ্ঞ আছিল। ডা° কুমাৰ উচ্চ শিক্ষাৰ অৰ্থে ইংলণ্ডলৈ যাওঁতে ছন্নুৰাণীও স্বামীৰ সতে গৈ এজন জাৰ্মান লোকৰ পৰা কৃত্রিম চকু তৈয়াৰ কৰা পদ্ধতি শিকি সিদ্ধহস্ত হৈ পৰে। ছন্নুৰাণীৰ কিন্তু ডাক্তৰী অৰ্হতা নাছিল। তেখেতৰ ওচৰলৈ গৈ দেখো যে কেৱল ভাৰতবৰ্ষৰে নহয় নেপাল, পাকিস্তান মধ্য প্ৰাচ্য আদি ঠাইৰ পৰাও কৃত্রিম চকু তৈয়াৰ কৰিবলৈ লোক আহে। আনকি ভাৰত আৰু পাকিস্তানৰ বহুতো অভিনেতা আৰু অভিনেত্ৰীৰ অভিনয়ৰ সময়ত ব্যৱহাৰ কৰা ৰঙীন কনটেক্ট লেন্সো ছন্নুৰাণীয়ে তৈয়াৰ কৰি দিয়ে।

প্ৰথম দিনা ছন্নুৰাণীয়ে মোৰ খালী চকুটোৰ জোখ আৰু 'মল্ড' তৈয়াৰ কৰিয়েই বিদায় দিয়ে। দ্বিতীয় দিনা গ্ৰাইণ্ডাৰ, চেপাৰ আদি মেচিনৰ দ্বাৰা 'মল্ড' তৈয়াৰ কৰা চকুটো সম্পূৰ্ণ জোখত আনিবলৈ বিভিন্ন চেষ্টা কৰা হয়। সম্পূৰ্ণ জোখত চকুটো অনাৰ পিছত আৰু ভাল চকুটোৰ লগত জোখেৰে সামঞ্জস্য অনাৰ পিছত সেইদিনা মোক যাবলৈ কোৱা হ'ল আৰু তৃতীয়া দিনা পুৱাতে মোক মতা হ'ল। সেইদিনা গৈ ছন্নুৰাণীক এক বেলেগ ৰূপত দেখা পালো। সন্মুখত বিভিন্ন ৰঙৰ ফেব্রিক পেইন্ট আৰু সৰু সৰু তুলিকা লৈ সেয়া যেন এগৰাকী চিত্ৰলেখাহে বহি আছে। সম্পূৰ্ণ বেলেগ ৰূপ, চুলি মেলা, সচৰাচৰ খঙাল যেন লগা মানুহগৰাকীৰ কি সৌম্য শান্ত ৰূপ! তেখেতে হাতত আগদিনাখনৰ উকা চকুটো লৈ মোৰ ভাল চকুটোৰ লগত বাৰে বাৰে মিলাই চকুটো অংকন কৰি যাবলৈ ধৰিলে। আনকি চকুত থকা সৰু সৰু ৰঙা উপসিৰাবোৰো তেখেতে অংকন কৰি গ'ল। প্ৰায় তিনি ঘন্টা সময়ৰ পিছত মোক চকুটো পিন্ধাই দি আৰ্চীত চাবলৈ ক'লে, মই চাই উচপ খাই উঠিলো! ই কি? মোৰ দুয়োটা চকু দেখাত একে হৈ পৰিল। কেৱল মাত্ৰ কৃত্রিম চকুটোৰ কোনো লৰচৰ নাই, ইমানেই পাৰ্থক্য! মন্ত্ৰমুগ্ধৰ দৰে কোঠাটোত বহি কিৰণে মাত্ৰ চাই ৰ'ল সেই দৃশ্যৰাজী!

গোটেই জীৱন দহা চকু এটা লৈ থকা গাভৰুৰে ছন্নুৰাণীয়ে অংকন কৰা 'শ্বেল' লগাই দিয়াৰ পিছত আৰ্চীত নিজৰ চকুযুৰি চাই আনন্দত হুকহুকাই কান্দি দিয়াৰ দৃশ্য সেইকেইদিনত কেইবাটাও প্ৰত্যক্ষ কৰিছিলো।

চতুৰ্থ দিনা মোক আগদিনা অংকন কৰা চকুটোত 'প্লেষ্টিক কোটিং' এটা দি মোক আহিবলৈ কোৱা হ'ল। ১৯৮৬ চনত চকুটোৰ মূল্য আছিল চাৰিশ টকা। ছন্নুৰাণীয়ে দিনটোত সৰ্ব্বাধিক তিনিটা চকুহে অংকন কৰে। সেইদিনা সন্ধ্যা আমি দিল্লীলৈ বুলি ৰাওনা হ'লো। পিছৰ দুদিন ফাঁকুৱা হোৱা বাবে আমি দিল্লীত কটাই, তাৰ পিছৰ দিনা সন্ধ্যা জি.টি. এক্সপ্ৰেছেৰে মাদ্ৰাজলৈ বুলি ৰাওনা হ'লো। মাদ্ৰাজলৈ গৈ সেই একেই 'গনপত' হোটেলত নামিলোগৈ। পিছদিনা ৰাতিপুৱাকে .ৰা মোৰ পৰীক্ষাসমূহ আৰম্ভ হ'ল। তিনিমাহৰ মূৰত আমাৰ বন্ধু ডা° ৰামচন্দ্ৰনক পাই আনন্দ পালো। মোৰ অস্ত্ৰোপচাৰ কৰা ডা° এম. গিৰিনাথেও মোক পৰীক্ষা কৰিলে। পৰীক্ষাৰ অন্তত মোক কিছু ঔষধ সলনি কৰি দিলে আৰু কঢ়া নিয়ন্ত্ৰণবোৰ যথেষ্ট শিথিল কৰি দিলে। মই ডা° গিৰিনাথ আৰু ডা° ৰামচন্দ্ৰনক মাত্ৰ এটাই প্ৰশ্ন কৰিলো। মই পুনৰ অভিনয় জগতখনলৈ উভতি আহিব পাৰিম নে নোৱাৰো? তেওঁলোকে ক'লে- 'মই পাৰিম' কিন্তু লাহে লাহে!' মনটো আনন্দেৰে ভৰি পৰিল। মাদ্ৰাজৰ পৰা মহাবলিপুৰম আৰু আন আন চাব লগা ঠাই বোৰ চোৱা হ'ল। তিৰুপতি মন্দিৰলৈ যাওঁতে ধীৰু ভূঞা আৰু তেওঁৰ পৰিবাৰ ৰীতাও আমাৰ লগত একেলগে গৈছিল। সেইবাৰ এক আংশিক মুক্ত মন লৈ গুৱাহাটীলৈ ঘূৰি আহিলো।

আমাৰ কন্যা ময়ূৰীৰ নৃত্যৰ প্ৰতি সৰুকালৰে পৰাই প্ৰবল ধাউতি আছিল। সেয়েহে সেই সময়ৰ পৰাই কিৰণে ময়ূৰীক বিহুনাচ শিকাইছিল। মাদ্ৰাজৰ পৰা এইবাৰ ঘূৰি আহোতে ৰঙালী বিহু পাৰ হৈ গৈছে। ব'হাগী বিদায়ৰ অনুষ্ঠানসমূহ তেতিয়াও বিভিন্ন ঠাইত হৈ আছে। 'লুইত পৰীয়া শিল্পী সমাজ' দলৰ সৈতে ময়ূৰীয়ে সেই বছৰ বিভিন্ন প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰি ভালে কেইখন ঠাইত বিহুকুৱঁৰী, বিহুৰাণী আৰু বিহুসুন্দৰী

সম্মানেৰে বিভূষিতা হয়। কথাবোৰত মনটো ভাল লাগিছিল।

গুৱাহাটীলৈ ঘূৰি অহাৰ পিছত অসম চৰকাৰৰ পৰা এখন চিঠি পালো ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ অধ্যক্ষতাত 'জ্যোতি চিত্ৰবন' (ফ্লিম ষ্টুডিঅ') সমাজৰ কমিটিখনৰ পুনৰ গঠন কৰা হৈছে। তিনিবছৰৰ বাবে গঠন হোৱা কমিটিখনৰ মোকো এজন সদস্য মনোনীত কৰা হৈছে। এইখিনি সময়তেই এটা ঘটনা ঘটে। এৰা ইয়াক ঘটনা বুলিয়েই ক'ব লাগিব। এদিন সন্ধ্যা কৰ্মক্ষেত্ৰৰ পৰা আহি ঘৰতে আছো। হঠাৎ বাহিৰত মোক মতা যেন পালো। 'ঈশান, ঈশান'। এইয়া দেখোন ভূপেন দাৰ মাত। ভূপেন হাজৰিকাৰ মাত। ওলাই আহি দেখো ভূপেনদাই চিত্ৰগ্ৰহণকাৰী অজান বৰুৱা আৰু মোৰ সম্পৰ্কৰ ভাই ৰজাদুৱাৰৰ সাগৰ বৰুৱাক লৈ মোৰ তালৈ আহিছে। ভূপেনদাক দেখি কব নোৱৰাকৈয়ে ভূপেনদাক সাবটি ধৰি মই হুকহুকাই কান্দিবলৈ ধৰিলো। মোৰ সাংস্কৃতিক জীৱনৰ অনিশ্চয়তাৰ কথা ভাবিয়েই হয়তো এই চকুপানী। ভূপেনদাই মোক পৃথিৱীৰ নানান উদাহৰণ দিবলৈ ধৰিলে, কোন গায়িকাই সম্পূৰ্ণ অন্ধহৈয়ো কেনেকৈ এতিয়াও গীত পৰিবেশন কৰি আছে। সম্পূৰ্ণ অন্ধ কোন পিয়ানো বাদকক এজনে ধৰি আনি পিয়ানোত বহুৱাই দিয়াৰ পিছত পিয়ানোৰ ছন্দেৰে কেনেকৈ দৰ্শকক বিমোহিত কৰি ৰাখে, ইত্যাদি, ইত্যাদি। তেতিয়া ভূপেনদাই আৰু ক'লে- 'তোৰ এটা চকুহে গৈছে, আনটোতো ঠিকে আছে। গতিকে তোলৈ মই এটা ঔষধ লৈ আহিছো। তই এইদৰে ঘৰত সোমাই থাকিব নোৱাৰ। মই ফিল্মচ্ ডিভিজনৰ বাবে 'স্বীকাৰোক্তি' বুলি এখন চুটি ছবি কৰিছো, লোকেচন উত্তৰ গুৱাহাটীৰ ৰজাদুৱাৰত, তোৰ বাবে মই এটা চৰিত্ৰ থৈছো, তোক পৰহি অজানে আহি লৈ যাব তই অভিনয় কৰিবই লাগিব।' মই তেতিয়া ভূপেনদাক প্ৰশ্ন কৰিলো, 'মই জানো পাৰিম?' মোৰ এটা কৃত্ৰিম চকুৰে চৰিত্ৰটোৰ অভিব্যক্তি ফুটি উঠিব জানো? ভূপেনদাই ততালিকে ক'লে—তোমাৰ চৰিত্ৰটো হ'ল গাঁৱৰ এজন ধূৰ্ত্তলোক। যি ছবিখনৰ মূল চৰিত্ৰ গোঁসাই (নিপন গোস্বামী)ৰ বিৰুদ্ধাচৰণ কৰি গোঁসাইক সমাজচ্যুত কৰে। মোক নিৰ্দ্ধাৰিত দিনত ৰজাদুৱাৰলৈ অভিনয়ৰ বাবে লৈ যোৱা হ'ল আৰু সুকলমেই মই চৰিত্ৰটোত অভিনয়

কৰিলো। চৰিত্ৰটো নিগে'টিভ চৰিত্ৰ। ইয়াৰ আগতে কেতিয়াও মই নিগে'টিভ চৰিত্ৰত অভিনয় কৰা নাছিলো। কোনো অসুবিধা নোহোৱাকৈ চৰিত্ৰটোত অভিনয় কৰি মোৰ সাহস বাঢ়িল। মই দেখোন আকৌ অভিনয় কৰিব পৰা হ'লো। মোৰতো কোনো শাৰীৰিক অসুবিধা হোৱা নাই। মই দেখোন সদায় কৰি অহা ভাল চৰিত্ৰত অভিনয় নকৰি নিগে'টিভ চৰিত্ৰত অভিনয় কৰিও অভিনয় জগতখনৰ সতে জড়িত হৈ থাকিব পাৰিম। মনটো আনন্দত নাচি উঠিল লগতে ভুপেনদাৰ প্ৰতিও শ্ৰদ্ধাত মূৰ দোঁ খাই গ'ল!

তাৰ এমাহ মানৰ পিছতে কামৰূপ নাট্য সমিতিয়ে 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'ত সাহিত্যাচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকাৰ 'দাতা কৰ্ণ' নাটখন মঞ্চস্থ কৰিবলৈ ঠিক কৰে। মোক সেই বাৰো কৃষ্ণৰ ভূমিকাত অৱতীৰ্ণ হ'বলৈ অনুৰোধ কৰে। নাটখন লক্ষ্যধৰ চৌধুৰী (লক্ষ্যদা)ৰ পৰিচালনাত মঞ্চস্থ হৈছিল। হয়তো মোৰ ভাগি যোৱা মনটো পুনৰ সজীৱ কৰি তুলিবলৈকে লক্ষ্যদাইঁতে মোলৈ কৃষ্ণৰ চৰিত্ৰটো আগবঢ়াইছিল। মই নাটকখনত অভিনয় ঠিকেই কৰিলো। কামৰূপ নাট্য সমিতিৰ সদস্য সকলে মোক ভূয়সী প্ৰশংসা কৰিলে, লগতে দৰ্শকসকলেও মোৰ মনোবলক উৎসাহ দিলে। তথাপি অভিনয় কৰি কেইটামান অসুবিধা পালো। প্ৰথম কথাটো হ'ল মোৰ এটা চকুৰ বাবে অন্ধকাৰতে মঞ্চৰ পৰা ওলাই অহাত অসুবিধা পোৱা হ'লো। মঞ্চৰ পৰা ওলাই আহিবলৈ মোৰ কাৰোবাৰ সহায় লগা হ'ল। দ্বিতীয়তে মঞ্চৰ সন্মুখত দৰ্শক দেখাৰ লগে লগে মই হৃদপিণ্ড অস্ত্ৰোপচাৰৰ কথা পাহৰি গৈ সুস্থ অৱস্থাত সংলাপ নিক্ষেপন কৰাৰ দৰে নিক্ষেপন কৰিবলৈ ধৰাত অভিনয়ৰ পিছত বুকুত এটা বিষ অনুভৱ কৰিবলৈ ধৰিলো। অৱশেষত মই ঠিৰাং কৰিলো মঞ্চত প্ৰৱেশ আৰু প্ৰস্থানত আনৰ ওপৰত নিৰ্ভৰশীল হৈ মঞ্চ অভিনয় নকৰো, জীৱনৰ বাচি থকা দিনকেইটাত আনকেইটা মাধ্যম যেনে— চলচিত্ৰ, দূৰদৰ্শনৰ অভিনয়, কবিতা আবৃত্তি, আনাতাঁৰ নাট অভিনয়, ধাৰাবিৱৰণি আদিত অংশ গ্ৰহণ কৰি যাম। সেই দিনৰে পৰা বুকুত এক গধুৰ বোজালৈ মই মঞ্চ অভিনয় সম্পূৰ্ণ ৰূপে বাদ দিব লগা হ'ল।

১৯৮৬ চনৰ ১৮ অক্টোবৰৰ সন্ধ্যা অসমৰ অন্যতম সাংস্কৃতিক

অনুষ্ঠান 'দীপক সংঘই' নৱগ্ৰহ কালী মন্দিৰৰ সন্মুখৰ পথাৰখনত এক অভিনৱ সন্ধ্যা ৰাইজক উপহাৰ দিলে। পথাৰখনৰ চাৰিও ফালে জোৰ জ্বলাই ঠাই ডোখৰ পোহৰ কৰা হ'ল। পথাৰখনৰ উত্তৰ দিশে এখন সৰু মঞ্চ, এই মঞ্চতেই সেই দিনা অনুষ্ঠিত হৈছে এই অভিনৱ অনুষ্ঠান - 'কবিতা গধূলি'। এই অনুষ্ঠান পৰিচালনা কৰিছিল বিশিষ্ট কবি নৱকান্ত বৰুৱা ছাৰে। জোঁৰৰ পোহৰত কবিতাৰে দৰ্শকৰ মন আৱৰি ধৰা এই অনুষ্ঠানৰ কথা আজিও আলোচনা হোৱা দেখিছো। অসমীয়া কবিতা আবৃত্তিক জনমানসত প্ৰতিষ্ঠা কৰা ইয়ো আন এক পদক্ষেপেই আছিল। ময়ো আনসকল কবি, আবৃত্তিকাৰৰ লগত একখন মঞ্চতে অংশগ্ৰহণ কৰি মোৰ শাৰীৰিক অক্ষমতাৰ কথা পাহৰি যাবলৈ ধৰিলো।

যুৱ প্ৰজন্মই দিশপুৰত শাসনভাৰ গ্ৰহণ কৰাৰ পিছত ৰাজ্যখন ঠিকেই চলাই গৈছে। দুই-এটা ভুল কৰিলেও নিজৰেই ল'ৰা বুলি ক্ষমা কৰি গৈছে। অসম আন্দোলনৰ ভৰপক সময়ত চলা আত্মগোপন পৰ্ব্বৰ সময়ত আমাৰ চেনিকুঠি ঘৰত ৰাতিটো কটাই যোৱা, মই তেওঁলোকক ৰক্ষাৰ হেতু বহুতো কষ্ট সহ্য কৰি পকাত বিছনা কৰি তেওঁলোকৰ লগত শুই দিন কটোৱা বহুকেইজনেই অসম মন্ত্ৰীসভাৰ মন্ত্ৰী হ'ল। কিন্তু তেওঁলোকৰ পৰা কিবা সহায় বিচাৰি অথবা কিবা পোৱাৰ আশাত কোনোদিনেই দিছপুৰ জনতা ভৱনৰ বাৰাণ্ডাত গৈ তহল নিদিলো অথবা থিয় হৈ নাথাকিলোগৈ। লাহে লাহে শৰীৰৰ হেৰোৱা শক্তি পুনৰ ঘূৰাই পাবলৈ ধৰিলো আৰু স্বাভাৱিক ভাৱে কামকাজবোৰ কৰিব পৰা হ'লো। ১৯৮৭ চনৰ মে' মাহত পুনৰ মাদ্ৰাজলৈ 'চেকআপ'ৰ বাবে ওলালোঁ। এইবাৰ আমাৰ পুত্ৰ ৰূপমক লগত লৈ গ'লো। মাদ্ৰাজত মই ঠিক আছো বুলি কোৱাত মনত আৰু সাহস বাঢ়িল।" কথাখিনি কৈয়ে বৰদেউতা ক্ষন্তেক থমকি ৰোৱা মোৰ মনত পৰে। তেখেতৰ কথাবোৰত যেন কিবা এটা অন্বেষণ কৰাৰ সুবিধা থাকে। মই তেখেতৰ মুখলৈ চাই আছিলো।

পুনৰ বৰদেউতাই কৈছিল -'১৯৮৪ চনতে মই সম্পাদক থকা সময়তে আৰম্ভ কৰা 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ' পুনঃ নিৰ্মাণৰ আঁচনি খন ১৯৮৬ চনত সোণাধৰ দাস কামৰূপ নাট্য সমিতিৰ সম্পাদকৰ দায়িত্ব

গ্ৰহণ কৰাৰ পিছৰ পৰাই পুনৰ হাতত লয়। নাট্য মন্দিৰ পুনঃ নিৰ্মাণৰ নক্সা তৈয়াৰ কৰি অসমৰ মুখ্যমন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্তৰ ওচৰত দাখিল কৰে। নাট্য সমিতিৰ সভাপতি লক্ষ্যধৰ চৌধুৰী ডাঙৰীয়াৰ নেতৃত্বত সমিতিৰ এটি গোটে গৈ মুখ্যমন্ত্ৰীক ঐতিহ্যমণ্ডিত নাট্যমন্দিৰৰ পুনঃ নিৰ্মাণৰ বাবে এক অনুদান আগবঢ়াবলৈ অনুৰোধ কৰে। দুমাহ মানৰ ভিতৰতেই মুখ্যমন্ত্ৰীয়ে তেখেতৰ সাহায্য পুঁজিৰ পৰা দুই লাখ টকাৰ এক অনুদান আগবঢ়ায়। 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'ৰ মঞ্চলৈ অসম মন্ত্ৰীসভাৰ কেইবা গৰাকীও গুৰুত্বপূৰ্ণ সতীৰ্থক লগত লৈ মুখ্যমন্ত্ৰীয়ে এই অনুদান ৰাজহুৱাভাৱে সমিতিৰ সভাপতি লক্ষ্যধৰ চৌধুৰীদেৱৰ হাতত অৰ্পণ কৰে।

১৯৮৭ চনৰ উচ্চতৰ মাধ্যমিক পৰিষদৰ পৰীক্ষাত আমাৰ পুত্ৰ ৰূপমে সুখ্যাতিৰে উত্তীৰ্ণ হয়। ৰূপমে তাৰ পৰৱৰ্ত্তী স্নাতক শিক্ষাৰ অৰ্থে দিল্লীলৈ যাত্ৰা কৰে আৰু তাৰ 'ৰামজাস' কলেজত নামভৰ্ত্তি কৰিবলৈ সক্ষম হয়। আনহাতে ময়ূৰীও তাৰ পিছৰ বছৰ প্ৰৱেশিকা পৰীক্ষাৰ ছাত্ৰী হোৱাৰ বাবে তায়ো পঢ়াত ব্যস্ত হ'ব লগা হ'ল। প্ৰথম ঘৰৰ পৰা ৰূপম দূৰৈত পঢ়িবলৈ যোৱাৰ বাবে ঘৰখন উৰুঙা হ'ল যদিও তাৰ অভাৱ ময়ূৰীয়ে বহুখিনি পূৰাই ৰাখিলে। ময়ূৰী এইবাৰো কেইবাখনো বিহুতলীত বিহুকুঁৱৰী, বিহুৰাণী, সন্মানেৰে বিভূষিতা হ'ল। ১৯৮৮ চনৰ জানুৱাৰী মাহৰ পোন্ধৰ তাৰিখে মাঘবিহুৰ দিনা ৰাতিপুৱা 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'ৰ পুনঃ নিৰ্মিত মঞ্চটোৰ আধাৰশিলা স্থাপন কৰা হয়। দুদিন আগৰে পৰা আৰম্ভ হোৱা নেৰানেপেৰা বৰষুণৰ মাজতো আধাৰশিলা স্থাপন সুকলমে হৈ গ'ল। আধাৰশিলা অনুষ্ঠানত ভাগ ল'লে অসম চৰকাৰৰ অসামৰিক যোগান মন্ত্ৰী আৰু পূব-গুৱাহাটী সমষ্টিৰ বিধায়ক বিৰাজ কুমাৰ শৰ্ম্মাই। কাম-কাজ সুচাৰুৰূপে হোৱাৰ আৰু নিৰ্মাণ কাৰ্য্যৰ ক্ষেত্ৰত হ'ব লগা ধনৰ পুংখানুপুংখ হিচাপ-নিকাচ ৰখাৰ উদ্দেশ্যে নাট্য সমিতিৰ এক বিশেষ সভাই মোক ধন ভড়ালীৰ বাবে মনোনীত কৰে। নিৰ্মাণ কাৰ্য্য আগবাঢ়িবলৈ ধৰে ক্ৰমে ক্ৰমে।

সেই বছৰতে দূৰদৰ্শন যোগে আন এক কবিতা আবৃত্তিৰ বিশেষ অনুষ্ঠান সম্প্ৰচাৰ হয়- 'আলি কেঁকুৰিৰ কবিতা'। ড°অমৰজ্যোতি চৌধুৰীৰ

পৰিচালনাত অনুষ্ঠিত হোৱা অনুষ্ঠানটোৱে দৰ্শকৰ মনত ৰেখাপাত কৰিব পাৰিছিল। এটা যুগৰ আগতে আমি কেইজনমানে কবিতা আবৃত্তিক এক স্বকীয় কলা মাধ্যম হিচাপে গঢ় দিবলৈ চেষ্টা কৰাৰ পিছত আজিৰ সেই কবিতা আবৃত্তিয়ে জনমানসত শিপাবলৈ চেষ্টা কৰা দেখি মনটো ভৰি উঠিবলৈ ধৰিলে। ইতিমধ্যে ময়ূৰীয়ে প্ৰৱেশিকা পৰীক্ষা সুখ্যাতিৰে উত্তীৰ্ণ হৈ কটন কলেজৰ কলা বিভাগত নাম ভৰ্ত্তি কৰিছে। যি খন কলেজত মোৰ দেউতা ১৯০১ চনত প্ৰথম চাম ছাত্ৰৰ এজন আছিল, যিখন কলেজত মই শিক্ষা গ্ৰহণ কৰিছিলো, সেই একেখন কলেজত তৃতীয় প্ৰজন্মৰ ময়ূৰীয়ে শতিকাটোৰ শেষৰ ফালে শিক্ষা গ্ৰহণৰ বাবে গৈ গৌৰৱ অনুভৱ কৰিবলৈ ধৰিলে।

১৯৬৩ চনতে স্থাপিত হোৱা অসম কাৰ্বন প্ৰডাক্টছ্ লিমিটেডে এইবছৰ ৰূপালী জয়ন্তী বৰ্ষত ভৰি দিছে। অক্টোবৰ মাহৰ দুই তাৰিখৰপৰা চাৰি তাৰিখলৈ উলহ মালহেৰে এই অনুষ্ঠান উদযাপন কৰাৰ পৰিকল্পনা কৰা হ'ল। অনুষ্ঠানটোৰ পৰিচালন সঞ্চালক পি.চি. গোৱেংকাদেৱে উদযাপনৰ সিংহভাগৰ দায়িত্ব মোৰ ওপৰতে অৰ্পণ কৰিলে। অনুষ্ঠানটোৰ মূল কাৰ্য্যসূচীত ড° ভূপেন হাজৰিকাদেৱে ভাগ ল'লেহি। চালে চকুৰোৱা বিভিন্ন অনুষ্ঠান পৰিৱেশনেৰে ৰূপালী জয়ন্তী উৎসৱত অংশ গ্ৰহণকাৰীসকলৰ বাবে বহু দিনলৈ মনত ৰখা অনুষ্ঠানসূচী ৰূপে পৰিগণিত হ'ল।

মানসিক আৰু শাৰীৰিক ভাৱে মই পুনৰ সক্ষম হৈ উঠিলেও সাংস্কৃতিক কৰ্মৰ বাবে মোক জড়িত কৰাটো লাহে লাহে কমি আহিবলৈ ধৰিলে। হয়তো উদ্যোক্তা সকলে মোৰ শাৰীৰিক অৱস্থাৰ কথা জানি ভয় খোৱা হ'ল, কিজানিবা অনুষ্ঠান পৰিৱেশন কৰা সময়তেই মোৰ কিবা এটা হৈ যায়? মই পিছে মনোবল নেহেৰুৱালো, সাংস্কৃতিক কৰ্মৰ ক্ষেত্ৰখন বেলেগ হ'ব পাৰে, কিন্তু ক্ষেত্ৰ ক্ষেত্ৰই। সেয়েহে কুমাৰ ভাস্কৰ নাট্য মন্দিৰৰ পুনঃ নিৰ্মাণ কাৰ্যৰ সতে নিজকে সম্পূৰ্ণভাৱে জড়িত কৰি পেলালো। মুখ্যমন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্তই মুখ্যমন্ত্ৰীৰ সাহায্য পুঁজিৰ পৰা আগবঢ়োৱা দুই লাখ টকাৰ পিছত বিভিন্ন অনুষ্ঠান, প্ৰতিষ্ঠান, ব্যক্তি বিশেষ আদিৰ পৰা লক্ষ লক্ষ টকা আহৰণৰ বাবে শ শ চিঠি লিখা কামবোৰ

মোৰ দ্বাৰাই সমাপন হৈছিল। দেখোতে দেখোতে চাৰিওফালৰ পৰা টকা আহিবলৈ ধৰিলে। চকুৰ আগতেই 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'ৰ মঞ্চ আৰু সাংস্কৃতিক প্ৰকল্পৰ নিৰ্মাণৰ কাম আগবাঢ়িবলৈ ধৰিলে। মই সম্পূৰ্ণ ভাৱে এই কামত নিজকে নিয়োজিত কৰিলো। ১৯৮৮ চনৰ পৰা ১৯৯০ চনলৈকে এই দুটা বছৰ মই কোনো ধৰণৰ মঞ্চত অনুষ্ঠান পৰিৱেশন কৰা নাছিলো। মই মাত্ৰ প্ৰমাণ কৰি দিব বিচাৰিছিলো - শাৰীৰিক ভাৱে এজন লোক যিমানেই দুৰ্ব্বল অথবা অৰ্দ্ধক্ষম বা অক্ষম নহওক কেলেই মনোবল অটুট থাকিলে আৰু সাংস্কৃতিক কৰ্মৰ প্ৰতি অন্তৰত আগ্ৰহ থাকিলে কৰ্মৰ যি কোনো শিতানতেই তেওঁ কাম কৰি যাব পাৰে। ময়ো তেনে মনোবল লৈ কামত আগবাঢ়িলো। এই ক্ষেত্ৰত নাট্য সমিতিৰ সভাপতি লক্ষ্যধৰ চৌধুৰী আৰু সম্পাদক সোণাধৰ দাসে মোক সকলো ধৰণৰ সহযোগ আগুবঢ়াই গ'ল।

১৯৮৯ চনত আমি চেনিকুঠিৰ করুণা গোস্বামীৰ ঘৰটোৰ পৰা উজান বজাৰৰ নিজা ঘৰলৈ স্থানান্তৰিত হ'লো। অতি মৰম আৰু কষ্টৰে নিৰ্মাণ কৰি উলিওৱা নিজা ঘৰটোলৈ আহি আমি সকলোৱে এক আত্মসন্তুষ্টি লভিলো।

১৯৯০ চনৰ পৰা গুৱাহাটী দূৰদৰ্শন কেন্দ্ৰই প্ৰথমবাৰৰ বাবে নিয়মিত ধাৰাবাহিক সম্প্ৰচাৰ কৰা আৰম্ভ কৰে। দূৰদৰ্শনৰ প্ৰথমখন ধাৰাবাহিক আছিল বাৰ খণ্ডৰ 'জীৱনৰ বাটত'। মৃদুল গুপ্তা পৰিচালিত বছা বছা অসমীয়া চুটি গল্পৰ আধাৰত ধাৰাবাহিক খন নিৰ্মাণ কৰা হৈছিল। তাৰে দুটা খণ্ডত মই অভিনয় কৰিছিলো। গুৱাহাটী দূৰদৰ্শনৰ প্ৰথম খন ধাৰাবাহিক দৰ্শকে অধীৰ আগ্ৰহেৰে চাবলৈ আৰম্ভ কৰিছিল। মই অভিনয় কৰা খণ্ড দুটা আছিল—'কেৰাণীৰ জীৱন' আৰু কুমুদ গোস্বামীৰ 'সাক্ষী'। 'সাক্ষী'ৰ বিষয়ে 'নতুন দৈনিক' কাকতৰ ২৪ অক্টোবৰ, ১৯৯০ ৰ সংখ্যাত এইদৰে এক পৰ্য্যালোচনা প্ৰকাশ পাইছিল-'অভিনয়ৰ ক্ষেত্ৰত প্ৰথমেই নাম ল'ব লাগিব ঈশান বৰুৱাৰ। প্ৰচণ্ড অন্তৰ্দ্বন্দৰ মাজতো অভিজাত সমাজৰ সৈতে খোজ পেলাবলৈ বৃথা চেষ্টা কৰাৰ এক সকৰুণ ৰূপ তেখেতৰ অভিনয়ত ফুটি উঠিছে।'

১৯৭৯ চনতে গঠন হোৱা 'সংযুক্ত মুক্তি বাহিনী অসম' (আলফা)ৰ কাৰ্য্যকলাপ বৃদ্ধি পাবলৈ আৰম্ভ কৰিছে। উজনি অসমৰ লক্ষীপথাৰ বোলা ঘন অৰণ্যৰ মাজত মূল শিবিৰ পাতি অসমত হত্যা, লুণ্ঠন আদি কাৰ্য্যৰ স'তে তেওঁলোকে নিজকে জড়িত কৰি পেলাইছে। চাৰিওফালে সন্ত্ৰাস বিয়পি পৰিছে। বহুজাতিক কোম্পানীসমূহে তেওঁলোকৰ কাৰ্য্যালয় অসমত প্ৰায় বন্ধ কৰি তেওঁলোকৰ কৰ্মচাৰীসকলক অসমৰ বাহিৰলৈ `লৈ গৈছে। চাৰিওফালে পৰিৱেশ বেয়াৰ ফালে ঢাল খোৱাত কেন্দ্ৰীয় চৰকাৰে হঠাৎ 'অসম গণ পৰিষদ' চৰকাৰখন ভঙ্গ কৰি অসমত ৰাষ্ট্ৰপতিৰ শাসনৰ ব্যৱস্থা কৰিছে। ৰাজ্যখন পুনৰ অনিশ্চয়তাৰ মাজলৈ গতি কৰিছে। ইতিমধ্যে আলফাক নিষিদ্ধ অনুষ্ঠান হিচাপে ঘোষণা কৰাত আলফাৰ সদস্যসকল দাঁতি কাষৰীয়া ৰাজ্যত আত্মগোপন কৰিছে অথবা ম্যানমাৰলৈ গতি কৰিছে।

সেইখিনি সময়তে ৰাজেন ৰাজখোৱা মুম্বাইৰ পৰা গুৱাহাটীলৈ আহিছে। তেওঁৰো ক্ষেত্ৰখন মুম্বাইৰপৰা স্থানান্তৰিত কৰিছে। অসমৰ কথাছবি শিল্পখন, মুম্বাই আৰু এটেনব'ৰৰ 'গান্ধী'ত শব্দযন্ত্ৰী হিচাপে আহৰন কৰা অভিজ্ঞতাৰে পুষ্টহৈ কিবা আগবঢ়াব পাৰিব নেকি বুলি ভাবি অসমলৈ ঘূৰি আহি গুৱাহাটীত আছেহি। তেওঁ "দুৰ্গেশ্বৰ বৰঠাকুৰৰ 'ভাড়া ঘৰ বিচাৰি' বোলা নাটকখনৰ ভিত্তিত "ঘৰত কোন আছে" নামৰ ধাৰাবাহিকখনৰ নায়িকাৰ ভূমিকাৰ বাবে ময়ূৰীক নিৰ্ব্বাচন কৰিছে। এই ধাৰাবাহিকখনৰো চিত্ৰগ্ৰহণ আৰম্ভ হৈছে। "ঘৰত কোন আছে"? বাৰটা খণ্ডৰ এই ধাৰাবাহিকখনে 'জীৱনৰ বাটত'ৰ দৰে সমানেই জনপ্ৰিয়তা অৰ্জন কৰিছিল। ময়ূৰীয়ে উচ্চ মাধ্যমিক কলা শাখাৰ পৰীক্ষাত সুখ্যাতিৰে উৰ্ত্তীণ হৈ কটন কলেজৰে স্নাতক মহলাত নামভৰ্ত্তি কৰিছে। ইতিমধ্যে ৰূপম দিল্লীৰ ৰামজাস কলেজৰ স্নাতক চূড়ান্ত বৰ্ষৰ ছাত্ৰ।

১৯৮৮ চনৰ পোন্ধৰ জানুৱাৰীৰ দিনা আধাৰশিলা স্থাপন কৰা 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'ৰ মঞ্চ আৰু সাংস্কৃতিক প্ৰকল্পৰ প্ৰথম পৰ্য্যায়ৰ কাম প্ৰায় সম্পূৰ্ণ হৈ আহিবলৈ ধৰিছে। মই এই কালছোৱাত আত্মনিয়োগ কৰা এটা প্ৰকল্পৰ প্ৰথম পৰ্য্যায়ৰ কাম চকুৰ আগতে সম্পূৰ্ণ হৈ অহা

দেখি মন আনন্দৰে ভৰি পৰিছে। মই এই কামৰ লগত নিজকে বিলাই দিয়া সত্ত্বেও কোনো সময়তে শাৰীৰিক দুৰ্ব্বলতা অথবা অসুবিধা অনুভৱ কৰা নাই।' মন কৰিছিলো কথাষাৰ বৰদেউতাৰ কিমান উদ্যম ভৰা আছিল! এই অধ্যায়ৰ সামৰণিতে তেখেতে কৈছিল—'ক্ৰমে জীৱনৰ চকৰি আগবাঢ়ি গৈ আছে, গৈ আছে .....।'□

# এঘাৰ

পৰবৰ্ত্তী অধ্যায়ত বৰদেউতাই কৈছিল -‘ ১৯৯১ চনৰ গ্ৰীষ্ম কালত আমি গোটেই পৰিয়ালটো দিল্লীলৈ বুলি যাত্ৰা কৰো। বিশেষকৈ ইয়াৰ কাৰণ দুটা আছিল, এটা হ'ল ১৯৮৮ চনৰ পৰা ৰূপম দিল্লীত থকা তিনিবছৰেই হ'বৰ হ'ল আমি তাক চাবলৈ যোৱা নাই। দ্বিতীয়টো হ'ল মই আৰু এবাৰ আলিগড়লৈ ছুনুৰাণীৰ কাষলৈ যাব লাগে আৰু এটা কৃত্ৰিম চকু তৈয়াৰ কৰিবলৈ। দিল্লীলৈ যোৱাৰ আগে আগে একানব্বৈৰ সাধাৰণ নিৰ্ব্বাচনত ভোট দি আহিছো। দিল্লীৰপৰা চাৰি দিনৰ বাবে আলিগড়লৈ আহি ‘ৰ'জ গেষ্ট হাউছ'ত আছোহি। আলিগড়ত থাকোতেই ভোট গণনা আৰম্ভ হৈছে আৰু অসমত ‘অসম গণ পৰিষদ’ চৰকাৰৰ পতন হৈছে। দিল্লীত ‘অসম ভৱনত’ আমি আছিলো। আলিগড়ৰ পৰা ঘূৰি আহোতে দিল্লীৰ ‘অসম ভৱন'ত কৰ্ত্তব্যৰত বিষয়াসকলে হিতেশ্বৰ শইকীয়া নেতৃত্বাধীন চৰকাৰৰ সাংসদসকলক আদৰিবলৈ খদমদম লগোৱা দেখা পালো। সকলো আবাসীকেই কোঠালী খালী কৰিবলৈ অনুৰোধতকৈ বেচি দাবী কৰা হ'ল যদিওবা সকলোৰেই দিশপুৰৰ প্ৰশাসনিক বিভাগৰ অনুমতি সাপেক্ষেই তাত আছিলগৈ বিভিন্ন কাৰণত। যি নহওঁক সেই সময়ত ‘অসম ভৱন'ত বিশেষ কৰ্ত্তব্যৰত বিষয়া হিচাপে কাৰ্য্য নিৰ্ব্বাহ কৰি থকা শান্তনু ঠাকুৰৰ সহৃদয়তাৰ বাবে আমি ‘অসম ভৱন'ৰ কোঠালী খালী কৰিব লগা ন'হল।

আমি দিল্লীত থকা কালতে এৰাতিৰ বাবে হৰিদ্বাৰলৈ গ'লো। নিশাটো হোটেলতে কটাই শেষ ৰাতিয়েই উঠি গংগাত স্নান কৰি, হৰিদ্বাৰ মন্দিৰৰ অভিজ্ঞতা লৈ তাৰ মনসা মন্দিৰলৈ ৰোপৱে'ৰে গৈ দৰ্শন কৰি, দুপৰীয়াৰ সাজ সোনকালে খাই পুনৰ দিল্লীলৈ ঘূৰি আহিলো। হৰিদ্বাৰত

গংগা নৈৰ কাষত শাৰী শাৰী ভাতৰ আৰু বিভিন্ন ধৰণৰ খাদ্যৰদোকান। তাত এটা কথাই মোক বৰ আপ্লুত কৰিলে। এই হোটেল বিলাকৰ মাজত কিছু হোটেল দেখিলো যি বোৰৰ নাম -'ঠাকুৰদাৰ দুকান', ঠাকুৰ মাৰ দোকান', 'মেষ্টমসায়েৰ দুকান', দিদিমণিৰ দোকান' ইত্যাদি। এই হোটেল বোৰত সম্পূৰ্ণ সাত্বিক আহাৰ পোৱা যায়। খবৰলৈ গম পালো কেইবাপুৰুষৰ আগতে কিছু বঙালীলোকে হৰিদ্বাৰলৈ আহি এই হোটেলবোৰ খুলিছিল। আমাৰ লগত এই যাত্ৰাত গিৰিবাইদেৱো আছিল।

১৯৯১ চনৰ নবেম্বৰ মাহৰ সাত তাৰিখে 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'ৰ সাংস্কৃতিক প্ৰকল্পটোৰ শুভ উদ্বোধন হয়। তাৰ সতে থকা ভাস্কৰ আৰ্ট গেলেৰীটো নিৰ্মাণৰ বাবে 'উলিয়ামছন মেগৰ' কোম্পানীয়ে এক লাখ টকাৰ এক অনুদান আগবঢ়াইছিল। ইয়াৰ শুভ উদ্বোধন কৰেহি ভাৰতবৰ্ষৰ প্ৰসিদ্ধ চিত্ৰকৰ শুভপ্ৰসন্নই। কামৰূপ নাট্য সমিতিয়ে নিয়মীয়াকৈ চাৰি-পাঁচ গৰাকীকৈ থলুৱা শিল্পীৰ চিত্ৰকৰ্ম এই গেলেৰীত প্ৰদৰ্শনীৰ দিহা কৰে আৰু লগতে ইয়াৰ বিক্ৰীৰো ব্যৱস্থা কৰে। কিছুদিনলৈ এই প্ৰদৰ্শনী আৰু বিক্ৰী বৰ ভালদৰে চলি আছিল। ১৯৯১ চনৰ জানুৱাৰী মাহৰ ১৭ তাৰিখে 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'ৰ নৱনিৰ্মিত মঞ্চটোৰ ইতিমধ্যে শুভ উদ্বোধন হয়। একালৰ কামৰূপ নাট্য সমিতিৰ কৃতি অভিনেতা খগেন ৰায়চৌধুৰী ডাঙৰীয়াই মঞ্চৰ শুভ উদ্বোধন কৰে। ৰাইজৰ বিপুল সঁহাৰি আৰু উদ্দীপনাৰ মাজত নাট্য মঞ্চৰ উদ্বোধনী অনুষ্ঠানৰ সামৰণি পৰে।

১৯৯২ চনৰ আগভাগতে আমি 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'ৰ প্ৰেক্ষাগৃহটোৰ নিৰ্মাণৰ পৰিকল্পনা কৰো। এইবাৰ পৰিকল্পনাৰ সতে স্থাপত্যবিদ, বন্ধুবৰ যোগদা ভূঞাৰ সহায় লোৱা হ'ল। এই ঐতিহ্যপূৰ্ণ প্ৰেক্ষাগৃহটোৰ পুনৰ নিৰ্মাণৰ নক্সা আদি তেওঁ বিনামূলীয়াকৈ তৈয়াৰ কৰি দিয়াৰ দায়িত্ব লয়। আঁচনি মতে কাম আগবাঢ়িব ধৰে। প্ৰায় পঞ্চাশ লাখ টকাৰ এই আঁচনিখনৰ ধন সংগ্ৰহৰ প্ৰক্ৰিয়া আৰম্ভ হ'ল। লিখা পঢ়াৰ সম্পূৰ্ণ দায়িত্ব মোৰ ওপৰত পুনৰ আহি পৰিলহি। সাত বছৰ আগত যে মই দুটাকৈ অস্ত্ৰোপচাৰ কৰি শৰীৰৰ দুটা গুৰুত্বপূৰ্ণ অংগ উলিয়াই কৃত্ৰিম উপায়েৰে চলি থকা এই কথাটো মই সম্পূৰ্ণ পাহৰি থাকিলো।

১৯৯২ চনৰ আগভাগতে আন এটা ঘটনা ঘটে। ১৯৯০ চনৰ দ্বিতীয়াৰ্দ্ধত অসম কাৰ্বনৰ পৰিচালন সঞ্চালক পি.চি. গোৱেংকাদেৱৰ ঘৰত এটা সশস্ত্ৰ দলে সন্ধ্যা সময়ত আহি এক বৃহৎ অংকৰ ধন দাবী কৰে আৰু সেই দিনাই তেখেতৰ ভতিজাকৰ ব্যক্তিগত গাড়ীখন বলপূৰ্বক ভাবে লৈ যায়। যিহেতু গাড়ীখনৰ বীমা আছিল গতিকে চান্দমাৰী আৰক্ষী থানাত গাড়ীখন চুৰি হোৱা কাৰ্য্যৰ এখন এজাহাৰ দি থোৱা হৈছিল। এই কামবোৰৰ দায়িত্ব মোৰ ওপৰত অৰ্পিত আছিল বাবে এজাহাৰত মই চহী কৰিছিলো। তাৰ প্ৰায় দুই বছৰৰ পিছত গুৱাহাটীৰ জ্যোতি নগৰ অঞ্চলত গ্ৰেনেদ বিস্ফোৰণ হৈ গাড়ী চালক জনৰ ঘটনাস্থলীতে মৃত্যু ঘটে আৰু গাড়ীখনৰ বেয়াকৈ ক্ষতি হয়। গাড়ীখনৰ নম্বৰ আৰু ৰেজিষ্ট্ৰেচন নগালেণ্ডৰ আছিল। গাড়ীখনৰ ৰং পাতল চকলেট ৰঙৰ আছিল। ঘটনাটোৰ পিছত তাৰ মৃত চালকজন এজন দুৰ্দ্ধৰ্ষ আলফা সদস্য হোৱা হেতুকে ঘটনাটোৱে বিশেষভাবে সকলোৰে দৃষ্টি আৰ্কষণ কৰিছিল। গাড়ীখন চান্দমাৰী থানালৈ অনা হ'ল। তাত গাড়ীখনৰ চেচিছ নম্বৰ চোৱাত অসম কাৰ্বনৰ গাড়ীখনৰ চেচিছ নম্বৰৰ লগত মিলি যোৱাত তেতিয়াহে গম পোৱা গ'ল যে সেইখনেই অসম কাৰ্বনৰ আলফাই লৈ যোৱা গাড়ীখন। যদিও তাৰ ৰং আৰু ৰেজিষ্ট্ৰেচন নম্বৰ আদি সম্পূৰ্ণভাবে সলনি কৰি পেলোৱা হৈছে।

এই ঘটনাৰ পোন্ধৰ দিনমানৰ পিছত আমাৰ ঘৰৰ সতে সম্বন্ধ থকা কটন কলেজৰ প্ৰাক্তন বহু দায়িত্বশীল এজন যুৱক মোক লগ পাবলৈ আহে আৰু মোক প্ৰায় ধমকীৰ সুৰত কয়হি যে গাড়ীখন হেৰোৱাৰ খবৰ আৰক্ষীক দি আৰু এতিয়া গাড়ীখন আৰক্ষীয়ে ধৰা পেলোৱাৰ পিছৰ ঘটনাক্ৰমৰ বাবে আপুনি সংগঠনৰ ফালৰপৰা শাস্তি পাব লাগিব, এতিয়াও দুবছৰৰ আগতে আৰক্ষীক দিয়া লিখিত এজাহাৰ খন উঠাই লওক। মাত্ৰ মই এটাই উত্তৰ দিছিলো যে মই যি কৰিছো মোৰ দায়িত্বৰ বাবেই কৰিছো। ইয়াৰ বাবে যি কোনো সংগঠনে মোক শাস্তি দিলেও মই ভয় নকৰো। তুমি মোক ভীতি প্ৰদৰ্শন নকৰি, যাব পাৰা!' বৰ্ত্তমান সেই যুৱক জনেই অসম মন্ত্ৰীসভাৰ এজন গুৰুত্বশীল মন্ত্ৰী।

[illegible] চনতে আমাৰ কন্যা ময়ূৰীয়ে অৰ্থনীতিত সন্মান সহ [illegible] পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হয়। তাই দিল্লীত কিছু উচ্চ শিক্ষাৰ [illegible] বাবে [illegible] দিল্লীলৈ যাত্ৰা কৰিছে।

১৯৯৩ চনৰ আৰম্ভণিতে ৰণ্‌জিত দাস পৰিচালিত 'প্ৰত্যাবৰ্ত্তন' কথাছবিখনৰ এক গুৰুত্বপূৰ্ণ চৰিত্ৰৰ বাবে আমন্ত্ৰণ পাওঁ। এই ছবিখনৰ নায়কৰ ভূমিকাত অৱতীৰ্ণ হৈছিল তপন দাস আৰু আন এক গুৰুত্বপূৰ্ণ চৰিত্ৰত আছিল অৰুণ নাথ। অতি কম সময়তে শ্যুটিং সম্পূৰ্ণ কৰা 'প্ৰত্যাবৰ্ত্তন'ৰ যোগেদি পূৰ্ণ পয়োভৰৰ কথাছবি অভিনয়লৈ মোৰো প্ৰত্যাবৰ্ত্তন ঘটে। কথাছবিখনে অসমৰ বিভিন্ন ছবিগৃহত মুক্তিলভে সেই বছৰৰে ১২ নৱেম্বৰ তাৰিখে আৰু ছবিখনক ৰাইজে যথেষ্ট মৰমেৰে গ্ৰহণ কৰে। 'প্ৰত্যাবৰ্ত্তন' বহু আশাৰ ছবি', 'প্ৰত্যাশিত প্ৰত্যাবৰ্ত্তন', 'প্ৰত্যাবৰ্ত্তন' সুস্থ ৰুচিৰ পৰিচ্ছন্ন ছবি', 'এখন বলিষ্ঠ ছবি প্ৰত্যাবৰ্ত্তন' আদি নানান শিৰোনামাৰে বিভিন্ন বাতৰি কাকতত 'প্ৰত্যাবৰ্ত্তন'ৰ পৰ্য্যালোচনা প্ৰকাশ পালে।' বৰদেউতাৰ এলবামটোৰপৰা সংগ্ৰহ কৰা 'প্ৰত্যাবৰ্ত্তন'ত তেওঁৰ অভিনয় প্ৰশংসাৰ অংশ বিশেষ আছিল এনেধৰণৰ-

'প্ৰবীণ অভিনেতা ঈশান বৰুৱাই দক্ষতাৰে নিজৰ চৰিত্ৰ [illegible]গবঢ়াই নিছে'।

*('নতুন দৈনিক')*

'আন এটি মুখ্য চৰিত্ৰ পাৱাৰ প্লেন্টৰ উচ্চ বিষয়া চলিহাৰ চৰিত্ৰত সুদক্ষ অভিনেতা ঈশান বৰুৱাই মন ছুই যোৱা অভিনয় কৰিছে। চৰিত্ৰটোত যেন তেওঁ সহজেই সোমাই যাব পাৰিছে'।

*('জনক্ৰান্তি' - ১১/১২/১৯৯৩)*

'চলিহাৰ চৰিত্ৰত ঈশান বৰুৱাৰ অভিনয় সুন্দৰ হৈছে'।

*('সান্ধ্য বাতৰি' ৬/১১/১৯৯৩)*

'প্ৰবীন আৰু অভিজ্ঞ অভিনেতা ঈশান বৰুৱাই তেওঁৰ অভিজাত চৰিত্ৰটো অতি সুন্দৰভাৱে ফুটাই তুলিছে'। ('শিল্পীৰ পৃথিৱী')

পুনৰ বৰদেউতাই কৈ গৈছিল- 'সেই বছৰতে ৰূপমে দিল্লীৰ পৰা গুৱাহাটীলৈ ঘূৰি আহে আৰু চাকৰিৰ বাবে চেষ্টা চলায়। 'ব্লু- পাষ্ট' বোলা

কোম্পানীটোত ৰূপমে চাকৰি পায়। এইখিনি সময়তে কুলদা কুমাৰ ভট্টাচাৰ্য্যই গুৱাহাটী দূৰদৰ্শনৰ বাবে জৈন ষ্টুডিঅ'ৰ প্ৰযোজনাত মহেন্দ্ৰ বৰঠাকুৰৰ কাহিনী আৰু চিত্ৰনাট্যৰ আধাৰত 'তেজাল ঘোঁৰা' নামৰ তেৰটা খণ্ডৰ ধাৰাবাহিকখনৰ প্ৰস্তুতি পৰ্ব্ব আৰম্ভ কৰে। মোক ধাৰাবাহিকখনৰ মুখ্য চৰিত্ৰ সুৰঞ্জন চৌধুৰীৰ ভূমিকাৰ বাবে নিৰ্ব্বাচিত কৰা হৈছে। আন আন চৰিত্ৰত থাকিব ডাঃ সান্ত্বনা বৰদলৈ, নিকুমণি বৰুৱা, টিনা মাহ্মুদ, মিন্টু বৰুৱা আৰু কুলদা কুমাৰ ভট্টাচাৰ্য্য নিজে।' বৰদেউতাৰ কথাখিনি শুনিয়েই মোৰ ভাল লাগি আহিল কাৰণ এইখন দূৰদৰ্শনৰ ধাৰাবাহিকৰ পৰাই বৰদেউতাৰ অভিনয় গভীৰ ভাৱে চাবলৈ আৰু অভিনয় কলাক অন্তৰ্দৃষ্টিৰে চোৱাৰ সুযোগ পালো। 'তেজাল ঘোঁৰা' ধাৰাবাহিকখনে আজিও হৃদয়ত স্থান অধিকাৰ কৰি আছে।

বৰদেউতাই কৈ গৈছিল—'সেইদিনা আগষ্ট মাহৰ একৈশ তাৰিখ। গুৱাহাটীৰ অম্বৰীশ হোটেলৰ চতুৰ্থ মহলাৰ পূবদিশৰ এটা কোঠাত শোৱনী কোঠাৰ দৃশ্যগ্ৰহণ আৰম্ভ হৈছে। সেই দিনাৰ দৃশ্যগ্ৰহণত চৰিত্ৰ মাত্ৰ দুটা। মই আৰু ডাঃ সান্ত্বনা বৰদলৈ। ৰাতিপুৱাৰে পৰা দৃশ্যগ্ৰহণ আৰম্ভ হৈছে। দুপৰীয়াৰপৰা কোঠাটো অতিপাত গৰম হোৱাৰ বাবেই নেকি বৰ গৰম উঠিছিল। চিত্ৰগ্ৰহণকাৰী অজীন বৰুৱা দৃশ্যগ্ৰহণত ব্যস্ত। আবেলি সময়ত এটা দৃশ্যৰ কাম শেষ হোৱাত আৰু আনটো দৃশ্যৰ বাবে লাইট ঠিক কৰিবলৈ সময় লোৱা হেতুকে ডাঃ সান্ত্বনা বৰদলৈ তেওঁৰ চেম্বাৰৰ পৰা এপাক মাৰি আহিবলৈ বিচাৰিলে। মোৰ অতিপাত গৰম উঠাৰ বাবে ঘৰলৈ এপাক গৈ গাটো ধুই আহিবৰ বাবে পৰিচালক কুলদা কুমাৰ ভট্টাচাৰ্য্যৰ পৰা অনুমতি বিচাৰিলো। তেখেতৰ পৰা অনুমতি লৈ ঘৰ পাওঁতে ঘৰত ৰূপমৰ বাহিৰে কোনো নাছিল। মই সোধাত ক'লে যে কিৰণ মোৰ ডাঙৰ ককাইদেউ কৃষ্ণ প্ৰসাদৰ ঘৰলৈ গৈছে, হঠাৎ তেওঁ অসুস্থ হৈ পৰাৰ বাবে। মই আহি পোৱাৰ লগে লগে ততালিকে মোক তালৈ এবাৰ যাবলৈ কৈছে। মই গাটো ধুই ল'ব খুজিলো। ৰূপমে ক'লে —'নালাগে, আহি একেবাৰে ধুবা।' ৰূপমক লগত লৈ শ্যুটিঙৰপৰা অহা গাড়ীখনেৰেই ককাইদেউৰ ঘৰলৈ বুলি ৰাওনা হ'লো। চান্দমাৰীৰ কৃষ্ণ নগৰত থকা ককাইদেউৰ ঘৰৰ

পদুলিত নামিয়েই ঘৰখনত ওচৰ চুবুৰীয়া আৰু আত্মীয়সকলৰ সমাগম দেখি বুকুখন চিৰিংকৈ গ'ল। সকলোৱেই মৌনে গহীণভাৱে চোৱা দেখিলো কিন্তু কোনেও একো নক'লে। ময়ো কাৰো লগত একো কথা নাপাতি পোনেই ককাইদেউৰ ঘৰৰ ওপৰ মহলালৈ খোজ দিলো। ওপৰ মহলাৰ চিৰিৰে উঠোতেই মোৰ ভতিজা ৰন্তুৱে মোক দেখি চিঞৰি উঠিল আৰু মোক সাৱটি ধৰি কান্দিবলৈ ধৰিলে 'দেউতা নাই' বুলি। তেতিয়াহে মই গম পালো কৃষ্ণ ককাইদেউ এঘন্টামানৰ আগতেই ঢুকাইছে। কিৰণ খবৰ পায়েই প্ৰায় লগে লগেই আহিছে। ৰূপমেও কথাটো জানে। মাত্ৰ মই কথাটো শুনি শ্বক্ পাওঁ বুলিয়েই ঘৰতে কথাখিনি ক'বলৈ সাহস গোটাব পৰা নাছিল। মই হুকহুকাই কান্দি উঠিলো। মোৰ লগত ডাঙৰ ককাইদেউৰ সম্পৰ্ক হৃদয়ৰ আছিল। নবৌৰ কাষলৈ সাহস গোটাই আগবাঢ়িলো। মাতৃসমা নবৌৱে মোক সাৱটি ধৰিলে। তেওঁ সম্পূৰ্ণৰূপে ভাগি পৰিছে। লাহে লাহে নিজকে চম্ভালি লৈ ককাইদেউৰ চৰণত সেৱা কৰি ওলাই আহিলো। লগতে ৰূপমকো লৈ আহিলো।

মই 'তেজাল ঘোঁৰা'ৰ দৃশ্য এটাৰ বাবে লাইট ঠিক কৰা সময়খিনিতে গা ধুই লওঁ বুলি ঘৰলৈ আহি এক সম্পূৰ্ণ বেদনাদায়ক পৰিস্থিতিৰ সন্মুখীন হৈ পৰিলোঁহি। আনফালে 'তেজাল ঘোঁৰা'ৰ দৃশ্যগ্ৰহণ চলি আছে। ১৯৬১ চনৰ 'এই ফুল এই ৰং' নামৰ নাটক মঞ্চস্থৰ আগদিনা মা একাঙ্গী ৰোগত আক্ৰান্ত হোৱাৰ কথা মনত পৰিল। ভাৱিলো মই এতিয়া সাহসেৰে পৰিস্থিতিৰ সন্মুখীন হ'ব লাগিব নহ'লে 'তেজাল ঘোঁৰা'ৰ সমগ্ৰ ইউনিটটোৱেই বিপদত পৰিব। শ্বুটিঙৰ পৰা গা ধুম বুলি অনা গাড়ী খনেৰেই ৰূপমক অম্বৰীশ হোটেললৈ পঠিয়াই দিলো। কুলদা কুমাৰ ভট্টাচাৰ্য্যক লগ ধৰি গোটেই পৰিস্থিতিটোৰ বিষয়ে বুজাই ক'বলৈ আৰু মই যে সেই মুহূৰ্ত্তত ককাইদেউৰ মৃত শৰীৰটো এৰি শ্বুটিঙলৈ যোৱাটো অসম্ভৱ তাকো ক'বলৈ ক'লো। ভট্টাচাৰ্য্য দাদাই পৰিস্থিতিটোৰ বিষয়ে বুজি সেই সন্ধ্যা মোৰ এংগলৰ শ্বটবোৰ নলৈ কেৱল সান্ত্বনা বৰদলৈৰ শ্বটবোৰ লৈয়েই সেইদিনাৰ শ্বুটিং সামৰিলে। কেৱল মাত্ৰ এটা শ্বটত মোৰ আঁঠুটোৰ প্ৰয়োজন হোৱাত মোৰ পাইজামাটো পিন্ধাই আন এজনৰ আঁঠুটোকে

ব্যৱহাৰ কৰি শ্বুটিং ল'লে। তেখেতৰো চিন্তা হ'ল মই এতিয়া কি সিদ্ধান্ত লওঁ!

ককাইদেউৰ সৰু ছোৱালী ৰঞ্জনা দিল্লীত আছে। সিদ্ধান্ত হ'ল তাই আহি নোপোৱালৈকে ককাইদেউৰ সৎকাৰ নহয়। তাই পিছদিনা পিছবেলাহে দিল্লীৰ পৰা আহি পাবহি। সেয়েহে ককাইদেউৰ সৎকাৰ পিছদিনাখনহে সম্পন্ন হ'ব। সেই নিশা কিৰণক নবৌৰ লগত এৰি ৰূপমক লৈ ঘৰলৈ আহিলো। বিছনাত পৰি গোটেই নিশা মই শুব নোৱাৰিলো। মনতে ভাবিলো এটা ডাঙৰ সিদ্ধান্ত ল'ব লাগিব ৰাতিটোৰ ভিতৰতে, নহ'লে সম্পূৰ্ণ মোৰ আৰু সান্ত্বনাৰ ওপৰতে নিৰ্ভয় কৰা 'তেজাল ঘোঁৰা'ৰ দৃশ্য গ্ৰহণত স্থবিৰতা আহি পৰিবহি। মই ডাড়ি পৰ্য্যন্তও দহালৈকে খুৰাব নোৱাৰিম। মোৰ Continuity নাথাকিব, ইত্যাদি কথাবোৰ চিন্তা কৰি থাকোতেই ৰাতিপুৱাল। মুখ হাত ধুই কুলদা কুমাৰ ভট্টাচাৰ্য্য দাদালৈ ফোন কৰিলো। বেণুদায়ো (কুলদা কুমাৰ ভট্টাচাৰ্য্য) চিন্তা কৰিছে মই কি সিদ্ধান্ত লওঁ! নহ'লে শ্বুটিঙত বৰ খেলিমেলি হ'ব। মই বেণুদাক ক'লো মই শ্বুটিং কৰিম। কেৱল তিনিদিনমানৰ বাবে তিলনি হৈ নোযোৱালৈকে তেখেতে শ্বুটিঙৰ Schedule টো মোৰ লগত মিলাই কৰিব লাগিব। তেখেতেও স্বস্তিৰ নিশ্বাস পেলালে আৰু মোৰ কথাত মান্তি হ'ল। লগতে মই ক'লো যে দাদাৰ সৎকাৰ সেইদিনা পিছবেলাহে হ'ব। গতিকে মই আগবেলা শ্বুটিঙলৈ যাম। মোক মাত্ৰ এটা বজাৰ আগতে এৰি দিলেই হ'ব। তেখেতে বাকীবিলাকলৈ ফোন কৰি মোক আধা ঘন্টাৰ ভিতৰতে জনাব বুলি ক'লে আৰু মোৰ সাহসৰ প্ৰতি তেখেতে মোক ধন্যবাদ জনালে। ইফালে ময়ো এটা ডাঙৰ সিদ্ধান্ত লৈ তাৰ প্ৰতিক্ৰিয়াৰ বাবে মানসিক ভাবে প্ৰস্তুত হ'বলৈ ধৰিলো। আধাঘন্টা মানৰ ভিতৰতেই বেণুদাৰ ফোন আহিল যে আঠ বজাৰ লগে লগে মোৰ তালৈ গাড়ী পঠাব। ন বজাৰ পৰা শ্বুটিং ৰাখিছে। তেখেতে মোক একবজাৰ আগে আগে এৰি দিব। মই মাত্ৰ ক'লো গাড়ীখন ছাৰে সাত বজাতে পঠাওক। মই যাওঁতে ককাইদেউৰ ঘৰহৈ তেখেতৰ চৰণ চুই যাম মোৰ এই সিদ্ধান্তৰ বাবে যেন তেখেতৰ আত্মাই মোক ক্ষমা কৰে। সেইমতেই গাড়ীখন আহিল। মই ককাইদেউৰ মৃত শৰীৰৰ ওচৰত

চকু মুদি কিছুসময় ঠিয়হৈ থাকি, তেখেতৰ চৰণ ছুই ক্ষমা প্রার্থনা জনাই, আন কাকো শুটিঙৰ বিষয়ে একো নকৈ কেৱল মাত্র কিৰণক মোৰ সিদ্ধান্তৰ বিষয়ে কৈয়ে শুটিঙলৈ বুলি ৰাওনা হ'লো। 'তেজাল ঘোঁৰা'ৰ ইউনিটে মোৰ সিদ্ধান্তৰ বিষয়ে জানি স্বস্তিৰ নিশ্বাস পেলালে। পিছৰ তিনি, চাৰি দিন মোৰ সুবিধাৰ সতে ৰজিতা খুৱাই 'তেজাল ঘোঁৰা'ৰ শুটিং আগবাঢ়িল। কোনোৱে মোৰ সিদ্ধান্তৰ ওপৰত কৃতজ্ঞতা জনালে, কোনোৱে মোৰ সিদ্ধান্তৰ ঘোৰ সমালোচনাও কৰিলে।

এইদৰেই ককাইদেউৰ কাজ-কাৰ্মৰ ভিতৰতে পৰিচালক তথা 'তেজাল ঘোঁৰা'ৰ গোটেই ইউনিটটোৰ সহযোগত 'তেজাল ঘোঁৰা'ৰ দৃশ্য গ্রহণৰ কাম ঠিকমতেই সম্পূর্ণ হ'ল। ১৯৯৪ চনত 'তেজাল ঘোঁৰা'ৰ সম্প্রচাৰ আৰম্ভ হয়। এই ধাৰাৱাহিকখনে অসমৰ দর্শক ৰাইজক যথেষ্ট পুলকিত কৰি তোলে। মই মাত্র এটা উদাহৰণ দিব খুজিছো- এটা বিয়া পাৰ্টি লক্ষীমপুৰৰ পৰা তেজপুৰলৈ আহিছে। দৰাপাৰ্টি দূৰণিবটীয়া হোৱা বাবে তেওঁলোকৰ জিৰণিৰ বাবে ঠাই এটুকুৰা ঠিক কৰিছে। দৰাপাৰ্টি আহি পাওঁতে সন্ধ্যা হৈছে। চাহ জলপানেৰে দৰাপাৰ্টিক আপ্যায়িত কৰিবলৈ কইনা-ঘৰীয়াসকল দলেবলে আহি দেখে যে কেইজনমানৰ বাহিৰে দৰাৰ লগত অহা লোক সেই ঠাইত নাই। আধা ঘণ্টামানৰ মূৰত ওচৰ পাঁজৰে থকা বাসিন্দাৰ ঘৰবোৰৰ পৰা লোকসকল দুজন, চাৰিজনকৈ ওলাই আহি জিৰণি লোৱা ঠাই পালেহি। কইনাঘৰীয়া লোকে সুধিলে -'আপোনালোকনো ক'লৈ গৈছিল'। উত্তৰ আহিল-'নক'ব বুজিছেনে, দূৰদর্শনত 'তেজাল ঘোঁৰা' দিয়া সময় হ'ল নহয়, ধাৰাবাহিকতা ৰক্ষা কৰাৰ বাবেই চাবলৈ গ'লো, বেয়া নাপাব!'

'তেজাল ঘোঁৰা' ধাৰাবাহিকখনৰ সম্পৰ্কে বিভিন্ন বাতৰি কাকতত প্রশংসাসূচক পৰ্য্যালোচনা প্রকাশ পাইছিল এইধৰণে —

'গুৱাহাটী দূৰদর্শন কেন্দ্রৰ ধাৰাবাহিকৰ এনে খৰাং বতৰৰ পৰত 'তেজাল ঘোঁৰা' এক সুখদায়ক বৰ্ষাজলৰূপে পৰিগণিত হ'ব পৰাত অইন বহুজন দর্শকৰ লগতে আমিও যথেষ্ট আনন্দিত হৈছো।'

*('অসম বাণী' ২৭/৫/১৯৯৪)*

'শিল্পীসকলৰ অভিনয়ো অতি আকৰ্ষণীয় হৈছে। প্ৰত্যেকগৰাকী শিল্পীয়েই অতি উন্নতমানৰ অভিনয় কৰি দৰ্শকৰ অন্তৰ জয় কৰিবলৈ সক্ষম হৈছে। বিশেষকৈ কুলদা কুমাৰ ভট্টাচাৰ্য্য, ঈশান বৰুৱা, ডা° সান্তনা বৰদলৈ, মিন্টু বৰুৱা, টিনা ৰহমান আৰু নিকুমণি বৰুৱাৰ শক্তিশালী তথা মন পৰশা অভিনয় দৰ্শকৰ হৃদয়ত মচিব নোৱাৰা সাঁচ বহুৱাবলৈ সক্ষম হৈছে।'

*('ৰংপুৰ' ২৫/৫/১৯৯৪)*

'ইমান কলা সুলভ আৰু পৰিচ্ছন্ন 'তেজাল ঘোঁৰা' চাই মনলৈ ভাব আহিছে যে তেজাল ঘোঁৰা'ৰ দৰে ধাৰাবাহিক হিন্দীলৈ ডাব্ কৰি ৰাষ্ট্ৰীয় দূৰদৰ্শনৰ 'প্ৰাইম টাইম'ত সমগ্ৰ ভাৰতৰ দৰ্শকৰ বাবে সম্প্ৰচাৰৰ দিহা কৰিব পৰা নাযায় নে?

*('দৈনিক অসম' ৩/৬/১৯৯৪)*

'এখন বিশাল কোম্পানীৰ অহংকাৰী সামাজিক মান মৰ্য্যাদাৰে পীড়িত তথা আভিজাত্য গৰ্ব্বী মালিকৰ চৰিত্ৰত প্ৰবীণ অভিনেতা ঈশান বৰুৱাই সুন্দৰভাৱে ৰূপায়িত কৰিছে? তেওঁৰ মুক্ত অভিনয় প্ৰশংসনীয়।'

*('চিত্ৰ সংবাদ' ১৭/৬/৯৪)*

সেই বছৰতে অনাতাঁৰ যোগে এখন গুৰুত্বপূৰ্ণ ধাৰাবাহিকৰ প্ৰচেষ্টা চলে। উইলিয়াম শ্বেক্সপিয়েৰৰ কীৰ্ত্তিকমল ভূঞাই কৰা অনাতাঁৰ অভিযোজনা 'হেমলেট'। পৰিচালনা কুলদা কুমাৰ ভট্টাচাৰ্য্যৰ। কাব্যিক গুণৰাজী অটুত ৰাখি বৰ্ত্তমান কালত ৰচিত নাটৰ ভিতৰত কীৰ্ত্তিকমল ভূঞাৰ 'হেমলেট' এক অনন্য সৃষ্টি।

তেতিয়াই আমাৰ কন্যা ময়ূৰীয়ে দিল্লীত 'নেচনেল ইন্সিটিউট অৱ চেলচ্ এণ্ড মাৰ্কেটিঙ'ৰ এবছৰীয়া ডিপ্লমাৰ বাবে নামভৰ্ত্তি কৰে। কৃষ্ণ ককাইদেউ ঢুকুৱাৰ সময়ত ময়ূৰী দিল্লীতে আছিল। এবছৰৰ প্ৰশিক্ষণৰ পিছত ১৯৯৪ চনত গুৱাহাটীলৈ ঘূৰি আহে আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ এম.বি.এ: শ্ৰেণীত নামভৰ্ত্তি কৰে। এম.বি.এ. পঢ়ি থকাৰ সময়তে ময়ূৰীৰ পল্টন বজাৰ অঞ্চলৰ চিত্তানন্দ ভৰালী আৰু ড° অৰুণিমা ভৰালীৰ একমাত্ৰ পুত্ৰ স্বপ্নিল ভৰালীৰ সতে বিয়া ঠিক হয়। কলেজত পঢ়ি থকা সময়ৰে পৰা স্বপ্নিলৰ লগত ময়ূৰীৰ ভাবৰ আদান-প্ৰদান আছিল।

১৯৯৪ চনৰ শেষৰ ফালে অমৃত দাদাই আমেৰিকাৰ পৰা তেওঁৰ দুজন পুত্ৰৰ সৰুজন পুত্ৰ অসীমক লৈ অসমলৈ আহে। সেইখিনি সময়তে গুৱাহাটী দূৰদৰ্শনত কবি গৌতমপ্ৰসাদ বৰুৱাৰ এক সাক্ষাৎকাৰ গ্ৰহণৰ বাবে মোক আমন্ত্ৰণ জনায়। এই সাক্ষাৎকাৰটো ডিচেম্বৰ মাহৰ ১৭ তাৰিখে সম্প্ৰচাৰ হয়। অসমৰ বিভিন্ন ঠাইৰ দৰ্শকে এই সাক্ষাৎকাৰটো চাই বাতৰি কাকতলৈ চিঠিৰে জনাইছিল আৰু ইয়াক উপভোগ্য সাক্ষাৎকাৰ হিচাপে অভিহিত কৰিছিল —

"যোৱা ১৭ ডিচেম্বৰ দেওবাৰে সন্ধিয়া গুৱাহাটী দূৰদৰ্শনৰ পৰ্দাত গৌতম প্ৰসাদ বৰুৱাৰ লগত ঈশান বৰুৱাই লোৱা সাক্ষাৎকাৰটো সঁচাকৈয়ে উপভোগ্য আছিল। সাক্ষাৎ গ্ৰহণ কৰাটো যেনেদৰে এটা কলা ঠিক তেনেদৰে সাক্ষাৎকাৰত উত্তৰ দিয়াটোও একপ্ৰকাৰ কলা। অতি ব্যতিক্ৰমভাৱে যোৱা দেওবাৰৰ দিনাৰ সাক্ষাৎকাৰটো আছিল শ্ৰুতি মধুৰ। প্ৰথমবাৰৰ বাবে দূৰদৰ্শনৰ পৰ্দাত এটা সুন্দৰ আৰু মনোৰম সাক্ষাৎকাৰ শুনাৰ সুযোগ আমি লাভ কৰিলো।"

*(ড° প্ৰাণজিৎ হাজৰিকা, জামুগুৰিহাট,*
*'আজিৰ অসম' ৩১/১২/১৯৯৫)*

"ঈশান বৰুৱাই স্বকীয় ভঙ্গিমাৰে উপস্থাপন কৰা অনুষ্ঠানটি অতি সুন্দৰ, অগতানুগতিক আৰু জীৱন্ত। অনুষ্ঠানটি চাই থাকোতে অনুভৱ হৈছিল, গুৱাহাটী দূৰদৰ্শনৰ আন আন কথোপকথনৰ অনুষ্ঠানবোৰ কিমান নিৰস আৰু যান্ত্ৰিক। উক্ত অনুষ্ঠানটিক কেৱল মাত্ৰ দুজন ব্যক্তি আৰু দূৰদৰ্শনৰ ষ্টুডিঅ'ৰ চাৰিবেৰৰ মাজত আবদ্ধ নাৰাখি দৰ্শকসকলক কবিতাৰ এখন বৃহৎ জগতলৈ লৈ গৈছিল।"

*(শিখা মহন্ত - 'আজিৰ অসম' ৫/১/১৯৯৬)*

এফালে অমৃত দাদাই ভতিজাটোক লৈ অসমখন দেখুৱাবলৈ আৰু আত্মীয়সকলক লগ পাবলৈ আহিছে। দ্বিতীয়তে ময়ূৰীৰ বিয়াৰ যো-জা চলিছে। ময়ূৰীৰ বিয়াখনৰ যোগাৰ কিৰণেই কৰিছে বুলিলেও বঢ়াই কোৱা নহয়, কাৰণ জীৱনটোত টকা পইচা সঁচাৰ ক্ষেত্ৰত মই total failure! কিৰণে তেওঁৰ সাঁচতীয়া ধন প্ৰায় গোটেইখিনি ময়ূৰীৰ বিয়াৰ বাবে খৰচ

কৰিছে। তৃতীয়তে, 'তেজ্জাল ঘোঁৰা'ৰ সাফল্যৰ পিচত কমিছনদ্ প্ৰগেমৰ আধাৰত কুলদা কুমাৰ ভট্টাচাৰ্য্যই তেঁখেতৰ প্ৰযোজনাত নিৰ্মাণ কৰিবলৈ আগবাঢ়িছে মহেন্দ্ৰ বৰঠাকুৰৰ ৰচনা আৰু চিত্ৰনাট্যৰ আধাৰত 'ত্ৰিকাল' নামৰ ধাৰাবাহিকখন।

ভট্টাচাৰ্য্য দাদাই ইতিমধ্যে 'ত্ৰিকাল'ৰ চিত্ৰনাট্য মোক দিছে। ১৯৯৬ চনৰ জানুৱাৰীৰ মাজভাগৰ পৰা শোণিতপুৰ জিলাৰ বিশ্বনাথ চাৰিআলিৰ কাষৰ শাকমুঠি চাহবাগিছাত দৃশ্যগ্ৰহণ আৰম্ভ হ'বলগীয়া ছয়টা খণ্ডৰ ধাৰাবাহিক 'ত্ৰিকাল'ত অভিনয়ৰ বাবে আমাৰ পুত্ৰ ৰূপমকো নিৰ্ব্বাচন কৰিছে। তিনিটা পুৰুষৰ জীৱনগাঁঠাৰ আধাৰত নিমাৰ্ণ কৰিবলৈ আগবঢ়া এই ধাৰাবাহিকখনৰ তিনি পুৰুষৰ অভিনয়ৰ বাবে নিপন গোস্বামী, মোক আৰু ৰূপমক নিৰ্ব্বাচন কৰা হৈছে।

আনহাতে ১৯৯৫ চনৰ এপ্ৰিলমাহৰ ১৭ তাৰিখে অনুষ্ঠিত হ'বলগীয়া ময়ূৰীৰ বিয়াখনৰ বাবে প্ৰস্তুতিৰ কাম আৰম্ভ হৈছে। ইয়াৰ ভিতৰতে 'ত্ৰিকাল'ত অভিনয়ৰ বাবে আমন্ত্ৰণ। চৰিত্ৰটোৰ অভিনয়ৰ বাবে মত দি ভুলেই কৰিলো নেকি মনতে ভাবিবলৈ ধৰিলো — ঘৰত প্ৰথম বিয়া! এনেয়েও মনত এটা ভয় সোমাইছে। কিৰণে মোক নিৰ্ভয় দি ক'লে যে মই নিশ্চিন্তে 'ত্ৰিকাল'ৰ দৃশ্যগ্ৰহণৰ বাবে যাব পাৰো। তেওঁ এইফালে চম্ভালি ল'ব।

অমৃত দাদা আৰু ভতিজাটোৰ লগত মই আৰু ৰূপমো অসম ভ্ৰমণৰ বাবে ৰাওনা হ'লো। আমি কাজিৰঙা, তাৰ পিছত যোৰহাট, শিৱসাগৰ, মাকুম, ডিগবৈত ৰাতিটো কটাই অৰুনাচলৰ 'নামধাপা টাইগাৰ প্ৰজেক্ট'লৈ যাম। ঘূৰি আহোতে ডিগবৈত ৰাতিটো থাকি ক্ষুদ্ৰ চাহবাগান আৰু Seed farm কৰা মোৰ ভাগিনটো জিতামৃতৰ তাত দুপৰীয়াৰ ভাতসাঁজ খাই যোৰহাটলৈ বুলি ঘূৰি আহিম। ৰাতিটো যোৰহাটত কটাই পিছদিনা গুৱাহাটীলৈ বুলি ঘূৰিম, আমাৰ যাত্ৰা আৰম্ভ হ'ল।

ইয়াৰ আগতে কাজিৰঙালৈ বহুবাৰ গৈছো যদিও কোনোদিনেই কাজিৰঙাৰ ভিতৰত সোমোৱা নাছিলো। এইবাৰ জীপচী গাড়ীৰে কাজিৰঙাৰ ভিতৰলৈ 'চাফাৰি'ত গ'লো। সচৰাচৰ ব্যৱস্থা থকা হাতীৰ পিঠিত উঠি

কাজিৰঙা ভ্ৰমণ কৰা দৃশ্য আৰু গাড়ীৰে কাজিৰঙাৰ ভিতৰৰ 'চাফাৰি'ৰে যোৱা দৃশ্য সম্পূৰ্ণ ওলোটা। কাজিৰঙাৰ ভিতৰৰ নৈসৰ্গিক দৃশ্যাৱলীৰ বিষয়ে এবাৰ অভয়াৰণ্যৰ ভিতৰলৈ নগ'লে অনুভৱ কৰিব নোৱাৰি। আমি গৈ পোৱাৰ দিনা 'চাফাৰি'ৰ পৰা ঘূৰি আহোঁতে সন্ধ্যা হৈছে। আমি কঁহৰাৰ 'ৱাইল্ড গ্ৰাছ' হোটেলত ৰাতিটো কটাই পিছদিনা দুপৰীয়াৰ আগে আগে কঁহৰাৰ পৰা ওঠৰ কি'লোমিটাৰ দূৰত্বত থকা আৰীমুৰা ইনস্পেকছন বাংলোলৈ বুলি ৰাওনা হ'লো। আমি ৰাওনা হোৱাৰ আগে আগে ৱাইল্ড গ্ৰাছলৈ ডুমডুমাত থকা ভাগিন জিতামৃত আৰু ভাগিনবোৱাৰী দীপা আহি আমাৰ লগত যোগ দিলেহি। গুৱাহাটীৰ পৰা লতিকা বাইদেউ আৰু সৰু ভাগিনটো সত্যামৃত আহিছে। এই গোটেই যাত্ৰাটোৰ পৰিকল্পনাও কৰিছে সৰু ভাগিন সত্যামৃতে। ওঠৰ কি'লোমিটাৰ পথ অতিক্ৰম কৰি আৰমুৰায়া ইনস্পেকছন বাংলাটো পায়। এই বাংলাটোত কোনো বিজুলী সংযোগ নাই। ইনস্পেকছন বাংলোটোৰ পৰা বনৰীয়া জন্তুবোৰৰ বিচৰণৰ দৃশ্যবোৰ কোনোবা অজান দেশৰ সাধুকথাৰ দৰে লাগে। দূৰৈত ধূলি উৰুৱাই দুটা গড়ে যুঁজ কৰা দৃশ্য, মতা আৰু মাইকী গড়ৰ সঙ্গম আদি আপুৰুগীয়া দৃশ্য কেৱল এনেদৰে আৰীমুৰালৈ নাহিলে কোনো পৰ্যটকৰে দৃশ্যমান নহয় বুলি মই ভাৱো। ইয়াৰ আটাইতকৈ আপুৰুগীয়া দৃশ্যটো হ'ল সন্ধ্যা আৰু দোকমোকালিতে ইনস্পেকছন বাংলোটোৰ সমুখতে থকা বিলখনলৈ জন্তুবোৰে পানী খাবলৈ অহাৰ দৃশ্য। সেই সময়খিনিত যেন আটাইবোৰ জন্তুৱেই বন্ধুভাৱেহে আহিঁ পানী খাইছেহি। আন্ধাৰ নামি অহাৰ আগে আগে আৰু ৰাতিপুৱা পোহৰ হৈ.অহাৰ লগে লগে হাতী, গড় , গাহৰি, ম'হ, পহুৰ পৰা আৰম্ভ কৰি নানা বিৰল প্ৰজাতিৰ জন্তুৱে ঘন অৰণ্যৰ আৱৰণ ফালি পানী খাই পুনৰ ঘন আৰণ্যলৈ সোমাই যোৱা দৃশ্য নেদেখিলে তাক বুজোৱাটো বৰ কঠিন।

পিছদিনা আৰীমুৰাৰপৰা যোৰহাট, শিৱসাগৰ, মাকুম হৈ ডিগবৈত ৰাতিটো কটাই পিছদিনা অৰুণাচলৰ 'নামধাপা ব্যাঘ্ৰ প্ৰকল্প'লৈ বুলি ৰাওনা হ'লো। মাৰ্ঘেৰিটা, লিডু পাৰ হৈ লেখাপানীৰ পৰা প্ৰাকৃতিক দৃশ্যৰাজিয়ে মন ভৰাই তোলে। আবেলি সময়ত আমি নামধাপা পালোগৈ। অপূৰ্ব

দৃশ্যৰাজিৰ লগতে ইনস্পেকছন বাংলোটোৰ কাষতে থকা নৈখনৰ অহৰহ কুলু-কুলু শব্দই হিয়াৰ মাজত এক বুজাব নোৱাৰা শিহৰণৰ সৃষ্টি কৰে। কাজিৰঙাৰ আৰিমুৰা বা নামধাপাৰ এই অপৰূপ দৃশ্যৰাজিৰ মাজত মই আৰু ৰূপমে 'ত্ৰিকাল'ৰ চিত্ৰনাট্যৰ সংলাপ সমূহ আওৰাবলৈ এৰা নাছিলো।

এই যাত্ৰাৰ শেষত অমৃত দাদা, ভতিজা অসীমৰ সতে কলিকতালৈ যায়গৈ। অসীম কলিকতাৰ পৰা আমেৰিকালৈ যাবগৈ। অমৃত দাদাই অসীমক পঠাই কলিকতাত কেইদিনমান থাকি পুনৰ গুৱাহাটীলৈ আহি আমাৰ লগত কিছুদিন কটাবহি। মই গুৱাহাটীলৈ ঘূৰি আহি 'ত্ৰিকাল'ৰ চৰিত্ৰটোৰ বাবে নিজকে প্ৰস্তুত কৰাৰ কামত নিমগ্ন হ'লোহি, তাৰ লগে লগে আমাৰ একমাত্ৰ কন্যা ময়ূৰীৰো বিয়াৰ 'যো-জা। □

# বাৰ

সেইবাৰ বৰদেউতাই ওচৰলৈ যাওঁতে বাৰে বাৰে ভাবিছিলো এই অধ্যায়ত তেখেতে বাৰু কোনবোৰ কথা মোক ক'ব। ক্ষন্তেকতে মোৰ সকলো ভাৱনা আঁতৰাই আপোনা-আপুনি তেখেতৰ মুখৰ পৰা 'ত্ৰিকাল' বোলা শব্দটো ওলাই আহিছিল। শব্দটো শুনি মোৰ আনন্দ লাগিছিল কাৰণ মোৰ কৈশোৰত যি কেইখন দূৰদৰ্শনৰ ধাৰাবাহিকে ক্ৰিয়া কৰিছিল তাৰ ভিতৰত 'ত্ৰিকালো' অন্যতম আছিল। বৰদেউতাৰ মুখৰ পৰা 'ত্ৰিকাল' ধাৰাবাহিকখনৰ ভিতৰুৱা কথাবোৰ শুনিবলৈ মই ব্যগ্ৰ হৈ পৰিছিলো।

বৰদেউতাই ক'বলৈ আৰম্ভ কৰিছিল এইদৰে - '১৯৯৬ চনৰ মাঘ বিহুৰ ঠিক পিছৰে পৰা প্ৰথমতে কেইদিনমানৰ কাৰণে 'ত্ৰিকাল'ৰ চিত্ৰগ্ৰহণ গুৱাহাটীত আৰম্ভ হয়। তাৰ ঠিক পিছতেই 'ত্ৰিকাল'ৰ ইউনিট বিশ্বনাথ চাৰিআলিলৈ বুলি ৰাওনা হওঁ। দৃশ্যগ্ৰহণ শাকমুঠি বোলা চাহবাগিছাখনতে মূলতঃ হৈছিল। মোৰ, নিপন গোস্বামী, ৰূপম আৰু কেমেৰা-শব্দযন্ত্ৰী আদি থকাৰ ব্যৱস্থা বিশ্বনাথ চাৰিআলি আৱৰ্ত্ত ভৱন আৰু বাকীসকলৰ ব্যৱস্থা নৱনিৰ্মিত জেলখনৰ খালী থকা কোৱাৰ্টাৰসমূহত কৰা হৈছিল। আমি গৈ পোৱাৰ পিছদিনাখনৰ পৰা দৃশ্যগ্ৰহণৰ কাম আৰম্ভ হয়। প্ৰায় পোন্ধৰ দিন সময় আমি বিশ্বনাথ চাৰিআলিত থাকিব লগা হৈছিল। গোটেই দিনটো চাহবাগানৰ বিভিন্ন লোকেচনত দৃশ্যগ্ৰহণ আগবাঢ়িছে। নিলু চক্ৰবৰ্ত্তী, উপকুল বৰদলৈ, হীৰা নেওঁগ, অনুপমা ভট্টাচাৰ্য্য বাইদেউ ভাগে ভাগে তেওঁলোকৰ দৃশ্যগ্ৰহণৰ বাবে ৰজিতা খুৱাই আহিবলৈ ধৰিছে। চাহবাগিছাৰ মাজত পোন্ধৰ দিন থকাৰ অভিজ্ঞতাই সুকীয়া। আমি বিশ্বনাথ চাৰিআলিত থকা সময়খিনি চাহগছবোৰত কলম দিয়াৰ সময়। সেই

সময়খিনিত এজাক বৰষুণ আহিলেই কলম দিয়া চাহগছবোৰত কুঁহিপাতে দেখা দিয়ে। এই দৃশ্যটো অপূৰ্ব্ব। এইখিনি সময়ত এটা ফুৰফুৰীয়া গোন্ধে গোটেই পৰিবেশটো ভৰাই তোলে। বিশ্বনাথ চাৰিআলিৰ আবৰ্ত্তভৱনটো এখন বিশাল পথাৰৰ এমূৰে। শীতকালি ৰাতিপুৱাতে শুই উঠিলে দেখা যায় ঘন কুঁৱলীয়ে এই পথাৰখন ঢাকি থৈছে, বিশ, ত্ৰিশ ফুট আঁতৰত একো দেখা নাযায়। যেন গোটেই আকাশখনেই ডাৱৰবোৰৰ সৈতে ধৰালৈ নামিহে আহিছে! কিন্তু আচৰিত কথা ৰ'দ ওলোৱাৰ লগে লগে গোটেই পথাৰখনৰ পৰাই ইঞ্চি-ইঞ্চিকৈ একেলগে ডাঠ কুঁৱলীৰ আৱৰণখন মাটিৰপৰা উঠিবলৈ আৰম্ভ কৰে। লাহে লাহে সকলোবোৰ পুনৰ দৃশ্যমান হৈ পৰে। এই দৃশ্য অতি মনোৰম। প্ৰত্যেক দিনা চাই থাকিলেও আমনি নালাগে!

'মৃত্যুঞ্জয়' নাটকত মই মহদা গোঁসাইৰ চৰিত্ৰ ৰূপায়ণ কৰাৰ পিছৰে পৰা নিপন গোস্বামীয়ে মোক 'প্ৰভু' বুলি মাতে আৰু ময়ো তেওঁক সঁচা অৰ্থত গোঁসাই হোৱা বাবে ওলোটাই 'প্ৰভু' সম্বোধন কৰো। সঙ্গী হিচাপে নিপনক পাই ভাল লাগিছিল। ৰূপম ৰাতিপুৱাতে দৃশ্যগ্ৰহণলৈ ওলাই যায়। সি মোৰ ল'ৰাৰ চৰিত্ৰৰ লগতে নিপনৰ নাতিৰো চৰিত্ৰত অভিনয় কৰিছে। আমি দুয়ো সঁচাকৈয়ে আৰু বিশেষকৈ নিপনে নিজৰ নাতিটোক দৃশ্যগ্ৰহণলৈ উলিয়াই পঠোৱাৰ নিচিনাকৈ যেন উলিয়াইহে পঠাইছে। তাক পঠাই আমি কুঁৱলীৰ অপূৰ্ব্ব খেলা বহু সময়লৈকে উপভোগ কৰো। নিপন ভোজনপ্ৰিয়, লগতে ময়ো। কিন্তু আমাৰ ভোজনপ্ৰিয়তা বিলাসিতাপূৰ্ণ নহয়, সহজ সৰল। গা-পা ধুই আমি দৃশ্যগ্ৰহণলৈ ওলোৱাৰ আগতে আবৰ্ত্তভৱনতে ৰাতিপুৱাৰ জলপান খাই ওলাওঁ। দুপৰীয়াৰ সাঁজ আমি লোকেচনতে খাম। ৰাতি কি খাম তাৰ পৰিকল্পনাটো আমাৰ জলপান খাওঁতেই হয় আৰু সেইমতেই আবৰ্ত্তভৱনৰ কৰ্ত্তব্যৰত লোকজনক আমি কৈ যাওঁ। নিপনে কয় 'প্ৰভু আজি কি খাব?' মই কওঁ 'মাছৰজোল হওঁক দিয়ক প্ৰভু।' পুনৰ নিপনে কয়, 'লগত চকলাচকলকৈ ভজা আলু ভাল লাগিবহে!' মই কওঁ, 'মাছো ভজা দিবলৈ কওঁ দিয়ক', নিপনে কয়— 'প্ৰভু, আলু পিটিকাও চোন লগত থাকিলে

আৰু ৰহণ চৰিব!' এইদৰে আমি দুয়ো ৰাতিৰ খাদ্য ব্যৱস্থাৰ বাবে মনোযোগ দিওঁ। মই হৃদপিণ্ডৰ অস্ত্রোপচাৰৰ পিছৰে পৰাই সকলোধৰণৰ মাংস খাবলৈ এৰি পেলাইছো। নিপনৰো মাংস বৰ প্ৰিয় নহয়।

বিশ্বনাথ চাৰিআলিৰ দৃশ্যগ্ৰহণৰ কাম শেষ কৰি 'ত্ৰিকাল'ৰ ইউনিট গুৱাহাটীলৈ বুলি আহে। বাকী থকা কামখিনি সেই সময়ত থকা বেলতলাৰ অজন্তা পথৰ 'বৰাজ্ ইন্' বোলা হোটেলখনত সম্পন্ন হয়। 'ত্ৰিকালো' 'তেজাল ঘোঁৰা'ৰ দৰেই জনপ্ৰিয় হয়। বৰ্ত্তমানেও ইয়াৰ বিষয়ে বিভিন্ন মহলত আলোচনা হোৱা দেখিছো। সেই বছৰ এপ্ৰিল মাহৰ সোতৰ তাৰিখে ময়ৰীৰ বিয়া হৈ যায়। ঘৰখনৰ প্ৰথম বিয়া, তাতে একমাত্ৰ ছোৱালীজনী উলিয়াই দিব লাগিব, মনটো অজান বেদনাত ভৰি পৰিল। আধুনিক জগতখনৰ লগত মই সমানে খোজ মিলাই যাব নোৱাৰাৰ বাবে নিজকে 'মিচফিট' বুলিও ভাবিবলৈ বাধ্য হওঁ। নিজৰ স্থিতিত গোটেই জীৱনটো কটাই যোৱাৰ বাবে কেতিয়াবা হতাশাও আহে। আন দহোটা ল'ৰা ছোৱালীয়ে আজিৰ সমাজখনত পোৱা সুবিধাবোৰ মই সিহঁতক দিব নোৱাৰাৰ বাবে মনলৈ ধিক্কাৰো আহে। সেইভাবেই ময়ূৰীক এঘৰলৈ উলিয়াই দিবৰ সময় হ'লহি। তথাপিও জোঁৱাইৰ ঘৰখন আগৰে চিনাকি। ময়ূৰীয়ে স্বপ্নিলৰ মন বুজি পোৱা বাবে নিশ্চিন্ত হ'লো।

চাওঁতে চাওঁতে ময়ূৰীৰ জোৰোণ হৈ গ'ল আৰু তাৰ দুদিনৰ পিছতে তাই বোঁৱাৰী হৈ ঘৰখনৰপৰা ওলাই গ'ল। বৰ বেদনাদায়ক, ঘৰৰ ছোৱালীজনী উলিয়াই দিয়াৰ মুহূৰ্ত্তটো। ঘৰখনৰ সকলোৱেই, কিৰণ, ৰূপম, মই আনকি নবৌহঁতো শোকত ভাগি পৰিল। লাহে লাহে অনুভৱ কৰিবলৈ ধৰিলো এইয়াটো জগতৰে নিয়ম। ছোৱালী হৈছে যেতিয়া দেউতাক, মাক, ককায়েকৰ লগত গোটেই জীৱনটো নাথাকে। সময়ৰ লগে লগে পৰিস্থিতি স্বাভাৱিক হ'বলৈ আৰম্ভ কৰিলে। আঠমঙলাও হৈ গ'ল। জীৱনৰ চকৰি পুনৰ ঘূৰিবলৈ আৰম্ভ কৰিলে।

১৯৯৬ চনৰ সাধাৰণ নিৰ্ব্বাচনৰ সময় আহি পালেহি। নিৰ্ব্বাচনী প্ৰচাৰ তুঙ্গত চলি থকা সময়ত মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াৰ দিল্লীত চিকিৎসাধীন অৱস্থাতে মৃত্যু হয়। এই নিৰ্ব্বাচনত সংখ্যাগৰিষ্ঠতা লাভ

কৰাৰ বাবে 'অসম গণ পৰিষদে' চৰকাৰ গঠন কৰিলে। জনসাধাৰণে অ.গ.প.'ৰ ১৯৮৬ ৰ পৰা ৯০ চনৰ ভুল ত্ৰুটিবোৰ ক্ষমা কৰি দ্বিতীয়বাৰৰ বাবে অসমৰ শাসনভাৰ গ্ৰহণ কৰাৰ সুযোগ দিলে। এটাই আশা, অ.গ.প'ই ৰাইজৰ হকে কাম কৰিব, পুনৰবাৰ যাতে ভুল নকৰে। ১৯৮৬ চনত শাসনভাৰ গ্ৰহণ কৰা যুৱ প্ৰজন্মই বয়স বঢ়াৰ লগে লগে অধিক অভিজ্ঞতালব্ধ হৈছে বুলি জনসাধাৰণ পতিয়ন গৈছে। এইবাৰ অ.গ.প.'ৰপৰা অসমৰ ৰাইজে বহু আশা কৰিছে।

ইয়াৰ ভিতৰতে কেইবাটাও কেছেটত ধাৰা বিবৰণীৰ কাম কৰো। তাৰে ভিতৰত অনন্ত ওজাৰ 'নিৰ্মালি' আৰু 'সুন্দৰম্' উল্লেখযোগ্য। ৰত্ন ওজাই 'দৈনিক অসম' ৰ ন আগষ্ট তাৰিখৰ সংখ্যাত 'মই আজি কেছেট শুনিলো' শীৰ্ষক প্ৰবন্ধটোত এইদৰে উল্লেখ কৰিছে —

'কালি ২৬ জুলাই তাৰিখৰ বিয়লি আমাৰ ককাইদেউ শ্ৰীবিশ্বনাথ ওজাৰ দেহাৱসান হয়। আজি বিয়লি মই বৰ নিসংগ অনুভৱ কৰিছো। কি কৰিলে শান্তি পাম ভাবি থাকোতে ককাইদেৱে নিভাঁজ কণ্ঠৰে বৰগীত গোৱা কথা মনত পৰিল। টেপ ৰেকৰ্ডাৰৰ ওচৰত বহিলো। বৰগীতৰ কেছেট বিচাৰিলো মোৰ বাছনিত উঠিল চাৰিটা কেছেট - ড়া° ঠাকুৰ ওজাৰ পৰিকল্পনা, ঈশান বৰুৱাৰ সংলাপ পৰিৱেশনা আৰু প্ৰভাত শৰ্ম্মাৰ সংগীত পৰিচালনাৰে ভক্তিৰসসিক্ত কণ্ঠশিল্পী অনন্ত ওজাৰ 'নিৰ্মালি' আৰু 'সুন্দৰম্'।

১৯৯৬ চনৰেই আঠ নবেম্বৰ তাৰিখে 'এতিয়া তেজত' শীৰ্ষক কবিতাৰ এক বিশেষ অনুষ্ঠান ড° অমৰ জ্যোতি চৌধুৰীয়ে অনুষ্ঠিত কৰে চান্দমাৰীৰ তীৰ্থনাথ সভাঘৰত। সেই সময়ত অসম কাৰ্বনৰ শ্ৰমিক সকলে বিভিন্ন দাবীৰ সংক্ৰান্তত ধৰ্মঘট কৰিছে। মালিক পক্ষই ফেক্টৰী আৰু কাৰ্য্যালয়ত তলা বন্ধৰ কথা ঘোষণা কৰিছে, মানসিক ভাৱে ভাৰাক্ৰান্ত হৈয়ে এই অনুষ্ঠানত ভাগ ল'ব লগা হৈছে। তথাপি এই অনুষ্ঠানটোক দৰ্শকে আদৰি ল'লে।

'কবিঁয়ে মাজে মাজে পাঠ কৰিছে কথাপতাৰ দৰে, আবৃত্তি কৰিছে যেন ঈশান বৰুৱাৰ কণ্ঠৰে আৰু সেই কবিতাই গান হৈ পৰিছে শ্ৰীমতী শেফালিকাৰ কণ্ঠত। ঈশানৰ গুৰু-গম্ভীৰ মাতত যেন উপচ খোৱাৰ শব্দ।

আমি চমকি উঠিলো কবিতাৰ শব্দ প্ৰয়োগত, লোকগাথাৰ অপূৰ্ব্ব সংমিশ্ৰণত। প্ৰয়োগ ইমানেই সফল যে হিমশীতল তেজো কবিতা শুনি থাকোঁতে তগবগাই উঠিব খোজা যেন ঈশান বৰুৱাৰ কণ্ঠত।'

('অসম বাণী' - আঠ নবেম্বৰ, ১৯৯৬)

১৯৯৬ ৰ পৰা ১৯৯৯ চন এই তিনিবছৰৰ বাবে অসম চৰকাৰে জ্যোতি চিত্ৰবন (ফ্লিম ষ্টুডিঅ') সমাজৰ সমিতিখন নতুনকৈ গঠন কৰিছে, মোকো এই সমিতিৰ সদস্যৰূপে মনোনীত কৰিছে। সমাজৰ প্ৰথমখন সাধাৰণ সভাতে মোক বেচৰকাৰী সদস্যসকলৰ মাজৰ পৰা একমাত্ৰ কাৰ্য্যকৰী সদস্য ৰূপে মনোনীত কৰে। কাৰ্য্যকৰী সদস্য হিচাপে সঘনে সভা আদিত ভাগ ল'ব লগাটো বাধ্যতামূলক হৈ পৰিছিল।

১৯৯৬ চনত মোৰ দ্বিতীয়জন ককাইদেউ হৰপ্ৰসাদৰ মৃত্যু হয়। আগদিনালৈকে ঘূৰি ফুৰা মানুহজন সেইদিনা ঢলপুৰাতে গোঁসাই ঘৰৰ বাবে বাগিছাৰ পৰা ফুল আনিবলৈ গৈ গাটো বেয়া লগাত ভিতৰলৈ আহি গা-ধোৱাঘৰত নবৌক মাত এটা দি নিঠৰ হৈ পৰিল। ভতিজী জিতাৰ ছোৱালী শিবাই আমাক খবৰ দিবলৈ আহে। লগে লগেই মই দৌৰি গ'লো। ককাইদেউ তেতিয়া নিঠৰ হৈ বিছনাত শুই আছিল। মই মাদ্ৰাজৰ এপলো হাস্পতালত 'আৰ্টিফিচিয়েল ৰেস্পিৰেচন' দিয়া দেখিছো। সেয়ে এই পদ্ধতিৰে মই তেওঁক চেষ্টা চলালো। এবাৰ ককাইদেৱে উশাহটো লৈ পুনৰ নিঠৰ হৈ গ'ল। ময়ো গম পালো যে ককাইদেৱে শেষ নিশ্বাস ত্যাগ কৰিছে। প্ৰায় লগে লগেই আমাৰ চুবুৰীয়া ডাঃ নৰেশ্বৰ গোস্বামী আহি পাই ককাইদেউক মৃত বুলি ঘোষণা কৰে। ক্ৰমে নানান ভাৱে মনটো জুমুৰি দি ধৰিলেহি। মোৰ আৰু এজন ককাইদেউৰ বিয়োগ হ'ল। আন দুজন ককাইদেউ যে আমেৰিকাত। গুৱাহাটীত মই অকলশৰীয়া হৈ পৰিলো।' — এইখিনি কৈয়ে বৰদেউতা অলপ থমকি ৰ'ল। মই বুজিছিলো কথাবোৰে তেওঁক আবেগিক কৰি তুলিছিল। তথাপি অলপো সময় নষ্ট নকৰি বৰদেউতাই প্ৰসঙ্গ সলনি কৰি কৈছিল - 'এইখিনি সময়তে 'মোৰ জন্ম বিপ্লৱৰ জুইৰ মাজত' নামকৰণেৰে এখনি কবিতা আবৃত্তিৰ আধাৰত

পুথিৰ কামত ব্যস্ত আছিলো৷ লগতে গৌতম প্ৰসাদ বৰুৱাৰ আবৃত্তিৰ বাবে উপযোগী কবিতা সমূহ সম্পাদনা কৰি এই কিতাপখনত সন্নিবিষ্ট কৰাৰ যো-জা কৰিছিলো। ককাইদেউ ঢুকুৱাৰ সময়ত কিতাপখনৰ প্ৰুফ চোৱাৰ কাম কৰি থকা হৈছিল। এই কিতাপখন ১৯৯৭ চনৰ পাঁচ জানুৱাৰী তাৰিখে অসমৰ মুখ্যমন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্তই উজান বজাৰ অঞ্চলৰ বিবেকানন্দ কেন্দ্ৰ প্ৰেক্ষাগৃহত উন্মোচন কৰেহি। এই অনুষ্ঠানৰ সতে ৰঞ্জিতা খুৱাই কবিতা আবৃত্তিৰ ওপৰত যুগুত কৰা এখন বিশেষ আলেখ্য পৰিৱেশন কৰা হৈছিল। নাট্যপ্ৰবৰ সত্যপ্ৰসাদ বৰুৱা ডাঙৰীয়াই 'আসাম ট্ৰিবিউন' কাকতত তেখেতৰ 'Cyclorama' শিতানত এই অনুষ্ঠানটোৰ বিষয়ে মতামত আগবঢ়াইছিল এইদৰে—

"An approach to poetry Rectation -Eminent actor, reciter Ishan Baruah has always behind the movement to poetry recitation, giving it philip, encouragement and playing a pivotal role. He has recently established a school for training recitaters. His long playing record entitled 'Saptarshi and EP recording of his peotry recitaion called 'Luitparia' had gone a long way in giving momentum to the movement of poetry recitation."

মনত পৰে, সেই বছৰ এপ্ৰিল মাহৰ চাৰি তাৰিখে আমাৰ কাষৰে সৰুকালিৰ বন্ধু মহদা ভূঞাৰ মৃত্যু হয়। বন্ধু হেৰাই যোৱাৰ দুখ মোৰ বাবে বৰ বেদনা গধুৰ আছিল। সেই বছৰ মে' মাহত হঠাৎ মই অসুস্থ হৈ পৰো। মোৰ উশাহ ল'বলৈ কষ্ট হৈছিল। সেই ৰাতিয়েই মোৰ স্ত্ৰী, জোঁৱাই ময়ূৰী আৰু স্বপ্নিলে কিৰণৰ সতে মোক 'বিনপ্ৰপ' হাস্পতাললৈ লৈ যায়। ৰূপম সেই সময়ত দিল্লীলৈ গৈছে। মোক কেইঘণ্টামান ৰখাৰ পিছত ঘৰলৈ আহিবলৈ দিয়া হয় যদিও পিছদিনা এজন হৃদৰোগ বিশেষজ্ঞক দেখুৱাবলৈ কয়। পিছদিনা ডা° মনীষ ভূঞাক দেখুৱাওঁতে মোৰ শৰীৰত কিছু অনিয়মে দেখা দিয়াত মোক চিকিৎসালয়ত ভৰ্ত্তি হ'বলৈ নিৰ্দেশ দিয়ে। সেই অনুসৰি মই 'ডাউন টাউন' হাস্পতালত ভৰ্ত্তি হওঁগৈ আৰু তাত প্ৰায় ন দিন থাকি ঘৰলৈ আহো। চিকিৎসালয়ত ভৰ্ত্তি

হোৱাৰ পিছদিনা পুৱাতে মন্ত্ৰী বিৰাজ কুমাৰ শৰ্ম্মা আৰু সন্ধ্যা মুখ্যমন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্তই মোক দেখা কৰিবলৈ চিকিৎসালয়লৈ যায়। তাৰ পিছদিনা সন্ধ্যা মুখ্যমন্ত্ৰী সাহায্য পুঁজিৰপৰা মোৰ চিকিৎসাৰ বাবে ত্ৰিশ হাজাৰ টকাৰ এখন চেক্ পাওঁ। লাহে লাহে মই সুস্থ হৈ পৰো।

সেই বছৰৰে শেষৰ ফালে ৰেহানা হুছেইনৰ কাহিনীৰ ভিত্তিত 'প্ৰতিচ্ছবি' শীৰ্ষক এলানি দূৰদৰ্শনৰ ধাৰাবাহিকৰ প্ৰস্তুতি আৰু নিৰ্মাণৰ কাম আৰম্ভ হয়। চাৰিখণ্ডৰ 'মতিভ্ৰম'ৰ মূল চৰিত্ৰটোৰ ৰূপায়ণৰ বাবে পৰিচালক নিপন গোস্বামীয়ে মোক বাছনি কৰে। 'মতিভ্ৰম'ৰ কাহিনীভাগ হৈছে স্ত্ৰী ঢুকুৱাৰ পিছত, বিয়াহৈ যোৱা ল'ৰা-ছোৱালীয়ে নিজৰ নিজৰ সংসাৰ লৈ ব্যস্ত হৈ যায়। সৰু ল'ৰাজনে ঘৰত থাকিও দেউতাকৰ খবৰেই নলয়। সেয়েহে দেউতাকক ভৰা সংসাৰ এখন থাকিও একেবাৰে অকলশৰীয়া হৈ কেৱল মাত্ৰ বনকৰা মানুহজনৰ ওপৰতে নিৰ্ভৰশীল হৈ থাকিব লগাত পৰে। চৰিত্ৰটো মোৰ কিবা এটা খুউব ভাল লাগিছিল। মই প্ৰাণ ভৰি অভিনয় কৰিছিলো।

একে বছৰতে উত্তৰ-পূৱ মাণ্ডলিক সাংস্কৃতিক কেন্দ্ৰ, ডিমাপুৰৰ সদস্যভুক্ত হওঁ। মই ইয়াৰ সংগ্ৰহালয়ৰ উপ-সমিতিৰো সদস্যভুক্ত হওঁগৈ। সেই সময়তে অসম ৰাজ্যিক সংহতি পৰিষদৰো সদস্যভুক্ত হওঁ। প্ৰায় এশজন সদস্যৰে গঠন হোৱা এই পৰিষদৰ বিশজনীয়া কাৰ্য্যকৰী সদস্যৰ এজন হিচাপে অন্তৰ্ভুক্ত হওঁ। পৰাগ চলিহা ডাঙৰীয়াক উপ-সভাপতি হিচাপে লৈ গঠন হোৱা পৰিষদৰ সদস্যসকলৰ সতে নলবাৰী, কমলপুৰ, মাজুলী, যোৰহাট, গোলাঘাট আদি বিভিন্ন সংঘৰ্ষ জৰ্জৰিত ঠাই আমি ভ্ৰমণ কৰিছিলো। এই সকলোবোৰ ঠাইৰ ভিতৰত মাজুলীৰ ৰাইজৰ সঁহাৰি আছিল অভূতপূৰ্ব। ঠিক তাৰ আগে আগে মাজুলীত সঞ্জয় ঘোষক হত্যা কৰা হৈছিল। এই যাত্ৰাৰ সময়ত সেউজকোঁৱৰ পৰাগধৰ চলিহাদেৱৰ ভিতৰৰ মানুহজনক বুজি উঠিবলৈ সক্ষম হওঁ। সচৰাচৰ পৰাগ চলিহা দেৱৰ চিনাকি এজন খঙাল আৰু নিজৰ মতত অটল ব্যক্তি হিচাপেহে। তেওঁৰ মনৰ মাজতো যে এজন অতি মৰমীয়াল, আনৰ মতামত গ্ৰহণ আৰু হৃদয়ঙ্গম কৰা ব্যক্তি সোমাই আছে তাক হয়তো কমতেই নাজানে।

নিমাতীঘাটৰপৰা নতুন কমলাবাৰী ঘাটলৈ মটৰ লাঞ্চেৰে পাৰ হওঁতে প্ৰায় ডেৰ ঘন্টামানেই সময় লাগে। আমি যোৱা সময় খিনি ডিচেম্বৰ মাহ। ব্ৰহ্মপুত্ৰত তেতিয়া বালিচৰ পৰিছে। চৰৰ মাজে মাজে থকা সুঁতিৰে মটৰ লাঞ্চখন আগবাঢ়ি গৈ আছে। পানীৰ যুঁৱলীত বিভিন্ন প্ৰজাতিৰ বনৰীয়া হাঁহ পৰি সৰু সৰু মাছবোৰ খোৱাত ব্যস্ত। মটৰ লাঞ্চখনে শব্দ কৰি কাষেৰে পাৰহৈ যাওঁতে জাক পাতি বনৰীয়া হাঁহবোৰ উৰি পুনৰ দূৰৈৰ পানী যুঁৱলীত পৰিছেগৈ। এই দৃশ্যৰাজিৰ মাজেৰে গৈ থাকোঁতে লাঞ্চখনৰ এটা সৰু কেবিনৰ ভিতৰত পৰাগ দা আৰু মই কথাপাতি গৈ আছিলো। পৰাগ দা এজন ৰাজনীতিবিদ, সংগীতজ্ঞ, পৰিচালক হোৱাৰ উপৰিও তেখেতৰ সতে মোৰ এক বিশেষ সম্পৰ্ক আছিল, তেখেত মোৰ তৃতীয়জন ককাইদেউ অমৃতৰ স্কুলীয়া সহপাঠী। তেতিয়া তেখেত ৰাজ্যসভাৰ সাংসদ। প্ৰত্যেক সাংসদে কেন্দ্ৰীয় চৰকাৰৰপৰা এলেকা উন্নয়ন পুঁজিৰ নামত সেই সময়ত বছৰি এক কোটি টকাৰ এটা পুঁজি অসমৰ সংশ্লিষ্ট উপাযুক্ত সকলৰ যোগেদি খৰচ কৰিব পাৰে। মই পৰাগ দাক ঘৰুৱা নাম, 'বনপোনা দা' বুলিয়েই সম্বোধন কৰো। মই পৰাগদাক ক'লো, 'বনপোনা দা' আপোনাক মই এটা কথা বহুদিনৰ পৰা ক'বলৈ বিচাৰি আছো'। তেখেতে লগে লগে ক'লে, - 'কোৱা, কোৱা!' মই ক'বলৈ ধৰিলো- 'আন আন সাংসদ সকলৰ দৰে আপুনিও এলেকা উন্নয়ন পুঁজিৰ নামত এটা পুঁজি পায়। প্ৰত্যেক সাংসদে নলা-নৰ্দমা কৰাৰ পৰা বাছ আস্থান নিৰ্মাণ কৰা, নলী নাদ বহুৱা আদি এশ এটা কামত খৰচ কৰি ভোটৰ আশা কৰে পিছৰবাৰৰ নিৰ্ব্বাচনত জয়ী হোৱাৰ পথ সুচল কৰিবলৈ। আপুনি গোটেই জীৱন সাংস্কৃতিক কৰ্মৰ সতে জড়িত হৈ থকাৰ বাবে কওঁ, অসমৰ বিভিন্ন ঠাইত থকা পুৰণি ঐতিহ্যমণ্ডিত ৰঙ্গমঞ্চবোৰ জহি খহি গৈছে, 'শিৱসাগৰ নাট্য সমাজ', 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ' আৰু 'বানৰঙ্গমঞ্চ'ই পুনৰ নিৰ্মাণৰ কাম হাতত লৈ ধনৰ অভাৱত থমকি ৰ'ব লগা হৈছে। আপুনি আপোনাৰ পুঁজিৰ ধন সৰুসুৰা কামবোৰত নিদি, অসমৰ বিভিন্ন ঠাইৰ পুৰণি ৰঙ্গমঞ্চবোৰৰ পুনৰ্নিৰ্মাণৰ বাবে আগবঢ়াওক, এটা ডাঙৰ কাম হ'ব।' তেখেতে অলপ সময় ভাবি ক'লে- 'তুমি বৰ

ভাল কথা এটা ক'লা'। হয়তো আমাৰ আলোচনাই সুফল ধৰিলে! তেখেতে তাৰ পিছৰ তিনিবছৰত অসমৰ পুৰণি ৰঙ্গমঞ্চবোৰ পুনৰ নিৰ্মাণৰ বাবদ তিনিলাখৰপৰা দহলাখ টকালৈ অনুদান আগবঢ়োৱাৰ নিদৰ্শন আছে।

আমাৰ বংশৰ পৰিয়ালটো অসমৰ এটা অতি পুৰণি পৰিয়াল। আমাক মজিন্দাৰ বৰুৱা পৰিয়ালৰ বুলি কোৱা হয়। এই মজিন্দাৰ বৰুৱানো কোন? আমাৰ পূৰ্ব্ব পুৰুষসকল কণৌজৰ বাসিন্দা আছিল। উত্তৰ ভাৰতত মোগল সকলৰ আধিপত্য অধিক হোৱাত ১৪৬৮ খ্ৰীষ্টাব্দত কণৌজৰপৰা বহুতো পৰিয়াল সেই সময়ৰ তুলনামূলক ভাৱে শান্তিপ্ৰিয় ঠাই গৌড় অথবা বঙ্গদেশলৈ বুলি আহি খিতাপি লয়হি। এপুৰুষমান শান্তিৰে কটোৱাৰ পিছত বঙ্গদেশতো মোগলৰ আধিপত্য বাঢ়ি অহাত বহুতো পৰিয়াল কোঁচবিহাৰত আহি খিতাপি লয়হি। তেতিয়া কোঁচবিহাৰৰ ৰজা নৰনাৰায়ণ। আহোম ৰজা চুকলেংমুঙে ১৫৪৭ খ্ৰীষ্টাব্দত নৰনাৰায়ণৰ ৰাজ্য আক্ৰমণ কৰে। নৰনাৰায়ণ যুদ্ধত হাৰে। নৰনাৰায়ণৰ ৰাজ সভাত আমাৰ প্ৰথমজন পূৰ্ব্ব পুৰুষ দুৰ্গাচৰণ সেইসময়ত কোঁচবিহাৰত আছিল। তেখেত এজন পণ্ডিত আৰু শাক্তধৰ্মৰ প্ৰতি অনুৰাগী আছিল। চুকলেংমুঙে নৰনাৰায়ণৰ ৰাজ্য জয় কৰি ৰংপুৰলৈ ওভতাৰ সময়ত আমাৰ পূৰ্ব্বপুৰুষ দুৰ্গাচৰণে কামাখ্যা দৰ্শনৰ বাবে লগতে আহে। চুকলেংমুঙে দুৰ্গাচৰণৰ অগাধ পাণ্ডিত্যত মুগ্ধ হৈ কামাখ্যা দৰ্শনৰ পিছত ৰংপুৰলৈ লগতে লৈ যায় আৰু ৰাজসভাৰ এজন পণ্ডিত হিচাপে নিযুক্তি দিয়ে। কোঁচৰজা নৰনাৰায়ণে আমাৰ ৰজালৈ কেইবাটাও সাঁথৰ আৰু প্ৰশ্ন পঠাই তাৰ উত্তৰ দিব নোৱাৰিলে চুকলেংমুঙে পুনৰ নৰনাৰায়ণক ৰাজ্য ঘূৰাই দিব লাগিব বুলি কটকী পঠিয়ায়। চুকলেংমুঙৰ ৰাজসভাৰ কোনেও তাৰ উত্তৰ দিব নোৱাৰিলে। দুৰ্গাচৰণে ইয়াৰ সঠিক উত্তৰ দিয়াত আৰু কেঁচুৰ ৰসেৰে লিখি পঠোৱা পত্ৰখন ৰাজসভা আন্ধাৰ কৰি পঢ়ি দিয়াৰ বাবে তেখেতৰ নাম মাণিকচন্দ্ৰ বৰুৱা দিয়ে। পিছলৈ তেখেতক মজিন্দাৰ বৰুৱা খিতাপ দি মাটিবাৰীৰে শিৱসাগৰৰ খাটপাৰ (বেতবাৰী) নামৰ ঠাইত বহুৱায়। এই মাণিকচন্দ্ৰ বৰুৱাৰ বংশধৰসকলক মজিন্দাৰ বৰুৱা পৰিয়ালৰ বুলি কোৱা হয়। ইয়াৰ দ্বাদশৰ পৰা পঞ্চদশ পুৰুষ অসমৰ বিভিন্ন ঠাইত বিৰাজমান।

অসমৰ বিভিন্ন ঠাইত সিঁচৰিত হৈ থকা মজিন্দাৰ বৰুৱা বংশধৰসকলৰ এখনি পদ্ধতিগত বংশাৱলী লিখাৰ কাম এটা হাতত ল'ম বুলি বহুদিনৰ পৰা ভাবি আছিলো যদিও ১৯৯৭ চনতহে ইয়াৰ কাম হাতত লওঁ। ইয়াৰ আগতে পঞ্চাশৰ দশকত মুক্তিযোদ্ধা পয়োধৰ বৰুৱা বৰদেউতাই এখনি বিস্তৃত বংশাৱলী প্ৰকাশ কৰিছিল। যোৱা পঞ্চাশ বছৰে ইয়াত বহুতো সংযোজন হৈছে। এই সকলোখিনি সন্নিবিষ্ট কৰি বংশাৱলীখন প্ৰস্তুত কৰোঁতে অসমৰ বিভিন্ন ঠাইলৈ যাব লগা হ'ল। এই সম্পৰ্কে আলোচনা কৰিবলৈ উত্তৰ গুৱাহাটীৰ ৰজাদুৱাৰত থকা মোৰ বৰদেউতাৰ ল'ৰা কৃষ্ণচন্দ্ৰ ককাইদেউৰ ওচৰলৈ যাওঁ। তেখেতে মোৰ আগত বিভিন্ন আলোচনাৰ মাজতে এটা কথা ব্যক্ত কৰে যিটো কথাই মোক ভীষণ ভাৱে অন্তৰ ছুই গ'ল। তেখেতে ক'লে যে অসম, অসমৰ বাহিৰত থকা মজিন্দাৰ বৰুৱা বংশধৰ সকলক একত্ৰিত কৰি এখন বংশধৰ সম্মিলন গঠন কৰিব পাৰি নেকি? তেখেতে লগতে আৰু ক'লে যে তেখেতে বহুজনক এই বিষয়ে কৈ বিফল হৈছে। মোক কথাটোৱে ইমানেই আকৃষ্ট কৰিলে যে তেখেতক মই সেইদিনা কথায়েই দি আহিলো তেখেতৰ মনৰ আশা পূৰণ কৰিবলৈ মই আপ্ৰাণ চেষ্টা কৰিম। সেই বছৰ নবেম্বৰ মাহত কিছু বংশধৰক লৈ এখন তদৰ্থ সমিতিৰ সভা আহ্বান কৰি, তৰ্দথ সমিতিৰে আহ্বান ক্ৰমে ডিচেম্বৰ মাহৰ শেষৰ ফালে উত্তৰ গুৱাহাটীৰ ৰজাদুৱাৰত এখন সাধাৰণ সভা আহ্বান কৰা হয়। তাতে এখন কাৰ্য্যকৰী সমিতি গঠন হয়। কৃষ্ণ ককাইদেউক সভাপতি, মোক কাৰ্য্যকৰী সভাপতি আৰু বিশ্বনাথ বৰুৱাক সাধাৰণ সম্পাদক হিচাপে লোৱা হয়। ১৯৯৮ চনৰ মে' মাহৰ ৯হ তাৰিখে ৰজাদুৱাৰত ইয়াৰ প্ৰথমখন অধিৱেশন অনুষ্ঠিত হয়। এই অধিৱেশনতেই মই সম্পাদনা কৰা মাণিক চন্দ্ৰ মজিন্দাৰ বৰুৱা বংশাৱলীখন বংশৰ বয়োবৃদ্ধ বংশধৰ (সাতানবৈ বছৰীয়া) কলিয়াবৰ হাটবৰ নিবাসী উপেন্দ্ৰ চন্দ্ৰ বৰুৱাদেৱৰ দ্বাৰা উন্মোচন কৰা হয়।' বৰদেউতাৰ মুখৰ পৰা মজিন্দাৰ বৰুৱা পৰিয়ালৰ ইতিহাস শুনি যথেষ্ট আপ্লুত হ'লো। মন গ'ল তেখেতক যেন ধন্যবাদ দিম এই বংশৰ বংশাৱলীখন পুনৰ সম্পাদনা কৰি উলিওৱাৰ বাবে।

বৰদেউতাই কৈ গৈছিল - ' ১৯৯৮ চনত মই কলকাতাৰ পূৰ্ব্ব মাণ্ডলিক সাংস্কৃতিক কেন্দ্ৰৰ সদস্যভুক্ত হওঁ। সেইখিনি সময়ত ইয়াৰ কেইবাখনো বৈঠকত উপস্থিত থাকি আৰু ইয়াৰ কাৰ্য্যসূচী উপ-সমিতিৰ অন্তৰ্ভুক্ত হৈ এটা কথা দেখি মই ইয়াৰ প্ৰতিবাদো কৰিছিলো যে পূৰ্ব্ব মাণ্ডলিক সাংস্কৃতিক কেন্দ্ৰখনৰ সৃষ্টি যেন কেৱল বঙ্গদেশৰ সাংস্কৃতিক উন্নয়ন কল্পেই হৈছে , পূৰ্ব্ব ভাৰতৰ আন ৰাজ্যসমূহৰ তাত সমবিতৰণ হোৱা নাই।

সেই বছৰৰে এপ্ৰিল মাহৰ এক তাৰিখে আমাৰ কন্যা ময়ূৰীৰ এটা পুত্ৰ সন্তান জন্ম হয়। 'নীল' আমাৰ প্ৰথম নাতি। মনতে ভাব হ'বলৈ ধৰিলে আমাৰ বয়সবোৰো আগবাঢ়িছে নেকি? তেতিয়াই গোপাল বৰঠাকুৰৰ পৰিচালনাত জি.এম.চি. প্ৰডাক্টচনৰ বেনাৰত 'মায়ামৃগ' বুলি এখন তেৰটা খণ্ডৰ দূৰদৰ্শন ধাৰাবাহিকৰ চাৰিটা খণ্ডৰ দৃশ্যগ্ৰহণ আৰম্ভ হয়। এইখেনেই গুৱাহাটী দূৰদৰ্শন কেন্দ্ৰৰ প্ৰথম ভৌতিকধৰ্মী ধাৰাবাহিক আছিল। মূল চৰিত্ৰটোত ময়েই অভিনয় কৰিছিলো, মোৰ বিপৰীতে আছিল মলয়া গোস্বামী। এই ধাৰাবাহিকখনৰ চাৰিটাখণ্ড সম্পূৰ্ণ হোৱাৰ পিছতো কিয় পৰবৰ্ত্তী কামখিনি নহ'ল ক'ব নোৱাৰিলো।

তাৰ কেইদিনমানৰ পিছতেই আমেৰিকাৰ পৰা অমৃত ককাইদেৱে এইবাৰ তেওঁৰ ডাঙৰজন ল'ৰা আনন্দক লগত লৈ ভাৰতলৈ আহে। তেওঁলোকে অসমৰ বিভিন্ন ঠাইত থকা আমাৰ আত্মীয় সকলক লগ ধৰে। ময়ো ৰূপমৰ সৈতে তেওঁলোকক লগ ধৰোগৈ। তাৰ কেইদিনমানৰ পিছত কিৰণ আৰু মই তেওঁলোকৰ লগত কলিকতালৈ যাওঁ। আনন্দ কলিকতাৰ পৰাই আমেৰিকালৈ যায়গৈ। অমৃত ককাইদেউ কিছুদিন কলিকতাতে থাকে। কিৰণ আৰু মই গুৱাহাটীলৈ ঘূৰি আহো। কলিকতাৰ অসম কাৰ্বন গেষ্ট হাউছত বহি আমাৰ মাজত আন্তৰিকতাপূৰ্ণ বহুতো কথাবাৰ্ত্তা হয়।

মনত পৰে ১৯৯৭ চনতে সেই সময়ৰ জ্যোতি চিত্ৰবন (ফিল্ম ষ্টুডিঅ') সমাজৰ অধ্যক্ষই ষ্টুডিঅ'টোত চলি থকা কিছুমান খেলিমেলি আৰু অৰাজকতাৰ বিষয়ে গোপনে মোক অনুসন্ধান কৰি ৰিপৰ্ট আকাৰে জনাবলৈ দিয়ে। সেই সময়তে পক্ষপাতমূলক ধৰণে কমদামৰ বস্তু যোগান

ধৰি বেছি দামৰ বিল দিয়া তথা যোগানকাৰীয়ে বিদেশলৈ গৈ তৃতীয় পৰ্য্যায়ৰ যন্ত্ৰ যোগান ধৰি প্ৰথম শ্ৰেণীৰ বস্তুৰ দামৰ বিল দিয়া আদি কেইবাটাও বিষয় সন্মুখলৈ অনা বাবদ আৰু সেইসকল যোগানকাৰীৰ বিৰুদ্ধে সমাজৰ সচিব গৰাকীয়ে কঠোৰ কাৰ্য্য ব্যৱস্থা গ্ৰহণ কৰাত এই সকল যোগানকাৰীৰ লগতে তেওঁলোকক সহযোগ আগবঢ়োৱা এচামৰ অসাধু কাৰ্য্যকলাপত বাধা পৰে। তেওঁলোকে গোপনে মোৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিবলৈ আৰম্ভ কৰে। ইতিমধ্যে জ্যোতি চিত্ৰবনৰ অধ্যক্ষৰ পদ যুৱনেতা কাৰ্ত্তিক হাজৰিকাই গ্ৰহণ কৰে। অফুৰন্ত কৰ্মশক্তিৰ গৰাকী হাজৰিকাই দায়িত্বভাৰ লৈয়েই ফিল্ম ষ্টুডিঅ'টোৰ সৰ্ব্বাঙ্গীন উন্নতিৰ অৰ্থে কাম কৰিবলৈ আৰম্ভ কৰে। তেওঁৰ কাৰ্য্যকালতে জ্যোতি চিত্ৰবন ফিল্ম আৰু টেলিভিচন ইনষ্টিটিউটটো আৰম্ভ কৰিবৰ বাবে চেষ্টা চলে। ইয়াৰ বাবে চলচিত্ৰ নিৰ্মাণৰ সতে জড়িত লোকসকলৰ এক বিশেষ সমিতি গঠন কৰি দিয়া হয়। এই সমিতিত মই নাছিলো। এই সমিতিখনে ইনষ্টিটিউটটোৰ খচৰা তৈয়াৰ কৰাৰ লগতে মোৰ গুৰু স্থানীয় এজন ব্যক্তিক ইয়াৰ পৰিচালক হিচাপে নিযুক্তি দিয়াৰ কথা চিন্তা কৰে। এদিন সন্ধ্যা সেই সময়ৰ সমাজৰ সচিবৰ পৰা মই এটা ফোন কল পাওঁ। মোক এই বিষয়ে জনাই আৰু সেই ব্যক্তি গৰাকীয়ে দায়িত্ব গ্ৰহণ কৰিবনে, এই বিষয়ে আগতীয়াকৈ জানিবলৈ বিচাৰে। মই ব্যক্তি গৰাকীৰ বিষয়ে জানো, তেখেতে হয়তো কথাষাৰ শুনি মোক ধমকি মাৰি দিব। সেয়েহে এই বিষয়ে মই, মোৰ আন এগৰাকী গুৰু স্থানীয় লোকক কওঁ আৰু লগতে প্ৰথম জনক এই বিষয়ে সুধিবলৈ কওঁ। কেইদিনমানৰ মূৰত দ্বিতীয় গৰাকীয়ে মোক ফোন কৰি জনালে যে প্ৰথম গৰাকীয়ে এই পদ গ্ৰহণ নকৰে। দহ বছৰৰ আগতে এনে এটা প্ৰস্তাৱ আহিলে তেওঁ হয়তো গ্ৰহণ কৰিলেহেঁতেন। এতিয়া তেওঁৰ বয়সো হৈ আহিছে বাবে এই দায়িত্ব গ্ৰহণ কৰিবলৈ ইচ্ছুক নহয়।' মই সেইভাৱেই সচিব গৰাকীক ফোনেৰে জনাই দিওঁ। তাৰ এমাহৰ মূৰত গম পালো যে সেই গুৰু স্থানীয় প্ৰথম গৰাকী ব্যক্তিয়ে এই পদ গ্ৰহণ কৰিলে। কি পৰিস্থিতিত, কেনেকৈ, কিয় তেওঁ এই দায়িত্ব গ্ৰহণ কৰিলে মই নাজানো।

সেইখিনি সময়তে অসম চুক্তিৰ অধীনত ইতিমধ্যে কেন্দ্ৰীয় চৰকাৰক দাখিল কৰা প্ৰজেক্ট ৰিপৰ্টৰ আধাৰত পৰ্য্যায়ক্ৰমে জ্যোতি চিত্ৰবনৰ উন্নতি কল্পে আঠ কোটি টকা আহিবলৈ আৰম্ভ কৰে। সমাজৰ সাধাৰণ সভাই এই টকাখিনি আহি পোৱা আৰু চিত্ৰবনৰ উন্নতি কল্পে বিভিন্ন শিতানত খৰচ কৰাৰ মাজৰ সময়খিনিত কি ধৰণে বিনিয়োগ কৰিব এই বিষয়ে ৰিপৰ্ট আকাৰে জনাবলৈ এখন বিশেষ উপ-সমিতি গঠন কৰি দিয়ে। এই উপ-সমিতিৰময়ো এজন সদস্য আছিলো। আমি বিষয়টোৰ ওপৰত আলোচনা কৰি এই ধৰণে আমাৰ ৰিপৰ্ট দাখিল কৰিলো যে এই আঠ কোটি টকাৰ এক কোটি টকা সদ্যহতে শিতান ভুক্ত কামৰ বাবে বেংকৰ কাৰেন্টঃএকাউন্টত ৰাখি বাকী সাত কোটি টকা ষ্টেট বেংক আৰু অসম চৰকাৰৰ শ্বেয়াৰ থকা আন আন অনুষ্ঠানত ফিক্সদ্ ডিপ'জিত কৰি থ'ৰ লাগে যাতে তাৰ সুতৰ পৰা পোৱা ধনেৰে জ্যোতি চিত্ৰবনৰ বিভিন্ন উন্নয়নমূলক কাম কৰিব পৰা যায়। সাত কোটি টকা এবছৰৰ বাবে ফিক্সদ্ ডিপ'জিত কৰি থ'লে প্ৰায় সত্তৰ লাখ টকা সুতৰ পৰা পোৱা যাব। আমাৰ এই ৰিপৰ্টৰ ভিত্তিত জ্যোতি চিত্ৰবন সমাজে সেই সময়ৰ বজাৰত বছৰি ফিক্সদ্ ডিপ'জিতৰ ক্ষেত্ৰত পোন্ধৰ শতাংশ সৰ্বোচ্চ সুত দিওঁতা অসম কাৰ্বন প্ৰডাক্টছ্ লিমিটেডত এক কোটি টকা, হাউছিং ডেভলপমেন্ট ফাইনেঞ্চ কৰ্পৰেচনত দুই কোটি টকা দশ শতাংশ বছৰি সুতত আৰু বাকী চাৰি কোটি টকা ষ্টেট বেংকৰ দিশপুৰ শাখাত বছৰি আঠ শতাংশ সুতত ৰাখিবলৈ সিদ্ধান্ত গ্ৰহণ কৰে। এই সিদ্ধান্তত ময়েই আগভাগ লৈ ষড়যন্ত্ৰ কৰা বুলি ভাবি জ্যোতি চিত্ৰবনৰ ভিতৰ চ'ৰাৰ যি সকলৰ স্বাৰ্থত কিছুদিন আগতে মোৰ ৰিপৰ্টৰ ভিত্তিত ব্যাঘাত জন্মিছিল তেখেতসকলে অসমৰ এখন আগশাৰীৰ সাপ্তাহিক কাকতৰ এজন সাংবাদিকক হাত কৰি মোৰ বিৰুদ্ধে লিখোৱালে। কাকতখনৰ কেইবাসংখ্যাত লিখা কথাবোৰে মোক অলপ হ'লেও মানসিক অশান্তি দিলে। কিন্তু যি সকলৰ স্বাৰ্থত ব্যাঘাত জন্মিছিল তেওঁলোকে মোৰ একোৱেই ক্ষতি কৰিব নোৱাৰিলে। এবছৰৰ মূৰত ফিক্সদ্ ডিপ'জিতত ৰখা অনুষ্ঠান কেইটাৰপৰা মূল টকাৰ লগতে সুতৰ টকা আহিবলৈ ধৰিলে। এই সুতৰ পৰা পোৱা টকাৰে জ্যোতি চিত্ৰবন

সমাজে বিভিন্ন উন্নয়ন মূলক কামবোৰৰ বাবে চৰকাৰৰ অনুদান নোহোৱাকৈয়ে কাম কৰিব পৰা হ'ল। ষাঠিৰ দশকতে অসমৰ প্ৰয়াত মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহা ডাঙৰীয়াই জ্যোতি চিত্ৰবনক দিয়া প্ৰায় সত্তৰ বিঘা মাটিৰ ন বিঘাৰ বাদে বাকী অংশত কোনো দেৱাল নাছিল। তাৰে প্ৰায় চাৰি বিঘামান মাটি বিভিন্ন লোকৰ দ্বাৰা ইতিমধ্যে দখল হৈ গৈছে। এই সুতৰ পৰা পোৱা টকাৰ এটা অংশৰে জ্যোতি চিত্ৰবন সমাজে এই মাটিখিনি সম্পূৰ্ণভাৱে পকী দেৱালেৰে বেৰি পেলাবলৈ সক্ষম হয়। এই সুতৰ টকাৰ পৰাই জ্যোতি চিত্ৰবন ফিল্ম এণ্ড টেলিভিচন ইনষ্টিটিউটটো চলাবৰ বাবে পোন্ধৰ লাখ টকা আগবঢ়োৱা হয়। জ্যোতি চিত্ৰবনৰ এডিটিং গৃহটোৰ ওপৰত এক মহলা নিৰ্মাণ কৰি এডিটিং কোঠালী সমূহ ওপৰ মহলালৈ নি তলৰ মহলাটো সম্পূৰ্ণ ইনষ্টিটিউটটোৰ শ্ৰেণীসমূহ কৰাৰ সুবিধা কৰি দিয়া হয়। জ্যোতি চিত্ৰবনৰ প্ৰশাসনিক ভৱনটো একমহলাৰ আছিল। ইয়াৰে ওপৰ মহলাটো নিৰ্মাণ কৰি কামৰ সুবিধা কৰি লোৱা হয়। এই সকলোবোৰ কাম ফিক্সদ্ ডিপ'জিতৰ পৰা পোৱা সুতৰ টকাখিনিৰ পৰাই জ্যোতি চিত্ৰবনে কৰিবলৈ সক্ষম হৈছিল। সেয়েহে মই প্ৰশ্ন কৰিব খোজো, তেনেহ'লে আমাৰ দোষ ক'ত হ'ল?

১৯৯৮ চনত অসম চৰকাৰে শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ সমাজৰ সাধাৰণ পৰিষদখনৰ পুনৰ গঠন কৰে। ময়ো বিশজন সদস্যৰ ভিতৰত এজন সদস্য অন্তৰ্ভূক্ত হওঁ। সেইবছৰ ১৪ জুলাই তাৰিখে অনুষ্ঠিত হোৱা প্ৰথমখন সাধাৰণ পৰিষদৰ সভাত তিনিজন বেচৰকাৰী সদস্যক কাৰ্য্যকৰী সদস্য হিচাপে নিৰ্ব্বাচন কৰা হয়। ৰাধিকা মোহন ভাগৱতী, ড° ভুবন মোহন দাস আৰু মই কাৰ্য্যকৰী সদস্য হিচাপে নিৰ্ব্বাচিত হওঁ। নৱনিৰ্ব্বাচিত উপ-সভাপতি ড° ভবেন্দ্ৰ নাথ শইকীয়াদেৱে তেখেতৰ সপোনৰ কলাক্ষেত্ৰখনৰ বিভিন্ন উন্নয়নমূলক আঁচনিৰ সতে মোক জড়িত কৰে। আমি সদস্যভুক্ত হোৱা সময়ত কলাক্ষেত্ৰখনৰ কাম সম্পূৰ্ণ হ'বলৈ তেতিয়াও চল্লিশ শতাংশ বাকী আছিল। কেন্দ্ৰীয় চৰকাৰৰ পৰা ইয়াৰ আগৰ চৰকাৰৰ দিনত অহা ছয় কোটি টকা অন্য শিতানত খৰচ কৰি থৈছিল। সাধাৰণ পৰিষদৰ সভাপতি মুখ্যমন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্তক এই

ধন অনতিপলমে মোকোলাই দিয়াৰ দিহা কৰিবলৈ অনুৰোধ জনোৱা হয়। কলাক্ষেত্ৰৰ নিৰ্মাণকাৰী সংস্থাক আলোচনাৰ বাবে মাতি পঠোৱা হয়। তেওঁলোকে কেইবাবছৰো বাকী থকা বিলৰ টকা নোপোৱাৰ হেতুকে কাম বন্ধ ৰখাৰ বিষয়ে জানিবলৈ দিয়ে। তেওঁলোকক সেই বছৰ অক্টোবৰ মাহৰ দুই তাৰিখে মুকলি কৰিব পৰাকৈ কলাক্ষেত্ৰৰ নিৰ্মাণকাৰ্য্য সম্পূৰ্ণ কৰিবলৈ সময়সীমা বান্ধি দিয়া হয়। তেওঁলোকৰ পাব লগা আংশিক টকা মুকলি কৰি দিয়াৰ ব্যৱস্থা কৰা হয়। লগে লগে নিৰ্মাণৰ কাম পুনৰ যুদ্ধকালিন প্ৰস্তুতিৰে আৰম্ভ হ'বলৈ ধৰে। নিৰ্দ্ধাৰিত দুই অক্টোবৰ তাৰিখে কলাক্ষেত্ৰ মুকলি কৰিব পৰা নগ'ল যদিও নবেম্বৰ মাহৰ ন তাৰিখে ভাৰতৰ ৰাষ্ট্ৰপতি কে.আৰ. নাৰায়ণন ডাঙৰীয়াই শংকৰদেৱ কলাক্ষেত্ৰ দেশৰ নামত অৰ্পণ কৰে।

১৯৯৯ চনৰ মাৰ্চ মাহৰ বাৰ তাৰিখে আমাৰ একমাত্ৰ পুত্ৰ ৰূপমৰ বিয়া হৈ যায় বেলতলাৰ নিহাৰেন্দু মোহন দাসৰ কণিষ্ঠা কণ্যা অপৰূপাৰ সৈতে। বেছ ৰুচি সম্মতভাবে বিয়াখন সম্পূৰ্ণ হয়। বিয়াৰ দিনাখন ৰাতি কইনাৰ ঘৰতে মোৰ গাটো অলপ বেয়া লাগিছিল কিন্তু পিছদিনাখন জিৰণি লোৱাত পুনৰ ভাল পাই উঠো। চৌধ্য তাৰিখে বিয়াৰ অভ্যৰ্থনাত অসমীয়া কথাছবি জগতৰ নিপন গোস্বামী, প্ৰাঞ্জল শইকীয়া, মঞ্জুলা বৰুৱাকে ধৰি সৰহ ভাগ অভিনেতা-অভিনেত্ৰীয়ে আলহীতকৈ গৰাকীৰ ভূমিকা গ্ৰহণ কৰাত তেওঁলোকৰ প্ৰতি মই কৃতজ্ঞ।

এই বছৰ শিল্পী পেঞ্চনৰ প্ৰাৰম্ভিক তিনিজনীয়া বাছনি সমিতিৰ মযো এজন সদস্য আছিলো। ইয়াৰ দুবছৰ আগতে ১৯৯৭ চনতো মই এই সমিতিৰ সদস্য আছিলোঁ। এই দুয়োটা বছৰৰ সমিতিত থাকি শিল্পী পেঞ্চনৰ নিৰ্দ্ধাৰিত বাছনিৰ প্ৰক্ৰিয়াটো মোৰ ত্ৰুটিপূৰ্ণ যেন লাগিছিল। এই বিষয়ে মই লিখিতভাৱে মুখ্যমন্ত্ৰীক জনাইছিলো। শিল্পীসকলে কৰা আবেদনৰ ভিত্তিত সাংস্কৃতিক সঞ্চালকালয়ে এখন তালিকা তৈয়াৰ কৰে। এই তালিকাখন প্ৰাৰম্ভিক বাছনি সমিতিক দিয়া হয়। প্ৰাৰম্ভিক বাছনি সমিতিয়ে তাৰ পৰা প্ৰায় ষাঠিজন মানৰ নাম শিল্পীসকলৰ অৰ্হতাৰ ভিত্তিত বাছনি কৰে। তাতো আকৌ অসমৰ গোটেই কেইখন জিলাৰ শিল্পী

অন্তৰ্ভুক্ত হৈছে নে নাই চাব লাগে। সেইখন তালিকা আগষ্টৰ তেৰ বা চৌধ্য তাৰিখৰ দিনা মুখ্যমন্ত্ৰীৰ কাৰ্য্যালয়ত সাহিত্য সভাৰ সভাপতি আদিক লৈ এখন বিশেষ সমিতিয়ে আলোচনা কৰি ২৫ জন মানক চূড়ান্ত বাছনি কৰি পোন্ধৰ আগষ্টৰ দিনা ঘোষণা কৰে। কেতিয়াবা প্ৰাৰম্ভিক বাছনি সমিতিয়ে বিবেচনা কৰা তালিকাখনৰ বিশেষ সালসলনি নহয়। কেতিয়াবা আকৌ গোটেই তালিকাখনৰ দুই এজনৰ বাদে বাকীসকলৰ নাম ৰাজনৈতিক ভাৱে সলনি হৈ যায়। এই প্ৰক্ৰিয়াটো শুদ্ধ নে বাৰু? মোৰ ভাব হৈছিল, কেতিয়াও নহয়। অসমত এনে এচাম শিল্পী আছে যি সকলে গোটেই জীৱন শিল্প সাধনাত ব্ৰতী হৈ আছে কিন্তু তেখেতসকলে অভিমান বা ক্ষোভত আবেদন কৰি শিল্পী পেঞ্চন ল'বলৈ আগবাঢ়ি নাহে। এই চাম গুণী শিল্পী চলিত প্ৰক্ৰিয়াৰ দ্বাৰা সদায় বঞ্চিত হৈ থকা নাই নে? মুখ্যমন্ত্ৰীলৈ লিখা চিঠিখনত মই ইয়াকে প্ৰশ্ন কৰিছিলো। সেয়েহে মই লিখিছিলো যে বছৰি অন্ততঃ এজন বা দুজন তেনে শিল্পীক প্ৰাৰম্ভিক বাছনি সমিতিয়ে আবেদনকাৰীসকলৰ বাহিৰত বাছনি কৰিবলৈ দিব লাগে। এই প্ৰক্ৰিয়াৰ দ্বাৰা আমি ভাৰতবৰ্ষৰ এগৰাকী প্ৰখ্যাত চিত্ৰকৰ অসমৰ সন্তান হেমন্ত মিশ্ৰ ডাঙৰীয়াৰ নাম সেইবাৰ চৰকাৰলৈ পঠাইছিলো আৰু তেখেতক শিল্পী পেঞ্চন দিয়া হৈছিল। কিন্তু এই প্ৰক্ৰিয়াৰ কোনো স্থায়ী পদক্ষেপ চৰকাৰে গ্ৰহণ নকৰিলে বাবেই পূৰ্ব্বৰ নিয়মতেই শিল্পী পেঞ্চনৰ বাছনি প্ৰক্ৰিয়া চলি আছে।

জানা, ১৯৯৯ চনৰ একত্ৰিশ আগষ্টৰ দিনা মই বত্ৰিশ বছৰীয়া অসম কাৰ্বনৰ চাকৰি জীৱনৰ অৱসান ঘটাই অৱসৰ গ্ৰহণ কৰোঁ। অৱসৰ গ্ৰহণ কৰি আহি সেইদিনা মই একো অনুভৱ কৰা নাছিলো। কিন্তু পিছদিনা ৰাতিপুৱা উঠিয়েই ভাবিলো বত্ৰিশ বছৰে ৰাতিপুৱাৰ সেই ব্যস্ততাটো হঠাৎ নোহোৱা হৈ পৰিল। সেইদিনা ৰাতিপুৱাতে কিবাশক ক'লো 'ব'লা মোৰ লগত ওলোৱা' গোটেই দিনটো আমি ঘূৰি কটালো। বিভিন্ন ঠাইলৈ গ'লো, কলেজ ষ্টুডিঅ'ত ফটো উঠালো, ফাঁচী বজাৰৰ ৰবীন কেবিনত খোৱা বোৱা কৰিলো, বিভিন্ন বন্ধুৰ ঘৰলৈ গ'লো, সন্ধিয়া অসম কাৰ্বনৰ কৰ্মচাৰী ইউনিয়নে পতা বিদায় সভালৈ গ'লো। নিজকে বৰ মুকলি মুকলি লাগিল।

কিৰণে হয়তো মোৰ মনৰ ভাব বুজিয়েই মোক লগ দিলে।

কেইমাহ মানৰ আগৰে পৰা বন্ধু ধীৰু ভূএগ্ৰা দুৰাৰোগ্য অসুখত পৰি আছে। সময়ে সময়ে তাৰ কাষত বহি অসুখ নিৰাময়. ঈশ্বৰে প্ৰাৰ্থনা জনাইছো, তাক সাহস দিছো। অৱসৰ গ্ৰহণ কৰাৰ দ্বিতীয় দিনাও কিৰণকলৈ ওলাই গ'লো। ঘূৰি আহি গম পালো যে ধীৰুৰ অসুখ বেছি হৈছে। সেই মুহূৰ্ত্তৰ পৰা ধীৰুৰ তাতেই কটালো। ৰাতি শুৱলৈ বুলি ঘৰলৈ আহিলো যদিও মনটো উগুল-থুগুল লাগি থাকিল। প্ৰায় শেষ নিশা আমাৰ কন্যা ময়ূৰীয়ে ফোনতে জনালে, ধীৰু ঢুকাল! বহুতো পুৰণা স্মৃতিয়ে লগে লগে আবৰি ধৰিলেহি। ঢাপলি মেলিলো ধীৰুৰ ঘৰলৈ। এক বুজাব নোৱাৰা বিষাদ মোৰ মাজেদি পাৰ হৈ গ'ল।

লাহে লাহে দুহেজাৰ চন সমাগত হ'ল। এটা শতিকাৰ শেষৰ বছৰ। 'মিলেনিয়াম ইয়েৰ'। সকলো কথাতে মিলেনিয়ামৰ চাপ দেখিবলৈ পোৱা গ'ল। গোটেই বছৰ ধৰি উলহ-মালহ উদযাপন হ'ব। এই দৃষ্টি ৰাখিয়েই শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰই 'নৱবৰ্ষ মহোৎসৱ' বুলি এক অনুষ্ঠানৰ আয়োজন কৰিলে। এক জানুৱাৰীৰ পৰা সোতৰ জানুৱাৰী শিল্পী দিৱসত শেষ হোৱাকৈ এই অনুষ্ঠানৰ আয়োজন কৰা হয়। সেই বছৰৰ পৰা বৰ্ত্তমানলৈকে প্ৰতি বছৰে এই অনুষ্ঠান পাতি অহা হৈছে।

সেই বছৰ ফেব্ৰুৱাৰীৰ শেষ আৰু মাৰ্চৰ প্ৰথম দুদিন মান সামৰি পাঁচদিনীয়াকৈ সংগীত নাটক একাডেমীৰ উদ্যোগত 'গণতন্ত্ৰ মহোৎসৱ' শীৰ্ষক এখনি শাস্ত্ৰীয় সংগীতৰ অনুষ্ঠান অনুষ্ঠিত হয়- কলাক্ষেত্ৰৰ বাকৰিত। সেই উদ্দেশ্যে সংগীত নাটক একাডেমীৰ খৰছত বাকৰি মঞ্চখন তৈয়াৰ কৰা হয়। এই মহোৎসৱত ভাৰতবৰ্ষৰ শীৰ্ষ স্থানীয় প্ৰায় সকলো শাস্ত্ৰীয় সংগীত শিল্পীৰ সমাবেশ হৈছিল। এই মহোৎসৱ গুৱাহাটীত অনুষ্ঠিত কৰাতো সম্ভৱ হৈ উঠিছিল মাত্ৰ একাডেমীৰ অধ্যক্ষ ড° ভূপেন হাজৰিকাৰ বাবে। এই অনুষ্ঠানৰ দ্বিতীয় দিনা কাৰ্য্যসূচী আৰম্ভ হোৱাৰ আগে আগে খবৰ পোৱা গ'ল অসম মন্ত্ৰীসভাৰ সদস্য নগেন শৰ্ম্মা সন্ত্ৰাসবাদীৰ বোমা বিস্ফোৰণত নলবাৰীৰ ওচৰত নিহত হৈছে। সেইদিনা 'দমন' কথাছবিৰ লোকেচন চাবলৈ একাডেমীৰ অধ্যক্ষ ভূপেন দা গুৱাহাটীৰ বাহিৰত আছে।

খবৰ পোৱাৰ লগে লগে কলাক্ষেত্ৰৰ সচিব নলবাৰীলৈ বুলি ঢাপলি মেলে। ইফালে দৰ্শক আহি উপস্থিত হৈছেহি। এতিয়া অনুষ্ঠান আৰম্ভ হ'ব নে সন্ধ্যাটোৰ বাবে অনুষ্ঠান বন্ধ থাকিব একাডেমীৰ সচিবে এই সিদ্ধান্তটো ল'বলৈ অমান্তি হয়। মই কলাক্ষেত্ৰৰ কোনো বিষয়ববীয়া নোহোৱাকৈ এই গুৰুত্বপূৰ্ণ সিদ্ধান্তটো ল'বলগীয়া হৈছিল। একাডেমীৰ অধ্যক্ষ ভূপেন দাই মোৰ সিদ্ধান্তৰ প্ৰতি ধন্যবাদ জনালে। পিচদিনা নগেন শৰ্ম্মাৰ আত্মাৰ সদ্গতিৰ বাবে অনুষ্ঠান বন্ধ ৰখা হয়।'

বৰদেউতাই প্ৰসংগ সলনি কৰি পুনৰ চলচিত্ৰ অভিনয়ৰ কথালৈ আহিছিল। তেখেতে কৈছিল -'সুঁৱৰিছো 'দমন' নামৰ হিন্দী কথাছবিখনৰ পৰিচালিকা কল্পনা লাজমী আৰু সংগীত পৰিচালক তথা অন্যতম প্ৰয়োজক ভূপেন দাই মোক চুক্তিবদ্ধ কৰা কথাবোৰ। সম্পূৰ্ণ বলীউদৰ কলা কুশলীৰ সতে কাম কৰা এইখন মোৰ প্ৰথম কথাছবি। মোৰ বোঁৱাৰীৰ ভূমিকাত অভিনয় কৰিছে বলীউদৰ নায়িকা ৰবীনা টেণ্ডনে, দুজন পুত্ৰৰ ভূমিকাত প্ৰখ্যাত খলনায়ক ছায়াজী চিন্দে আৰু সঞ্জয় সুৰীয়ে। ৰবীনাৰ লগত কাম কৰি ভাল লাগিল। ৰবীনা এগৰাকী গুণী শিল্পী, তেওঁৰ সহজ-সৰল, অহংকাৰবিহীন মাৰ্জিত আচৰনে মোক মুগ্ধ কৰিছিল। ছায়াজী ভাল অভিনয় শিল্পী যদিও চিত্ৰনাট্যৰ বাহিৰত নিজে সংলাপ তৈয়াৰ কৰি কোৱাৰ অভ্যাস এটা আছে, যিটোৱে সহশিল্পীসকলক বহুতো সময়ত অসুবিধাত পেলায়। মই এই বিষয়ে তেওঁক সোঁৱৰাই দিব ল'গা হৈছিল যে এইটো এটা বেয়া অভ্যাস। সঞ্জয় সুৰী এজন খুউব সম্ভাবনাপূৰ্ণ শিল্পী। তেওঁৰ এটা কৰুণ অতীত আছে। সঞ্জয় কাশ্মীৰৰ লোক। তেওঁৰ দেউতাক, ককায়েকক সন্ত্ৰাসবাদীয়ে চকুৰ আগতে হত্যা কৰে। তেওঁ ছদ্মবেশ ধৰি ভনীয়েক আৰু মাকক লগতলৈ কাশ্মীৰৰ পৰা দিল্লীলৈ পলাই আহে। দিল্লীৰ ফুটপাথত কাগজ, কাপোৰ বিক্ৰী কৰি দিন কটোৱা সঞ্জয়ৰ এদিন ভাগ্য উদয় হ'ল। অতি সুৰ্দৰ্শন সঞ্জয়ে এটা কোম্পানীৰ বিজ্ঞাপনৰ বাবে সুযোগ পালে। তাৰ পৰাই লাহে লাহে বলীউদৰ ছবিত অভিনয়ৰ সুযোগ। মই মন কৰিছিলো কথাখিনি কৈ যাঁওতে সঞ্জয়ৰ চকুৰ পৰা অশ্ৰু নিগৰিছিল। 'দমন'ত এই সকল শিল্পীৰ সতে অভিনয় কৰি বৰ আনন্দ

পালো। কথাছবিখনৰ শুটিংৰ সময়ত ভূপেন দাক প্ৰায় পোন্ধৰ দিন মান ঘৰ কাষৰ পৰা পালো। বৰ্ত্তমানৰ ভূপেনদা জন যেন এজন বেলেগ মানুহ - আগৰ ভূপেন দা জন নহয়। ৰাতিপুঁৱাতে লুঙী আৰু পাঞ্জাবীটো পিন্ধিলৈ শুটিংৰ কেম্পৰ ঘৰটোৰ বাৰীখনত কাঠ আলু খুচৰি ফুৰা, কচুৰথোৰ চিঙি ফুৰা, সময় পালেই আমচৈ চাহবাগানৰ ভিতৰত থকা ডাঙৰ পুখুৰীটোত বৰশী বাবলৈ যোৱা ভূপেন দা যেন মুম্বাইৰ যান্ত্ৰিকতাৰ মাজত থাকিলেও জন্মভূমি অসমখনলৈ মনে মনে ঘূৰি আহিব বিচাৰে।

দুহেজাৰ চনৰ মে' মাহৰ দহ তাৰিখে 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'ৰ নবনিৰ্মিত ভৱনটোৰ উদ্বোধন হয়। উদ্বোধন কৰেহি তেতিয়াৰ মুখমন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্তই। মুখ্যমন্ত্ৰী সাহায্য পুঁজি, সাংসদ পুঁজি, বিধায়ক পুঁজি, বিভিন্ন অনুষ্ঠান, ব্যক্তি বিশেষৰ দান বৰঙনিৰে প্ৰায় পঞ্চাশ লাখ টকাৰ ব্যয় সাপেক্ষ কুমাৰ ভাস্কৰ নাট্য মন্দিৰৰ মঞ্চ তথা প্ৰেক্ষাগৃহটিক নতুন ৰূপত সজাই তোলাৰ কাম শেষ কৰিব পৰাত মনটো আনন্দৰে ভৰি পৰিল। চাৰিদিন ধৰি উদ্‌যাপন কৰা এই উদ্বোধনী অনুষ্ঠানৰ অংশ হিচাপে লক্ষ্যধৰ চৌধুৰীদেৱৰ 'ঠিকনা' নাটকখন দুনিশা মঞ্চস্থ কৰা হৈছিল। লক্ষ্যদাই নিজে অভিনয় কৰা এইখনেই তেখেতৰ শেষ নাটক। কুমাৰ ভাস্কৰ নাট্য মন্দিৰ সম্পূৰ্ণ ৰূপত উদ্বোধন আৰু নবনিৰ্মিত প্ৰেক্ষাগৃহটোত 'ঠিকনা' নাটকত অভিনয় কৰিবলৈকে যেন তেখেত ৰৈ আছিল। কাৰণ সেই বছৰৰ আগষ্ট মাহৰ ওঠৰ তাৰিখে তেখেতে শেষ নিশ্বাস ত্যাগ কৰে। কুমাৰ ভাস্কৰ নাট্য মন্দিৰে পুনৰ 'পাৰা থিয়েটাৰ'ৰ দুৱাৰ মুকলি কৰিব বুলি সকলোৱে আশা প্ৰকাশ কৰিলে।

সেই বছৰ মে' মাহৰ এক তাৰিখে মই তিনিবছৰৰ বাবে কলাক্ষেত্ৰ সমাজৰ পৰিকল্পনা আৰু উন্নয়ন উপদেষ্টা হিচাপে যোগদান কৰো। শংকৰদেৱ কলাক্ষেত্ৰৰ বিভিন্ন আঁচনিৰ পৰিকল্পনা আৰু ইয়াৰ উন্নয়নৰ কাম কাজৰ বাবে অসম চৰকাৰে মোক নিযুক্তি দিয়ে। কলাক্ষেত্ৰ সমাজৰ উপ-সভাপতি ড° ভৱেন্দ্ৰ নাথ শইকীয়া আৰু ইয়াৰ সচিব গৌতম শৰ্ম্মাই অসম চৰকাৰলৈ পৰিকল্পনা আৰু উন্নয়নৰ দিশটো সম্পূৰ্ণভাৱে চোৱা চিতা কৰিবৰ বাবে মোক লাগে বুলি আবেদন জনোৱাৰ ফলশ্ৰুতি হিচাপে

চৰকাৰে মোক নিযুক্তি দিয়ে। কলাক্ষেত্ৰৰ প্ৰথম নিয়মীয়াকৈ বাহিৰলৈ আৰম্ভ কৰি দেখিলো যে ইয়াৰ উন্নয়নমূলক কাম কাজৰ পৰিকল্পনা কৰাৰ আগতে প্ৰশাসনিক দিশত থকা অসংখ্য ছিদ্ৰ প্ৰথমতে মাৰি ল'ব নোৱাৰিলে কাম কৰা বৰ কঠিন হ'ব। সেয়েহে প্ৰশাসনিক দিশ কৰ্তৃপক্ষৰ হাতৰ মুঠিলৈ আনিবলৈ বিভিন্ন উপায়ৰ সৃষ্টি আৰু ইয়াক কাৰ্য্যকৰ কৰাৰ চেষ্টা চলালো। গোটেই জীৱনৰ সঞ্চিত অভিজ্ঞতাৰ পৰা অতি কম সময়ৰ ভিতৰতে প্ৰশাসনিক দিশত কলাক্ষেত্ৰ এক কোম্পানীৰ পৰ্য্যায়লৈ উন্নীত হ'ল। কলাক্ষেত্ৰ এনে এটি অনুষ্ঠান যিটো চৰকাৰী ধ্যান-ধাৰণাৰে চলিবলৈ হ'লে ইয়াৰ ধ্বংস অনিবাৰ্য্য। সেয়েহে মই আগবঢ়োৱা মন্তব্য সমূহৰ প্ৰতি উপ-সভাপতি ড° ভবেন্দ্ৰ নাথ শইকীয়া আৰু সচিব গৌতম শৰ্মাই সম্পূৰ্ণ সহযোগ আগবঢ়াই ইয়াক কাৰ্য্যকৰী হোৱাত সহায় কৰিলে।

কলাক্ষেত্ৰৰ অট্টালিকা সমূহৰ আগফালে থকা বিশাল জলাশয়টিৰ পানী খৰালিৰ কেইমাহত সম্পূৰ্ণ শুকাই গৈ তলি ওলাই যোৱা কথাটো কলাক্ষেত্ৰত যোগদান কৰাৰ আগৰে পৰা দেখি আচৰিত হৈছিলো। যি জলাশয়টো কলাক্ষেত্ৰৰ সৌন্দৰ্য্য বৰ্দ্ধনৰ বাবে তৈয়াৰ কৰা হৈছে, ই শুকাই যোৱা ইয়াৰ সৌন্দৰ্য সম্পূৰ্ণৰূপে হানি কৰিছে। সেয়েহে মই যোগদান কৰাৰ পিচতে কলাক্ষেত্ৰত কোনো স্বাভাৱিক জলধাৰাৰ অৱস্থিতি আছে নেকি পৰীক্ষা কৰি দেখিলো যে কলাক্ষেত্ৰৰ মাটিখিনিৰ মাজেদি পিচফালৰ পাহাৰৰ পৰা এটা সৰু নিজৰা পাৰ হৈ আহিছে। যিটো ইয়াৰ নিৰ্মাণ কাৰ্য্যৰ সময়ত পুতি বাধা দিয়া হৈছিল। কিন্তু জলৰাশিয়ে কাৰো বাধা নমনাকৈ নিচিনাকৈ এই জুৰিটোৱেই নিজৰ গতি আন এফালেৰে উলিয়াই অবিৰতভাৱে কলাক্ষেত্ৰৰ মাজেৰে যোৱা ডাঙৰ নলাটোত পৰি চৌহদৰ বাহিৰলৈ ওলাই গৈছে। এই হেৰাই যোৱা জুৰিটোৰ উৎস উলিয়াই ডাঙৰ নলাটোত ইয়াৰ পানী পৰি নষ্ট হোৱাৰ আগতে ইয়াক কৃত্ৰিমভাৱে ভেটা এটা দি, কলাক্ষেত্ৰৰ মূল পথৰ তলেৰে ফুটা কৰি পাইপেৰে সেই পানী এটা 'চেম্বাৰ' কৰি তাত চালনি দি চেকাৰ ব্যৱস্থা কৰা হ'ল। যাতে বিভিন্ন আবৰ্জনা সেই চেম্বাৰটোত থাকি যায়। চেম্বাৰটোৰ কাষতে মাটিৰ তলত এক বিশাল টেংক তৈয়াৰ কৰা হ'ল। সেই টেংকটোৰ ওপৰ অংশৰ পৰা

দীঘলীয়া পাইপ লাইনেৰে জলাশয়টো সংযোগ কৰা হ'ল। জুৰিটোৰ পানী এই প্ৰক্ৰিয়াৰে টেংকটো ভৰি পৰাৰ লগে লগে বাহি হোৱা পানীখিনি পাইপেৰে অবিৰতভাৱে জলাশয়টোলৈ গৈ থাকিব আৰু কোনোদিনেই জলাশয়টো শুকাই নাযায়। এই প্ৰক্ৰিয়াৰে আজিও সেইভাৱেই জলাশয়টো কোনো দিনেই শুকাই যোৱা নাই। কলাক্ষেত্ৰ সমাজৰ পুঁজিৰ ধন এপইচাও খৰচ নকৰি এই সমস্ত খৰছৰ টকা মই ব্যক্তিগতভাৱে বিভিন্ন ব্যক্তি বিশেষ আৰু অনুষ্ঠানৰ পৰা বস্তু-বাহিনীৰে লৈ সম্পূৰ্ণ কৰি তুলিছিলো। এই জলাশয়ত বাৰ মাহে পানী শুকাই নোযোৱাৈলে চাই ইয়াত মাছৰ পোনা মেলি দিয়াৰ প্ৰক্ৰিয়াটোও ময়েই আৰম্ভ কৰিছিলো। জলাশয়টোৰ ওপৰত থকা দলঙত উঠি দৰ্শকে মাছবোৰৰ খেলা চাই থকা দেখিলে নিজৰেই কিবা এটা ভাল লাগি গৈছিল।

কলাক্ষেত্ৰৰ বেছিভাগ আঁচনি তৈয়াৰ কৰা আৰু ইয়াক বিভিন্ন চৰকাৰী বিভাগৰ সতে যোগাযোগ কৰি তাৰ পৰা পুঁজি আনি কাম সম্পূৰ্ণ কৰাৰ ব্যৱস্থা মোৰ যোগেদিয়ে হৈছিল। ড° ভবেন্দ্ৰ নাথ শইকীয়া আৰু গৌতম শৰ্ম্মাৰ সহযোগত কামবোৰ নিয়াৰিকৈ হৈ যাৱলৈ ধৰাত শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ জনমানসত উদ্ভাসিত হৈ আহিবলৈ ধৰিলে।' বৰদেউতাৰ কথাবোৰে যেন মোক অন্য এখন জগতৰ সম্ভেদ দিলে। সময়বোৰ গৈ আছিল....! □

# তেৰ

মনত পৰে এই অধ্যায়তে বৰদেউতাই তেখেতৰ জীৱনৰ আন এক পীড়াদায়ক ঘটনা মোক কৈ গৈছিল। কথাবোৰ অৰ্গল তেখেতৰ মুখৰ পৰা ওলাইছিল। মই তেখেতৰ মুখলৈ একান্ত ভাৱে চাই ৰ'লো। মন কৰিছিলো, সাঁচি ৰখা কথাবোৰ কৈ যাওঁতে বৰদেউতাৰ মুখমণ্ডলত প্ৰকট হৈ পৰিছিল এক গভীৰ বিষাদৰ ছাঁ।

বৰদেউতাই কৈছিল- 'কথাবোৰে মোক আঘাত দিলেও কথাবোৰ মই ক'বই লাগিব, নহ'লে মোৰ জীৱনৰ কথাবোৰেই আধৰুৱা হৈ ৰ'ব। এই মিলেনিয়াম ইয়েৰতেই মোৰ জীৱনৰ পীড়াদায়ক ঘটনাটো ঘটে। মোৰ অতিকৈ প্ৰিয় ককাইদেউ সদৃশ মোৰ গুৰু স্থানীয় লোক এজনে মোৰ ওপৰত কিবা কাৰণত বিতুষ্ট হৈয়েই নেকি মই জ্যোতি চিত্ৰবন ফিল্ম ষ্টুডিঅ'ত কাৰ্য্যকৰী সদস্য থকা কালত ১৯৯৮ চনত অসমৰ আগশাৰীৰ সাপ্তাহিক কাকতত প্ৰকাশ পোৱা সম্পূৰ্ণ ভিত্তিহীন মনেসজা কিছুমান কথাৰ আধাৰত এইবাৰ এখন আগশাৰীৰ দৈনিক কাকতত তেখেতে ধাৰাবাহিক ভাৱে তিনিটা সংখ্যাত তিনিটা প্ৰবন্ধ লিখে। তেখেতে কোনো তথ্যৰ ওপৰত ভিত্তি নকৰি কেৱল মাত্ৰ ১৯৯৮ চনৰ সাপ্তাহিকখনৰ সংবাদদাতাৰ দৰে মোৰ ওপৰত বিভিন্ন বদনাম আৰু মোক ষড়যন্ত্ৰকাৰীৰূপে, প্ৰকাশ কৰাত মোৰ মন একেবাৰে ভাগি গ'ল। যি জন লোকক ১৯৬২-১৯৬৩ চনৰ পৰাই মই গুৰুৰ আসনত প্ৰতিষ্ঠা কৰিছিলো, তেনে এজন ব্যক্তিৰ এনে কাৰ্য্যই মোৰ বিশ্বাসক চুৰমাৰ কৰি দিলে। সেয়েহে তেখেতে মোৰ ওপৰত অনা অভিযোগবোৰৰ প্ৰত্যুত্তৰ হিচাপে ময়ো এটা এটাকৈ পুংখানুপুংখভাৱে কাকতখনৰ পঢ়ুৱৈ সমাজক জনাবলৈ বাধ্য হ'লো, তিনিটা সংখ্যাত তিনিটা প্ৰবন্ধ লিখি। এজন গুৰুৰ প্ৰতি এজন শিষ্যই

হাতত কলম তুলি ল'ব লগা হোৱাটো, আকৌ বাজনৈতিকভাবে, কিমান কষ্টকৰ এই কথা ভুক্তভোগীজনহে অনুমান কৰিবলৈ সক্ষম হয়। পাঠুৱে সমাজে মোৰ ওপৰত অনা অভিযোগসমূহ যে ভিত্তিহীন মোৰ প্ৰবন্ধকেইটা পঢ়ি বুজিবলৈ সক্ষম হয়। দৈনিক কাকতত প্ৰকাশ পোৱা প্ৰবন্ধবাজিয়ে এখন ইংৰাজী কাকতৰো দৃষ্টি আকৰ্ষণ কৰাত সেইখন কাকতৰ কাকততো প্ৰথম পৃষ্ঠাত এলানি প্ৰবন্ধ প্ৰকাশ পাইছিল। ইংৰাজী কাকতৰ সংবাদদাতা মোৰ ওচৰলৈ সাক্ষাৎকাৰৰ বাবে আহোঁতে মই কৈছিলোঁ—ব্যক্তি গৰাকীক মই চাৰিটা দশকৰ পৰা মোৰ গুৰুৰ স্থানত ৰাখি আহিছোঁ। অভিনয় ক্ষেত্ৰত তেখেতৰ পৰা একাধিক কথা শিকিবলৈ সক্ষম হৈছোঁ। তেখেতে হয়তো কোনো উত্তেজনাৰ বশৱৰ্তী হৈ দৈনিক কাকতখনত প্ৰবন্ধবাজি প্ৰকাশ কৰিলে আৰু তাৰ প্ৰত্যুত্তৰত ময়ো লিখিব ল'গা হ'ল। তেখেতে লিখাৰ আগতে মোক এবাৰ সোধাৰ প্ৰয়োজনতাবোধ নকৰিলে, কথাবোৰ সঁচা নে মিছা। তথাপিও তেখেতৰ লগত চাৰিটা দশকৰ সম্পৰ্ক সদায়েই থাকিব। চাৰিটা দশকে তেখেতক গুৰু হিচাপে স্থান দি আহিছো যেতিয়া, সদায়েই দি যাম।'

এই ঘটনাটোৱে মোক বৰ বেছি আঘাত দিলে আৰু মই সাংস্কৃতিক ক্ষেত্ৰখনৰপৰা পৰাপক্ষত নিজকে আঁতৰাই ৰাখিবলৈ চেষ্টা কৰিলোঁ, যিহেতু শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰৰ পৰিকল্পনা আৰু উন্নয়ন উপদেষ্টা হিচাপে কৰ্মৰত হৈ আছিলো সেয়েহে ইয়াৰ উন্নয়নৰ কামত নিজকে ব্যস্ত ৰাখিলো।

শংকৰদেৱ কলাক্ষেত্ৰত ২০০১ চনৰ দ্বিতীয়খন নৱবৰ্ষ মেলাৰ অন্তিম দিনা ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'নিমাতী কইনা' নাটকখন কৰিবলৈ যো-জা চলে। মোক ৰজাৰ ভাৱত অভিনয় কৰিবলৈ গৌতম শৰ্মা আৰু প্ৰাঞ্জল শইকীয়াই জোৰ কৰে। হৃদপিণ্ডৰ অস্ত্ৰোপচাৰৰ পিছত তেওঁলোকে কৰা অনুৰোধক নেওচিব নোৱাৰি অভিনয় কৰিম বুলি কথা দিলো। আখৰা চলিল। নাট মঞ্চস্থ হোৱাৰ আগ নিশা কলাক্ষেত্ৰৰ মুকলি মঞ্চত অন্তিম আখৰাৰ সময়ত ঠাণ্ডা লগাৰ বাবেই নেকি নাটকৰ দিনা ৰাতিপুৱা শুই উঠাৰ পিছত গম পালো মোৰ মাতটো ফাটিছে। বৰ চিন্তাত পৰিলো। লাহে লাহে মাতটো নাইকিয়া হৈ আহিবলৈ ধৰিলে।

ঔষধ খাই, কথা বতৰা নকৈ মাতটো পুনৰ ঘূৰাই আনিবলৈ দিনটো চেষ্টা কৰিলো যদিও আবেলিলৈকে মাতটো নাটকৰ বাবে গ্ৰহণযোগ্য হৈ নুঠিল। মনত দুখ লৈয়ে মঞ্চত উঠিলো যদিও সেই ভগা মাতেৰে কেৱল মাত্ৰ সহশিল্পীসকলক অভিনয় কৰিবলৈ সহযোগ কৰাৰ নিচিনাহে হ'ল। মই অভিনয় কৰি একেবাৰেই তৃপ্তি নাপালো। সেইদিনাৰ পৰা মই পুনৰ নিজৰ স্থিতিত অটল হৈ কোনোদিনেই আকৌ মঞ্চ অভিনয় নকৰো বুলি সিদ্ধান্ত কৰিলোঁ।

সেই বছৰতেই গৌতম প্ৰসাদ বৰুৱাৰ কবিতাৰ এক কেছেট কৰিবলৈ আগবাঢ়ি আহে 'নৰ্থ ইষ্ট হেৰিটেজ' নামৰ এক এন.জি.অ'ই.। ইয়াৰ প্ৰতিষ্ঠাপক বন্ধুবৰ প্ৰমোদ শইকীয়াই অনুৰোধ কৰিলে, ইয়াত সন্নিবিষ্ট হ'ব লগা কবিতা কেইটা নিৰ্ব্বাচন কৰি দিবলৈ। এই কাম কৰি দিয়াৰ লগতে প্ৰমোদে ধৰিলে ইয়াৰ নামকৰণো কৰি দিব লাগে বুলি। গৌতম প্ৰসাদ বৰুৱাৰ কবিতা এটাৰ নামেৰে কেছেটটোৰ নামকৰণ কৰিলোঁ - 'এদিন কবিতাৰে হ'ব বিস্ফোৰণ'। সেই বছৰ নবেম্বৰ মাহৰ তেইশ তাৰিখে ভূপেন উজীৰৰ 'অডিঅ'টেক ষ্টুডিঅ'ত কবিতাকেইটাৰ বাণীবন্ধন হয়। বিভিন্ন কাৰণত খুউব কম সংখ্যক কেছেট উলিওৱাৰ পিছত এই কেছেট কিয় ব্যৱসায়িক ভাৱে মুক্তি লাভ নকৰিলে বুজিব নোৱাৰিলো।

২০০১ চনৰ এক ডিচেম্বৰ তাৰিখে শিৱসাগৰ নাট্য মন্দিৰত পৰশুৰাম বৰুৱা (ফুনু বৰুৱা)ৰ জন্ম শতবাৰ্ষিকী অনুষ্ঠান অনুষ্ঠিত হয়। এই অনুষ্ঠানলৈ মই বিশিষ্ট বক্তা হিচাবে আমন্ত্ৰিত হওঁ। 'ফুনু বৰুৱাদেৱ —প্ৰথম নায়ক' শীৰ্ষক এক বক্তৃতা মই মুকলি সভাত আগবঢ়াওঁ। এই সভাত ফুনু বৰুৱাদেৱৰ সৰু জোঁৱায়েক, বিশ্ববিখ্যাত সৰোদবাদক আমজাদ আলি খান ডাঙৰীয়াও উপস্থিত আছিল। মোৰ বক্তৃতা সন্দৰ্ভত 'The Telegraph' আৰু 'দৈনিক অসম' কাকতে মন্তব্য আগবঢ়াইছিল এইদৰে

"সভাত নিৰ্দিষ্ট বক্তা হিপাপে ভাষণ দি অভিনেতা ঈশান বৰুৱাই কয় যে প্ৰয়াত বৰুৱা এগৰাকী হাড়ে-হিমজুৰে সফল মঞ্চ অভিনেতা আছিল। বৰুৱাই প্ৰয়াত শিল্পীগৰাকীয়ে ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ সান্নিধ্যলৈ আহি কেনে পৰিস্থিতিত প্ৰথম অসমীয়া ছবি নিৰ্মাণ কৰিছিল সেই বিষয়ে সভাত অৱগত কৰাৰ উপৰিও প্ৰয়াত পৰশুৰাম বৰুৱাৰ

১৯০৭ চনৰ পৰা অভিনয়ৰ এক সমীক্ষা দাঙি ধৰে।"

*('দৈনিক অসম'-২/১২/২০০১)*

Nostalgia and reverence were the dominating themes of the function as speaker after speaker sang paeans to the actor popularly known as Phunu Barooah, hero of the first Assamese film 'Jaimati'. 'There are no parallels in Assam to Phunu Barooah as far as stage acting is concerned. He soared into the limelight from this very stage - Sibsagar Natya Mandir' Barua added. Ishan Barua, who was the invited speaker, went down memory lane describing Phunu Barooah's career as a stage actor.

*('The Telegraph' - 2/12/2001)*

ইতিমধ্যে সেইবছৰতে অসমত 'অসম গণ পৰিষদ' চৰকাৰৰ পতন আৰু কংগ্ৰেছ চৰকাৰৰ উত্থান হয়। সচৰাচৰ হোৱাৰ দৰে নতুন নতুন মুখ আৰু আদৰ কায়দা আৰম্ভ হৈছে। দুহেজাৰ দুই চনৰ আৰম্ভণিতে অশোক কুমাৰ বিষয়া আৰু হেপীমণি বিষয়াৰ প্ৰযোজনাত লক্ষ্মীনাৰায়ণ ফিল্মছৰ বেনাৰত 'মাঘত মামণিৰ বিয়া' নামৰ কথাছবিখনৰ চিত্ৰগ্ৰহণ আৰম্ভ হয়। সোনাপুৰৰ পৰা বাওঁহাতে সোমাই, পবিত্ৰা অভয়াৰণ্যৰ নিচেই কাষতে মনোৰম দৃশ্যাৱলীৰ মাজত একে লেথাৰিযে কেইবাদিনো কটাই বৰ ভাল লাগিল। এই কথাছবিখনত মই এক গুৰুত্বপূৰ্ণ ভূমিকাত অভিনয় কৰিছিলো। তেতিয়াই কটন কলেজৰ শতবাৰ্ষিকী অনুষ্ঠান জজ্ খেলপথাৰত অনুষ্ঠিত হয়। শতবাৰ্ষিকী অনুষ্ঠাটোত অধিক ব্যৱসায়িক দিশত মনোনিবেশ কৰা হ'ল। ইয়াত আন্তৰিকতাৰ অভাৱ ঘটিছে যেন অনুমান হ'ল। কলেজখনলৈ বিভিন্নক্ষেত্ৰত সুনাম কঢ়িয়াই অনা বৰ্ত্তমানেও জীৱিতসকলক এই শতবাৰ্ষিকী অনুষ্ঠানলৈ উলিয়াই আনিব নোৱাৰাটোও জানো এই অনুষ্ঠানৰ বিফলতা নহয়?

দুহেজাৰ চনৰপৰা বিভিন্ন প্ৰযোজক আৰু পৰিচালকৰ দ্বাৰা নিৰ্মিত কমিছ্নদ প্ৰগ্ৰেমৰ আধাৰত নিৰ্মিত টেলিফ্লিম আৰু ধাৰাবাহিকত অভিনয় কৰিছিলো। যদিও তেতিয়ালৈকে নিজে প্ৰযোজনা অথবা পৰিচালনাত হাত দিয়া নাছিলো। ইফালে আৰ্থিক সমস্যাই জৰ্জ্জৰিত কৰিছিল ভীষণ ভাৱে।

সেয়েহে কমিছ্নদ প্ৰগ্ৰেমৰ আধাৰত নিজে প্ৰযোজনা অথবা পৰিচালনা কৰিবলৈ এই বছৰৰ পৰা আৰম্ভ কৰিলো। গুৱাহাটী দূৰদৰ্শনৰ বাবে মোৰ প্ৰথম পৰিচালিত টেলিফিল্মখন হ'ল ড° ভবেন্দ্ৰ নাথ শইকীয়া ৰচিত 'সন্মান'। এই বছৰৰপৰা মই পৰিচালনালৈ আহিবলৈ মোৰ পৰিবাৰ কিৰণ আৰু কন্যা ময়ূৰী, জোঁৱাই স্বপ্নিলৰ পৰা বিশেষভাৱে উদ্‌গণি আৰু সহায় পাওঁ।

২০০২ চনৰ আগষ্ট মাহৰ চাৰি তাৰিখে 'সন্ধ্যাৰাগ' কথাছবিখনৰ পঁচিশ বছৰ পূৰ্ণ হোৱা উপলক্ষে গুৱাহাটীৰ 'অনুৰাধা' ছবিঘৰত এক বিশেষ প্ৰদৰ্শনৰ আয়োজন কৰা হয়। 'অনুৰাধা' ছবিঘৰ দৰ্শকৰে ভৰি পৰে। পঁচিশ বছৰৰ আগতে অভিনয় কৰা ছবিখন চাবলৈ বুলি কিৰণক লগতলৈ ময়ো যাওঁ। এই পঁচিশ বছৰত মোৰ জীৱনৰ ওপৰেদি বহু ধুমুহা পাৰ হৈ গৈছে, চেহেৰাৰ ফালৰ পৰাও এই সময়খিনিৰ ভিতৰত আমূল পৰিৱৰ্ত্তন হৈছে। সেয়ে 'অনুৰাধা' ছবিঘৰত গৈ উপস্থিত হ'লোগৈ। ৰুণুদেৱী, আৰতি বৰুৱা, মায়া বৰুৱা, নানু দত্ত আৰু আনন্দ মোহন ভাগৱতী আদি 'সন্ধ্যাৰাগ' অভিনয় শিল্পী সকলক লগ পাই বৰ আনন্দ পালো। পাঁচ আগষ্টৰ দিনা বিবেকানন্দ কেন্দ্ৰত অনুষ্ঠিত হোৱা 'সন্ধ্যাৰাগ'ৰ পৰিচালক ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ সতে হোৱা অন্তৰঙ্গ আলাপ এটা ব্যতিক্ৰমী অনুষ্ঠান আছিল।

বকুলবনৰ কবি আনন্দ চন্দ্ৰ বৰুৱাদেৱৰ জ্যেষ্ঠ পুত্ৰ পৰজ বকুল বৰুৱাই ১৯৯৯ চনৰেপৰা বকুল বনৰ কবিৰ কবিতা আৰু গীতসমূহ পৰ্য্যায়ক্ৰমে কেছেটত বাণীবদ্ধ কৰাৰ এক প্ৰচেষ্টা হাতত লয়। তেখেতৰ প্ৰথমটো কবিতাৰ কেছেট 'পৃথিৱীৰ প্ৰেমে মোক দেৱলীয়া কৰিলে'ত মই বৰুৱাদেৱৰ দুটা কবিতা আবৃত্তি কৰো। ইয়াৰ পিছত পৰজ বকুলে বকুল বনৰ কবিৰ গীতৰ এটা কেছেট উলিয়ায়। কবি নৱকান্ত বৰুৱা ছাৰ ঢুকুৱাৰ কেইমাহমান আগতে পৰজ বকুল, চাৰৰ তালৈ যাওঁতে আৰু তেখেতক তেওঁ নতুন এটা কবিতাৰ আবৃত্তিৰ কেছেটৰ কথা কওঁতে ছাৰে হেনো পৰজক কৈছিল যে মই বোলে কবিতাবোৰ বুজি আবৃত্তি কৰো, সেয়েহে এইবাৰ আনন্দ চন্দ্ৰ বৰুৱাদেৱৰ কবিতাৰ কেছেট উলিয়ালে যেন মোৰ দায়িত্বত কৰায়। এই খিনি কথা বৰুৱা চাৰ ঢুকুৱাৰ কেইমাহমান পিছত পৰজ বকুলে কেছেট সম্পৰ্কে আলোচনা কৰিবলৈ আহোঁতে মোৰ আগত

কোৱা কথা। কথাখিনি শুনি এইজন মহান ব্যক্তিৰ প্ৰতি শ্ৰদ্ধাত মূৰ দোঁ খাই গৈছিল।

কেছেটটোৰ নিৰ্মাণৰ সমস্ত দায়িত্ব মোৰ ওপৰতে দি পৰজ বকুল তেওঁৰ কৰ্মস্থান দুলীয়াজানলৈ বুলি গ'লগৈ। পৰজ বকুলে তেওঁৰ পৰিকল্পনাৰ বিষয়ে মোক ক'লে। কেছেটটোত এফালে বকুল বনৰ কবি আনন্দ চন্দ্ৰ বৰুৱাৰ কবিতা থাকিব আৰু আনফালে থাকিব নৱকান্ত বৰুৱা ছাৰৰ কবিতা। কেছেটটো হ'ব পঞ্চল্লিশ মিনিটৰ। সেয়েহে প্ৰথম পৰ্ব হিচাপে মই 'বকুলবনৰ কবিতা' পুথিৰ পৰা আনন্দ চন্দ্ৰ বৰুৱাৰ কবিতাখিনি নিৰ্ব্বাচন কৰি উঠি কাহিলিপাৰাত থকা নৱকান্ত বৰুৱা ছাৰৰ গুণগ্ৰাহী তীৰ্থ ফুকনৰ ঘৰ ওলালোগৈ, বৰুৱা ছাৰৰ কবিতা সংকলন কেইটা আনিবৰ বাবে। দুয়োগৰাকী কবিৰ প্ৰায় এঘাৰটা কবিতা নিৰ্ব্বাচন কৰি বাণীবদ্ধন কৰা হ'ল। মই কেছেটটো বহু কেইজন আবৃত্তিকাৰৰ সমাৱেশ নঘটাই নাৰী কণ্ঠ হিচাপে কেৱল শ্ৰুতিমালা দুৱৰাক ললোঁ আৰু পুৰুষ কণ্ঠৰ কবিতা কেইটাৰ আবৃত্তি মই কৰিলোঁ।

কেছেটটোৰ বেটুপাতৰ পৰিকল্পনা আৰু অংকন কৰিবলৈ দিয়া হ'ল শিল্পী পুলক গগৈক। বাণীবন্ধন হ'ল ভূপেন উজীৰৰ অডিঅ'টেক ষ্টুডিঅ'ত। সংগীতৰ দায়িত্বত থাকিল হীৰেন গোঁহাঞি। কেছেটটোৰ আৰম্ভণি আৰু মোখনি মাৰিবলৈ আমন্ত্ৰণ কৰা হ'ল ড° নগেন শইকীয়াক। শ্ৰদ্ধাঞ্জলি জনোৱা হ'ল এই বুলি, 'বকুল বনত ক্লান্ত কবিলৈ ড° নগেন শইকীয়াৰ শ্ৰদ্ধাঞ্জলি।' কেছেটটোৰ নামকৰণ কৰা হ'ল বকুলবনৰ কবিৰ এটি কবিতাৰ শিৰোনামাৰে -'মিএগ মনচুৰ আৰু মই'। কেছেটটো সমান্তৰালভাৱে দুহেজাৰ তিনি চনৰ জানুৱাৰী মাহৰ ২৭ তাৰিখে যোৰহাট, গুৱাহাটী, ডিব্ৰুগড় আৰু তেজপুৰত উন্মোচন কৰা হ'ল। কেছেটটোৱে বিভিন্ন মহলত আৰু বুদ্ধিজীৱিসকলৰ মাজত আলোচনাৰ বিষয়বস্তু হ'বলৈ ধৰিলে। আনকি কেছেটটোৰ ওপৰত 'দৈনিক অগ্ৰদূত' কাকতত এটি সম্পাদকীয়ও প্ৰকাশ পালে।

২০০৩ চনৰ বাবে মোৰ কণ্যা ময়ূৰী আৰু জোঁৱাই স্বপ্নিলৰ সহযোগত দূৰদৰ্শনৰ বাবে কিছু কাম কৰিবলৈ আগবাঢ়িলো। ইয়াৰ বাবে ড° ভবেন্দ্ৰ নাথ শইকীয়াদেৱৰ 'পৰমানন্দ' নামৰ মঞ্চ নাটকখনক ছয়টা

খণ্ডৰ ধাৰাবাহিকলৈ ৰূপান্তৰিত কৰা হ'ল। তাৰোপৰি সাহিত্যাচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকাদেৱৰ এই বছৰটো জন্ম শতবাৰ্ষিকী হোৱা বাবে তেখেতৰ ওপৰত দুটা খণ্ডৰ এখন তথ্য চিত্ৰ লোৱা হ'ল। নাম দিয়া হ'ল 'সাহিত্যাচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকা'। যোৱা দুটামান বছৰৰ পৰা গোলাঘাটত বসবাস কৰা বিশ্ববিখ্যাত প্ৰকৃতিবিদ ডা° ৰবীন বেনাৰ্জীৰ সতে এক যোগাযোগ হ'বলৈ আৰম্ভ কৰে। তেখেতৰ তালৈ কেইবাবাৰো যোৱাৰ পিছত দুহেজাৰ দুই চনৰ এপ্ৰিল মাহৰ উনৈশ তাৰিখে জোঁৱাই অম্বিলিক লগত লৈ তিওয়াৰৰ পৰা গোলাঘাটলৈ গ'লো তেখেতৰ একক প্ৰচেষ্টাত নিৰ্মাণ কৰি উলিওৱা 'Uncle Robin Children Museum' টো দেখুৱাবৰ বাবে। সেই দিনা গুৱাহাটীলৈ ঘুৰি অহাৰ পথত এই গৰাকী পশানবৈ বছৰত ভৰি দিয়া প্ৰকৃতিবিদৰ ওপৰত এখন তথ্যচিত্ৰ নিৰ্মাণ কৰাৰ সম্পৰ্কে কথা পাতো। অতি কম দিনৰ ভিতৰতে ইয়াৰ চিত্ৰনাট্য তৈয়াৰ হৈ উঠে। ডা° ৰবীন বেনাৰ্জীৰ ওপৰত তৈয়াৰ কৰা চিত্ৰনাট্য খনৰ উপদেষ্টা আছিল অৰুণ শৰ্ম্মা ডাঙৰীয়া।

সেই বছৰ মাৰ্চ মাহৰ শেষৰ কেইদিনত 'সাহিত্যাচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকা' তথ্যচিত্ৰখনৰ চিত্ৰগ্ৰহণ গুৱাহাটী, উত্তৰ গুৱাহাটী আৰু পলাশবাৰীত সম্পূৰ্ণ কৰি তোলা হ'ল। এপ্ৰিল মাহত ইয়াৰ সম্পাদনা কাম শেষ কৰি দূৰদৰ্শনত জমা দিয়া হ'ল। মে' মাহৰ প্ৰথম সপ্তাহত 'Uncle Robin —a Legend of a Conservationist' তথ্যচিত্ৰখন ইংৰাজী ভাষাত গোলাঘাট আৰু কাজিৰঙাত সম্পূৰ্ণ কৰা হ'ল। কাজিৰঙাৰ ভিতৰৰ প্ৰাকৃতিক শোভা আৰু জীৱজন্তু সমূহৰ কাৰ্য্যকলাপ কেমেৰাৰে ধৰা হ'ল। গোলাঘাটৰ পৰা ঘুৰি অহাৰ পিছতে আৰম্ভ হ'ল 'পৰমানন্দৰ' চিত্ৰগ্ৰহণ। দুয়োখন তথ্যচিত্ৰ আৰু 'পৰমানন্দ' ধাৰাবাহিকখন মই পৰিচালনা কৰিলোঁ।

ডা° ৰবীন বেনাৰ্জীৰ ওপৰত তথ্যচিত্ৰখন কৰিবলৈ গৈ তেখেতৰ বিষয়ে বহুখিনি জানিবলগীয়া হ'ল। এইবাবে বহুবাৰ গোলাঘাটলৈ গৈ তেখেতৰ বিচিত্ৰ জীৱন গাঁথাৰ বিষয়ে জানি অভিভূত হৈ পৰিছিলো। এগৰাকী ব্যক্তিয়ে তেখেতৰ জীৱন পৰিক্ৰমাৰ ভিতৰত যে ইমানবোৰ কাম কৰিব পাৰে ভাবিলে আচৰিত হ'ব লগা হয়। বাৰ্দ্ধক্যজনিত কাৰণত আৰু কেইবছৰমান আগতে ভৰিৰ কৰঙনৰ হাড় ভাগি অচল হৈ পৰা ডা°

বেনাৰ্জীৰ কিন্তু জীৱনীশক্তি অটুত আছিল। দুহেজাৰ তিনি চনৰ আৰম্ভনিৰ পৰা সঘনে অসুখ হৈ থকাৰ বাবে তথ্যচিত্ৰখনৰ চিত্ৰনাট্য তৈয়াৰ হৈ যোৱাৰ পিছতো ভীষণ চিন্তাত থাকিব লগা হৈছিল। কিন্তু চিত্ৰগ্ৰহণৰ সময়ত তেখেত পুনৰ সক্ষম হৈ উঠে। চিত্ৰগ্ৰহণত সুন্দৰ ভাৱে ভাগ লয়, সহযোগ কৰে। চিত্ৰগ্ৰহণৰ পিচত এমাহমান তেখেত ভালে আছিল যদিও তাৰ পিছতে তেখেত পুনৰ শয্যাশায়ী হৈ ছয় আগষ্টৰ দিনা ইহলীলা সম্বৰণ কৰে। তেখেতৰ সম্পূৰ্ণ জীৱন আৰু কৰ্মৰাজী তথ্যচিত্ৰ আকাৰে ধৰি ৰাখিবলৈ সক্ষম হোৱা বাবে আমি গৰ্ব্ব অনুভৱ কৰো।' বৰদেউতাৰ পৰা ৰবীন আঙ্কল সম্পৰ্কে কথাবোৰ শুনি তেখেতক লগপোৱাৰ দুখবোধে বাৰে বাৰে ক্ৰিয়া কৰিছিল। মনৰ পৰাই যাঁচিছিলোঁ এইজনা ব্যক্তিলৈ অশেষ শ্ৰদ্ধা।

পুনৰ বৰদেউতাই কৈছিল—'বেছ কিছুদিন তেখেত সজ্ঞানে নথকাৰ বাবে ধাৰাবাহিকখনৰ তিনিটাখণ্ড সম্পাদনাৰ পিচত তেখেতে চাব নোৱাৰিলে। তথাপি তেখেতৰ মৃত্যুৰ এসপ্তাহৰ পিছত তেখেতৰ জন্ম দিৱস বাৰ আগষ্টৰ দিনা মই আৰু স্বপ্নিলে গোলাঘাটলৈ গৈ গোলাঘাটৰ প্ৰমুখ নাগৰিক সকলক তথ্যচিত্ৰখন দেখুৱাওঁগৈ। সেইদিনটোত তেখেতসকলৰ অতি আদৰৰ ডা° ৰবীন বেনাৰ্জী মানুহজন আৰু তেখেতৰ কৰ্মৰাজি পুনৰবাৰ তথ্যচিত্ৰখনৰ জড়িয়তে ৰোমন্থন কৰি অশ্ৰুশিক্ত নয়নেৰে তেখেতৰ জন্মদিৱসৰ দিনা শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰে।

তেৰ আগষ্টৰ দিনা ৰাতিপুৱাতে গোলাঘাটৰ পৰা গুৱাহাটীলৈ বুলি ৰাওনা হওঁ। গুৱাহাটী আহি পায়েই অশুভ সংবাদটো পাওঁ। সেইদিনা পুৱাতে ড° ভৰেন্দ্ৰ নাথ শইকীয়া দাদাই ইহলীলা সম্বৰণ কৰে। প্ৰায় দুই সপ্তাহ মান আগৰে পৰা ভৰেন দা অসুস্থ হৈ গুৱাহাটী নিওৰলজিকেল এণ্ড ৰিছাৰ্ছ চেন্টাৰত ভৰ্ত্তি হৈছিলগৈ। ভৱেন দাৰ লগত চাৰিটা দশকৰো ওপৰকাল সম্পৰ্কৰ কায়িক অৱসান ঘটিল। ৰাজ্যখনৰ এজন বিশিষ্ট ব্যক্তিৰ মৃত্যু হ'ল। গোলাঘাটত ড° ৰবীন বেনাৰ্জীৰ দেহাৱসানৰ পিছতে ডা° ভৱেন্দ্ৰ নাথ শইকীয়াৰ ইহলীলা সম্বৰণ ৰাজ্যখনৰ বাবেই এক পূৰাব নোৱাৰা ক্ষতি। ভৱেনদাৰ সতে যোৱা চাৰিটা দশকৰ সম্পৰ্ক আৰু বিশেষকৈ যোৱা তিনিটা বছৰে প্ৰায় দৈনিক কলাক্ষেত্ৰত একত্ৰিত হোৱা

ভবেনদাৰ স্মৃতিয়ে মোক জুমুৰি মাৰি ধৰিলেহি।

শংকৰদেৱ কলাক্ষেত্ৰক দেশৰ ভিতৰতে এখন লেখত ল'বলগীয়া অনুষ্ঠান হিচাপে গঢ় দি আন্তৰ্জাতিক পৰ্য্যায়লৈ লৈ যোৱাটো ভবেনদাৰ এক সপোন আছিল। কলাক্ষেত্ৰখন তেখেতৰ মানস সন্তান আছিল বুলি হয়তো বহুতেই নাজানে। ১৯৮৮ চনত ভবেনদা অসম চৰকাৰৰ সাংস্কৃতিক উপদেষ্টা হিচাপে থাকোতে কলাক্ষেত্ৰৰ কাঠামো আৰু আঁচনি প্ৰদান কৰিছিল। তাৰেই ফল হিচাপে পৰৱৰ্ত্তী কালত এই আঁচনি অসম চুক্তিৰ অধীনলৈ নি শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ নিৰ্মাণৰ কাম আৰম্ভ হয়।

সদায় শিশুৰ উৎকৰ্ষ সাধনৰ বাবে ব্ৰতী হৈ থকা ভবেনদাই ১৯৯৭ চনৰ পৰা চিকিৎসাৰ অৰ্থে বিদেশলৈ গৈ থাকিব লগা হৈছিল। বিদেশত শিশুৰ উৎকৰ্ষ সাধনৰ আধুনিক দিশসমূহ নিজে দেখি উত্তৰ পূৰ্ব্বাঞ্চলতো শিশুসকলৰ বাবে এটি প্ৰকল্প হাতত ল'বলৈ মানস কৰি শংকৰদেৱ কলাক্ষেত্ৰত শিশুবনৰ আঁচনি প্ৰস্তুত কৰে। প্ৰায় সমান্তৰালভাৱে তেখেতৰ বেলতলাৰ বাসগৃহৰ সন্মুখত থকা খালী মাটিখিনিত আন এটা শিশু প্ৰকল্প 'আৰোহণ'ৰ আঁচনি প্ৰস্তুত কৰে। 'আৰোহণ' তেখেতৰ নিজস্ব প্ৰকল্প আছিল যদিও ইয়াক এখন ন্যাসৰ অধীনলৈ আনি তাৰ নিমাৰ্ণকাৰ্য্য দুহেজাৰ দুইচনৰ বিশ ফেব্ৰুবাৰী তাৰিখে আৰম্ভ কৰে। কলাক্ষেত্ৰৰ শিশুবন নিৰ্মাণ কৰি উলিওৱাৰ বাবে ভবেনদাই মোক সতীৰ্থ হিচাপে লয়। ডঃ ভবেন্দ্ৰ নাথ শইকীয়াই একোটি পৰিকল্পনা হাতত ল'লে তাক সপোন আকাৰেই লৈছিল। এই শিশুবনত কি কি থাকিব তেওঁ তাৰ পৰিকল্পনা কৰিলে। অসমকে ধৰি পূৰ্ব্বাঞ্চলত সহজে পোৱা গছ-গছনি ক্ৰম অনুসৰি আধুনিকতাৰ নামত নিঃশেষ হোৱালৈ চাই এই শিশুবনত এজোপাকৈ হ'লেও গছৰোৱাৰ পৰিকল্পনা কৰিলে, যাতে শিশুবনলৈ অহা শিশুসকলে এই গছ-গছনিবোৰৰ বিষয়ে কিতাপত পঢ়িব লগা নহৈ নিজে চুই-চাই শিকিব পাৰে। এই শিশুবনত দুখনকৈ ফুলনিৰ পৰিকল্পনা কৰা হ'ল য'ত কেৱল স্থানীয় ফুলহে ৰোৱা হ'ব। এই গছ-গছনি আৰু ফুলনিৰ মাজে মাজে পৰিকল্পনা কৰা হ'ল সাতোটা স্বয়ং সম্পূৰ্ণ গোট-এটা শিশু পুথিভঁৰাল আৰু পঢ়া কোঠালী, এটা পুত[illegible]ৰ, এটা কম্পিউটাৰ আৰু ভিডিঅ' গেমছ গৃহ, এটা একুৱেৰিয়াম, এটা টেলিস্কোপ গৃহ, এটা অৰ্কিড

গৃহ, এখন শিশুৰ বাবে সৰু মুকলি মঞ্চ আৰু গেলাৰী থাকিব। প্ৰায় চাৰি কোটি চল্লিশ লাখ টকাৰ আঁচনি প্ৰস্তুত কৰা হ'ল। চৰকাৰৰ ওপৰত ভৰসা নকৰি ব্যক্তিগত খণ্ডৰ অনুষ্ঠান প্ৰতিষ্ঠান, ৰাজহুৱা খণ্ডৰ প্ৰতিষ্ঠান আৰু ব্যক্তি বিশেষৰ আৰ্থিক সাহায্যৰ দ্বাৰা শিশুবনখন গঢ় দিবলৈ চেষ্টা কৰা হয়। টাটা টি লিমিটেডে 'কম্পিউটাৰ আৰু ভিড়িঅ' খেলগৃহৰ বাবে ত্ৰিশ লাখ টকা, ৰাজ্যসভাৰ সাংসদ ইন্দ্ৰমণি বৰাই শিশু পুথিভঁৰাল আৰু পঢ়া কোঠালীৰ বাবে দহ লাখ টকা আৰু ৰাজ্যসভাৰ সাংসদ প্ৰবীন চলচিত্ৰ পৰিচালক মৃণাল সেনে পুতলা ঘৰটোৰ বাবদ পোন্ধৰ লাখ টকা আগবঢ়ালে। এই সকলোবোৰ চিঠি পত্ৰ লিখাৰ পৰা আৰম্ভ কৰি টকা অনালৈকে সকলো কাম মোৰ দ্বাৰাই সৰ্ম্পূণ হৈছিল।

২০০৩ চনত কলাক্ষেত্ৰৰ পৰিকল্পনা আৰু উন্নয়ন উপদেষ্টা হিচাপে মোৰ তিনিবছৰ কাল সম্পূৰ্ণ হ'ল। শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ কৰ্তৃপক্ষই মোৰ কনট্ৰেক্ট আৰু তিনিবছৰৰ বাবে বঢ়াবলৈ বিচাৰিছিল। কিন্তু অসম চৰকাৰে বিশেষকৈ সেইসময়ৰ সাংস্কৃতিক পৰিক্ৰমা বিভাগৰ ৰাজ্যিক মন্ত্ৰী গৰাকীয়ে মোৰ কাৰ্য্যকাল বঢ়োৱাৰ ঘোৰ বিৰোধিতা কৰে। আগৰ চৰকাৰৰ দিনত চৰকাৰৰ ফালৰ পৰা কলাক্ষেত্ৰৰ ওপৰত কোনো ধৰণৰ হেঁচা প্ৰয়োগ কৰা নাছিল। নতুন চৰকাৰৰ দিনতো সাংস্কৃতিক পৰিক্ৰমা বিভাগৰ পূৰ্ণ পৰ্য্যায়ৰ মন্ত্ৰী গৰাকীৰ দিনত তেনে কোনো হেঁচা অহা নাছিল। যেতিয়াৰে পৰা কলাক্ষেত্ৰৰ দায়িত্ব ৰাজ্যিক মন্ত্ৰীৰ হাতলৈ আহিল সেই মুহূৰ্ত্তৰ পৰা চৰকাৰৰ হেঁচা বাঢ়িবলৈ ধৰে। তেনে হেঁচাৰ প্ৰতি সঁহাৰি জনাই মোৰ দায়িত্ব পালন কৰাত ময়ো অসুবিধা পাই আহিবলৈ ধৰিছিলো। ইতিমধ্যে কলাক্ষেত্ৰ সমাজখনৰ নতুন সাধাৰণ পৰিষদ গঠন হয়। সেয়েহে সাধাৰণ পৰিষদৰ প্ৰথমখন বৈঠক হোৱাৰ আগদিনা মই শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰক বিদায় লওঁ।

শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰক বিভিন্ন দিশত আগবঢ়াই লৈ যোৱাৰ এক সপোন আছিল, তথাপি তাৰ পৰা বিদায় লৈ অহাৰ পিছত একনিষ্ঠভাৱে সাংস্কৃতিক কৰ্মৰ সতে জড়িত থকাৰ প্ৰতি দৃঢ়প্ৰতিজ্ঞ হওঁ। কিছুমান বিশিষ্ট দূৰদৰ্শনৰ ধাৰাবাহিক আৰু তথ্যচিত্ৰৰ কামত ব্ৰতী হৈ থাকিলেও আৰ্থিক অভাৱে মোক জুৰুলা কৰিছিল। অভাৱ অনাটন

থাকিলেও সাংস্কৃতিক ধ্যান ধাৰণা আৰু চিন্তাৰ পৰা এটা দিনৰ বাবেও আঁতৰি নাথাকিলো। নিজকে ব্যস্ত ৰখাৰ মাজতেই দুহেজাৰ তিনি চন পাৰ হৈ দুহেজাৰ চাৰিত ভৰি দিলেহি। কবিতা আবৃত্তিৰ কৰ্মশালা, সদৌ অসম একাঙ্কিকা নাট প্ৰতিযোগিতা আদিত বিচাৰক হিচাপে সমগ্ৰ অসমৰ বিভিন্ন ঠাইলৈ যাব লগা হ'ল। সম্পূৰ্ণভাৱে এইবোৰ সাংস্কৃতিক কৰ্মৰ লগত নিজকে জড়িত ৰাখি স্বৰ্গীয় সুখ অনুভৱ কৰিলোঁ।'

বৰদেউতাৰ কথাবোৰত মই আপ্লুত হৈছিলো। মোৰ সুধিবলৈ একোকে নাছিল অনায়াসে মোৰ সকলো সমাধান মই পাই গৈছিলো । তথাপি মই তেখেতক সুধিছিলো —'দুহেজাৰ চাৰি চনৰ পোন্ধৰ আগষ্টৰ দিনা আপোনাৰ নামটো কুৰিজনৰ ভিতৰত শিল্পী পেঞ্চনৰ বাবে অসম চৰকাৰে ঘোষণা কৰে, এই ক্ষেত্ৰত আপোনাৰ ভাব কেনেকুৱা'? বৰদেউতাই ক্ষন্তেকতে উত্তৰ দিছিল এইদৰে -'সহজ অৰ্থত পেঞ্চন পালে এজন ব্যক্তিয়ে নিজ ক্ষেত্ৰখনৰ পৰা অৱসৰ গ্ৰহণ কৰে। তেনে অৰ্থত শিল্পী পেঞ্চন পোৱাৰ পিছত সাংস্কৃতিক জগতখনৰ পৰা ময়ো অৱসৰ ল'ব লাগিছিল। কিন্তু সেই অৰ্থত মই শিল্পী পেঞ্চনটোক চোৱা নাই। ইয়াক মই চৰকাৰী স্বীকৃতি হিচাপেহে লৈছো। মোক প্ৰকৃত স্বীকৃতি প্ৰদান কৰা সকল হ'ল দৰ্শক সমাজ আৰু সদাশয় ৰাইজ। তেখেত সকলে মোক বহু আগতে স্বীকৃতি দি থৈছে যাৰ বাবে বিভিন্ন বাধা অতিক্ৰম কৰিও মই এইখিনি পাইছোঁহি। তেখেত সকলৰ প্ৰতি মই চিৰ কৃতজ্ঞ।

শিল্পী পেঞ্চন ঘোষণা হোৱাৰ দিনৰে পৰা মই কিন্তু আন এটা কথাতহে সংকল্প লৈছো, মই শেষ নিশ্বাস ত্যাগ নকৰা পৰ্য্যন্ত সাংস্কৃতিক ক্ষেত্ৰখনৰ সৈতে জড়িত হৈ থাকিম। মোৰ ক্ষেত্ৰখনৰ দিশত সামান্য হ'লেও অবদান আগবঢাই যাবৰ বাবে মই যেন সুস্থ-সবল হৈ থাকিব পাৰো। মোৰ সামান্য জ্ঞান বুদ্ধিৰে অসমৰ সাংস্কৃতিক জগতখনলৈ সামান্যতম অৱদান আগবঢ়াই গ'লেই যেন মোৰ জীৱন ধন্য।'

বৰদেউতাৰ কথাষাৰে মোক সুখ দিছিল। শিল্পীৰ সংজ্ঞা বিচাৰি চলাথ কৰা মোৰ মনটোক মই তেখেতৰ আন্তৰিক কথাবোৰেৰে বুজাবলৈ চেষ্টা কৰিলো। মই জানো, বৰদেউতাই কিমান বাধা অতিক্ৰমিও আজিৰ পৰ্য্যায় পাইছেহি। সুন্দৰ পৃথিৱীখনত সৃষ্টিৰ শলিতাগছি জ্বলাবলৈকে

সুন্দৰৰ সাধক সকলৰ জন্ম। অলপ থমকি ৰ'লেই যেন সৃষ্টিৰ তাড়নাই তেওঁলোকক হাত বাউল দি মাতে—সৃষ্টি কৰা, গঢ় দিয়া ....!

২০০৪ চনৰ শিল্পী পেঞ্চনৰ পিছতো শিল্পী ঈশান বৰুৱা থমকি ৰোৱা নাই। এটাৰ পিছত কৰি গৈছে আনটো সাংস্কৃতিক কৰ্ম। বকুলবনৰ কবি আনন্দ চন্দ্ৰ বৰুৱা আৰু পাপৰি কবি গনেশ গগৈৰ কবিতা আবৃত্তিৰ কেছেট, ব্যতিক্ৰমী 'মিলনমঙ্গল'ৰ পৰিচালনাৰ লগতে আবৃত্তিৰ যাদুৱে ৰাইজক লৈ গ'ল এখন ভিন্ন জগতলৈ। তাৰ মাজতে 'ভাৰত গৌৰৱ আনন্দ ৰাম' শীৰ্ষক পণ্ডিত প্ৰৱৰ আনন্দ ৰাম বৰুৱাৰ জীৱন আৰু কৃতিৰ ভিত্তিত নিৰ্মিত দূৰদৰ্শনৰ বাবে তথ্যচিত্ৰৰ কাম সম্পূৰ্ণ কৰে। বৰ্ত্তমান অসমৰ কেইগৰাকীমান কৃতি সন্তানৰ ওপৰত নিৰ্মাণ কৰিবলগীয়া তথ্যচিত্ৰৰ গৱেষণা আৰু চিত্ৰনাট্য প্ৰস্তুত কৰা কামত ব্যস্ত থকাৰ লগতে কেইবাখনো দূৰদৰ্শনৰ ধাৰাবাহিকৰ চিত্ৰনাট্যৰ কামতো তেখেত লাগি আছে।

বৰদেউতাৰ জীৱনৰ কথাবোৰ শুনি শুনি এই ২০০৫ চন অথাৎ বৰ্ত্তমান সময় পালোঁহি। এৰি অহা দিনবোৰ আৰু বৰ্ত্তমানৰ সংমিশ্ৰণতেই আমি আগবাঢ়ি গৈ আছো, গৈ আছো .....!

উপলব্ধিৰ সীমাৰে অতিক্ৰম কৰিলে তেখেতক ধন্যবাদ দিবলৈ যেন ভাষাৰ অভাৱ। তৎক্ষণাত মোৰ মুখৰ পৰা ওলাইছে এই কথা - 'তুমি মোক লৈ গৈ আছা, এখন অন্য জগতলৈ য'ত আছে সৃষ্টিৰ তাড়না, প্ৰেৰণাৰ অমল উৎস। কবিগুৰু ৰবীন্দ্ৰ নাথ ঠাকুৰদেৱৰ ভাষাৰে অহৰহ বৰদেউতাক ক'বলৈ মন যায়—

"তোমার কৃৰ্ত্তির চেয়ে তুমি যে মহৎ
তাই এব জীৱনের রথ
কীৰ্ত্তিরে তোমার পশ্চাতে ফেলিয়া যায় বারম্বার"।

— সমাপ্ত —